

# বিশ্ব উপন্যাসৰ কথা-কাহিনী

ড° অমল ৰাজখোৱা

অসম সাহিত্য সভা

# বিশ্ব-উপন্যাসৰ কথা-কাহিনী

ড° অমল ৰাজখোৱা




অসম সাহিত্য সভা

চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট ৭৮৫০০১

*Bishwa Upanyasar Katha-Kahini, Part I : A short introduction of best novels in story form with writers short biographical notes by Dr. Amal Rajkhowa, Jorhat and published by Dr. Paramananda Rajbongshi, General Secretary, Asam Sahitya Sabha, Chandrakanta Handique Bhawan, Jorhat-785001, Price : Rs. 120.00*

# বিশ্ব-উপন্যাসৰ কথা-কাহিনী



**প্ৰথম প্ৰকাশ**
২০১৩ খ্ৰীষ্টাব্দ
**দ্বিতীয় প্ৰকাশ**
২০১৬ খ্ৰীষ্টাব্দ

**প্ৰকাশক**
**ড° পৰমানন্দ ৰাজবংশী**
প্ৰধান সম্পাদক
অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট - ৭৮৫০০১

**বেটুপাত ঃ মনজিৎ ৰাজখোৱা**

**অক্ষৰ বিন্যাস**
ধ্ৰুৱজ্যোতি বৰদলৈ, ঋতুপৰ্ণা গোস্বামী,
কবিতা বৰা নেওগ, দিগন্ত কুমাৰ মহন্ত

**বৰ্ণাশুদ্ধি**
ৰীমা কলিতা

**মূল্য ঃ ১২০.০০ টকা**

**মুদ্ৰণ**
**শিৱম প্ৰিণ্টাৰ্চ**
হাতীশিলা, পানীখাইতি, গুৱাহাটী-৫০

## প্ৰধান সম্পাদকৰ একাষাৰ

বিদেশী সাহিত্যৰ জ্ঞান ভাণ্ডাৰৰ নিৰন্তৰ সাধক অসম সাহিত্য সভাৰ প্ৰাক্তন প্ৰধান সম্পাদক ড° অমল ৰাজখোৱাৰ 'বিশ্ব উপন্যাসৰ কথা-কাহিনী' কিছু পৰিশোধিত ৰূপত পাঠক সমাজলৈ আগবঢ়ালো।

আগৰ দৰে গ্ৰন্থখনিয়ে সমাদৰ লাভ কৰিলে নথৈ সুখী হ'ম।

লেখক তথা এই গ্ৰন্থখনি প্ৰস্তুতিত সকলো দিশতে সহযোগিতা আগবঢ়োৱা সভাৰ কৰ্মচাৰী ৰীমা কলিতা কবিতা বৰা আৰু দিগন্ত কুমাৰ মহন্তক এই চেগতে শলাগ জ্ঞাপন কৰিলো।

চিৰ চেনেহী মোৰ ভাষা জননী!

পৰমানন্দ ৰাজবংশী
প্ৰধান সম্পাদক

২৩-০৮-২০১৬ খ্ৰীষ্টাব্দ

## প্ৰধান সম্পাদকৰ একাষাৰ

অসমীয়া সাহিত্য আজি সু-সমৃদ্ধ হোৱাৰ মূলতে হৈছে বিশ্ব সাহিত্যৰ ভিন্ন উপাদানেৰে সিক্ত হোৱাটো। ঊনবিংশ শতিকাৰ শেষ দশকটো পাশ্চাত্য সাহিত্যৰ চিন্তা-দৰ্শনেৰে অসমীয়া সাহিত্যই এক নব্য ৰূপ লাভ কৰিলে। পাশ্চাত্য ধ্ৰুপদী আৰু আধুনিক সাহিত্যই আমাৰ অসমীয়া সাহিত্যক আৰু অধিক বৰ্ণাঢ্য কৰিলে। অসম সাহিত্য সভাৰ কেইবাগৰাকী প্ৰাক্তন সভাপতিৰ বিশেষ উদ্যোগত পাশ্চাত্য সাহিত্যৰ ৰূপ-ৰস অসমৰ পাঠক সমাজে লাভ কৰাৰ হকে এক বিশেষ অনুবাদ গ্ৰন্থৰ আঁচনি গ্ৰহণ কৰিছিল। সেইসকলৰ ভিতৰত স্বনামধন্য ড° মহেন্দ্ৰ বৰা আৰু চন্দ্ৰপ্ৰসাদ শইকীয়াদেৱৰ নাম উল্লেখযোগ্য। অসম সাহিত্য সভাৰ প্ৰাক্তন প্ৰধান সম্পাদক ড° অমল ৰাজখোৱা এগৰাকী এনে বিদেশী সাহিত্যৰ জ্ঞান ভাণ্ডাৰৰ নিৰন্তৰ সাধক। তেখেতে শ্ৰদ্ধেয় ড° মহেন্দ্ৰ বৰাৰ এক সুপৰিকল্পিত আঁচনিৰ ভিত্তিত 'বিশ্ব উপন্যাসৰ কথা-কাহিনী' শীৰ্ষক এখনি গ্ৰন্থ প্ৰস্তুত কৰি আমাক জনোৱাত আমি শীঘ্ৰে প্ৰকাশৰ বাবে উদ্যোগ গ্ৰহণ কৰিছিলো। তাত্বিক দিশত বিশেষ গুৰুত্ব নিদি বিশ্ব ঔপন্যাসিকসকলৰ উপন্যাসৰ মৌ-কোঁহ পাঠক সমাজৰ বাবে তেখেতে সজাই-পৰাই আমাৰ হাতত তুলি দিছে। চৈধ্যখন বিশ্ববিখ্যাত উপন্যাসৰ বিষয়ে পাঠক সমাজে থাওঁকতে এই গ্ৰন্থখনিৰ জৰিয়তে জানিব পাৰিব। ইয়াৰ ফলত পাঠক সমাজে বিশ্বৰ কেইখনমান কালজয়ী উপন্যাসৰ জ্ঞান-মৌ-কোঁহ থাওঁকতে পাবলৈ সমৰ্থ হ'ব। অসম সাহিত্য সভাৰ তৰফৰ পৰা শ্ৰদ্ধেয় ড° ৰাজখোৱাদেৱলৈ আৰু গ্ৰন্থখনিৰ প্ৰস্তুতিত সহায় কৰাসকললৈ এই চেগতে আমাৰ কৃতজ্ঞতা জ্ঞাপন কৰিলো।

চিৰ চেনেহী মোৰ ভাষা জননী।

২৫-০১-২০১৩ খ্ৰীষ্টাব্দ

পৰমানন্দ ৰাজবংশী
প্ৰধান সম্পাদক

# ড° মহেন্দ্ৰ বৰাৰ স্মৰণত

# লেখকৰ দুআষাৰ

বিশ্ব সাহিত্য অধ্যয়নৰ জ্ঞান মোৰ সীমিত। যি কেইখনৰ সৈতে মোৰ পৰিচয় ঘটিছে সেই কেইখন অধ্যয়ন কৰি একোটা টোকা প্ৰস্তুত কৰি ৰাখিছিলোঁ। দ্বিতীয়তে গ্ৰন্থ অধ্যয়নৰ অনুপ্ৰেৰণা লাভ কৰিছিলোঁ কবি-সাহিত্যিক ড° মহেন্দ্ৰ বৰাৰ পৰা। অসম সাহিত্য সভাৰ প্ৰধান সম্পাদকৰ দায়িত্বত থকা সময়তে ড° বৰা সভাপতি আছিল (১৯৮৭-৮৮)। তেখেতে সভাৰ তৰফৰ পৰা এলানি বিদেশী ধ্ৰুপদী উপন্যাস অসমীয়ালৈ অনুবাদ কৰাৰ দীৰ্ঘম্যাদী আঁচনি গ্ৰহণ কৰাৰ পৰামৰ্শ দিছিল। কাৰ্যনিৰ্বাহক সমিতিয়ে অনুমোদন জনালে যদিও সময়ত ৰূপায়ণ কৰিব পৰা নহ'ল। আঁচনিভূক্ত কেইখনমান উপন্যাস তেখেতৰ সৌজন্যতে পঢ়াৰ সৌভাগ্য ঘটিছিল। ড° বৰা যেতিয়া যোৰহাটৰ জনমভূমি গোষ্ঠীৰ 'দ্য ইষ্টাৰ্ণ ক্লেয়েৰেন'ৰ সম্পাদক আছিল সেই সময়তে তেখেতে বিশ্ব সাহিত্যৰ পৰিচয় সম্পৰ্কে এখন গ্ৰন্থ লেখাৰ পৰামৰ্শ দিছিল। গ্ৰন্থখনৰ পৰিকল্পনাৰ আভাসো দিছিল। তেখেতৰ তেনে উৎসাহৰ বাবে প্ৰস্তাৱিত গ্ৰন্থখন সেইগৰাকীৰ স্মৰণতে উচৰ্গা কৰাৰ সিদ্ধান্তও মনতে ভাবিছিলোঁ। তৃতীয়তে উপন্যাস সম্পৰ্কে গৱেষণা কৰা সময়তে কেইখন মান ক্লাছিক উপন্যাস অধ্যয়ন কৰিবলগীয়া হৈছিল। সকলোবোৰৰে ফলশ্ৰুতি এই গ্ৰন্থখন। কলেবৰ কিছু ডাঙৰ হোৱাৰ কথা চিন্তা কৰি প্ৰস্তাৱিত গ্ৰন্থখনৰ তিনিটা খণ্ডৰ পৰিকল্পনা কৰা হৈছে। প্ৰথম দুটা খণ্ডত অ-ভাৰতীয় আৰু তৃতীয় খণ্ডত ভাৰতীয় উপন্যাসৰ কথা-কাহিনী সন্নিৱিষ্ট কৰা হ'ব। ঔপন্যাসিকসকলৰ পৰিচয় লিপি যুগুত কৰোঁতে সাহিত্য-বুৰঞ্জী, বিশ্বকোষ আৰু ইণ্টাৰনেটৰ সহায় লোৱা হৈছে। উপন্যাসসমূহৰ ইংৰাজী সংস্কৰণহে পাঠ কৰাত নাম আৰু স্থানবাচক শব্দবোৰ অসমীয়ালৈ লিপ্যন্তৰ কৰাত মূলৰ উচ্চাৰণ ৰক্ষা কৰিব পৰা নাই। তদুপৰি সন্নিৱিষ্ট উপন্যাসসমূহৰ বিশদ বৰ্ণনা বৰ্জন কৰি কেৱল বিষয় প্ৰতিফলিত কৰি নিজাকৈ সংক্ষিপ্ত কৰা হৈছে। ইয়াৰ বাবে ক্ষমা প্ৰাৰ্থনা বিচৰা হ'ল।

মোৰ কাম বিশ্ব ঔপন্যাসিকসকলৰ উপন্যাসসমূহ অধ্যয়ন কৰি পাঠকে পৰিচয় লাভ কৰিব পৰাকৈ গল্পাকাৰে যুগুত কৰাহে। তাত্ত্বিক দিশ আলোচনা কৰাও



উদ্দেশ্য নহয়। গ্ৰন্থ যুগুত কৰাৰ কথা অসম সাহিত্য সভাক অৱগত কৰাত প্ৰধান সম্পাদক ড° পৰমানন্দ ৰাজবংশী আৰু প্ৰকাশন সমিতিয়ে সভাৰ চলিত বৰ্ষকালতে (২০১২-১৩) প্ৰকাশ কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰাত আন্তৰিক ধন্যবাদ জনালোঁ। সভাৰ সভাপতি আৰু কাৰ্যনিৰ্বাহক সমিতিলৈকো কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ। ছপা উপযোগীকৈ অক্ষৰ বিন্যাস কৰা (DTP) ধ্ৰুৱজ্যোতি বৰদলৈ আৰু ঋতুপৰ্ণা গোস্বামী, প্ৰচ্ছদ অংকনৰ শিল্পী মনজিৎ ৰাজখোৱা আৰু মুদ্ৰক শিৱম প্ৰিণ্টাৰ্চৰ কৰ্তৃপক্ষলৈ আমাৰ ধন্যবাদ জনালোঁ। গ্ৰন্থখনত সন্নিৱিষ্ট লেখক আৰু বেঁটুপাতৰ ছবিসমূহ অংকুৰ ৰাখখোৱাই সংগ্ৰহ কৰি দিছে। তেওঁকো ধন্যবাদ জনালোঁ।

**ড° অমল ৰাজখোৱা**

# সূচীপত্ৰ





# দস্তোয়েভস্কি ঃ ব্ৰাদাৰ্চ কাৰামাজ্ভ

(১)



পৃথিৱীৰ শ্ৰেষ্ঠ ঔপন্যাসিক সকলৰ ভিতৰত ৰুছ দেশৰ দস্তোয়েভস্কিও অন্যতম। ঔপন্যাসিক গৰাকীৰ সম্পূৰ্ণ নাম ফিয়োদৰ মিখাইলোভিছ দস্তোয়েভস্কি (১৮২১-১৮৮১)। ৰুছ সাহিত্যৰ অন্যতম পথিকৃৎ পুৰুষ গোগল, টুৰ্গেনিভ, পুস্কিন, টলষ্টয় আদি লেখক সকলৰ সনাতনী লেখাৰ পৰা ৰুছিয়াৰ সমাজ জীৱনৰ আভাস পোৱাৰ দৰে দস্তোয়েভস্কিৰ লেখাৰ মাজেদিও ৰুছ জাতিৰ নতুন জীৱনৰ সন্ধান পাব পাৰি। ঊনবিংশ শতিকাৰ মাজভাগত ইউৰোপীয় সাহিত্যৰ প্ৰকাশ্যমান অস্তিত্ববাদৰ প্ৰভাৱ বিশেষকৈ বদলেয়াৰৰ দৰ্শনত আকৃষ্ট দস্তোয়েভস্কিয়ে ৰুছীয় সাহিত্য প্ৰৱাহত নতুনত্ব দিলে। জীৱিত কালত তেওঁৰ সাহিত্যই, এই অস্তিত্ববাদী বিচাৰধাৰাই সমাদৰ লাভ কৰিবলৈ সক্ষম হোৱা নাছিল। তথাপিও ৰুছিয়াৰ সাহিত্যৰ বুৰঞ্জীত দস্তোয়েভস্কিয়ে এখন সুকীয়া আসন লাভ কৰিবলৈ সক্ষম হ'ল। পৃথিৱীৰ সাহিত্যতো চিৰকালৰ বাবে তেওঁ চিৰ পূজনীয় হৈ ৰ'ব।




এটা বিশৃঙ্খল জীৱন, ঘাত-প্ৰতিঘাতৰ মাজেৰে দস্তোয়েভস্কিয়ে পাৰ কৰিছিল শৈশৱ। মস্কো

মহানগৰীত জন্ম লাভ কৰা এই সাহিত্যিকগৰাকীৰ পিতৃ মস্কোৰ চৰকাৰী চিকিৎসালয় এখনৰ ডাক্তৰ আছিল। তেওঁৰ স্বভাৱ আছিল খেয়ালী প্ৰকৃতিৰ আৰু বিৰুদ্ধ কাৰ্য সম্পাদন কৰাই আছিল তেওঁৰ কৰ্ম। চৰকাৰী চাকৰি এৰি তেওঁ গাঁৱলৈ গৈ জমিদাৰ হয়। জমিদাৰৰ প্ৰভুত্ব বিস্তাৰ কৰি প্ৰজা উৎপীড়ন কৰাটো তেওঁৰ নিজ কৰ্মত পৰিণত হৈছিল। কিশোৰ দস্তোয়েভস্কি পিতাকৰ এই কৰ্মৰ তীব্ৰ বিৰোধী আছিল। তেওঁৰ উপন্যাসত বিশেষকৈ 'ব্ৰাদাৰচ্ কাৰমাজ্‌ভ'ত পিতাকৰ চৰিত্ৰটো থিয়োদৰ চৰিত্ৰৰে চিত্ৰিত কৰিছিল। পিতাকৰ ইচ্ছা, পুত্ৰ দস্তোয়েভস্কি এজন অভিযন্তা হওক। সেয়ে দস্তোয়েভস্কিয়ো ছেন্টপিটাৰ্চবাৰ্গত পিতাকৰ ইচ্ছানুযায়ী অধ্যয়ন কৰিছিল। সময়ত তাৰ অভিযান্ত্ৰিক মহাবিদ্যালয়ৰ পৰা উত্তীৰ্ণ হৈ চৰকাৰী অভিযন্তা হিচাপে কামত সোমাল। কিন্তু তেওঁ আছিল সাহিত্য সাধক। কাৰিকৰী চাকৰিয়ে তেওঁক আমুৱাইছিল। সেয়েহে চৰকাৰী চাকৰি এৰি তেওঁ সাহিত্য সাধনা আৰু ৰচনাত একান্তভাৱে মনোযোগ দিলে। দেশ-বিদেশৰ সাহিত্যিকসকলৰ ৰোমাঞ্চকৰ সাহিত্যই ফিয়োদৰ দস্তোয়েভস্কিক ৰোমাঞ্চ সাহিত্যৰ প্ৰতি আকৰ্ষিত কৰে। ইংৰাজী সাহিত্যৰ ঔপন্যাসিক সম্ৰাট ছাৰ ওৱাল্টাৰ স্কট, জাৰ্মান লেখক হফমেন আৰু ছিলাৰৰ ৰচনাৰ লগতে ফৰাছী সাহিত্যই দস্তোয়েভস্কিক প্ৰভাৱান্বিত কৰিছিল। দস্তোয়েভস্কিয়ে নিজেই স্বীকাৰ কৰিছে যে অপৰাধ (ক্ৰাইম) সাহিত্যৰ প্ৰতি তেওঁৰ দুৰ্বলতা প্ৰবল আছিল। দুৰ্দান্ত, লম্পট পিতৃক তেওঁলোকৰে প্ৰজাই নিৰ্মমভাৱে হত্যা কৰা ঘটনায়ো ঔপন্যাসিকগৰাকীক অপৰাধ সাহিত্য ৰচনাত সহায় কৰিছিল। ৰুছদেশত জাৰতন্ত্ৰক (ৰজা) অৱসান কৰিবৰ বাবে গণতন্ত্ৰ প্ৰয়োগী নেতা পেত্ৰোচেভস্কিৰ নেতৃত্বত গঢ়ি উঠা দলৰ অন্যতম সদস্য বুলি চৰকাৰৰ ৰোষত পৰি তেওঁ কাৰাবাস খাটিবলগা হয়। আনকি তেওঁক প্ৰাণদণ্ডৰেও দণ্ডিত কৰিছিল। চৰকাৰে প্ৰাণদণ্ড ৰহিত কৰি তেওঁক দীৰ্ঘ দিনৰ বাবে নিৰ্জন চাইবেৰীয়ালৈ (আমাৰ কলীয়াপানীৰ দৰে) নিৰ্বাসন কৰে। দস্তোয়েভস্কি মৃগী ৰোগী আছিল। নিজৰ ৰোগৰ যাতনা অনুভৱ কৰিয়েই তেওঁ এগৰাকী যক্ষ্মা ৰোগী মহিলাক বিয়া কৰাইছিল। কিন্তু মহিলা গৰাকী বেছিদিন জীয়াই থকা নাছিল। মহিলা গৰাকীৰ মৃত্যুৰ পাছত সাহিত্যিকগৰাকীয়ে পামিলা চুচ্‌লোভা নামৰ এগৰাকী সুন্দৰী গাভৰুক বিয়া কৰায়। উল্লেখযোগ্য যে পামিলাই আছিল দস্তোয়েভস্কিৰ সাহিত্য কৰ্মৰ অন্যতম অনুপ্ৰেৰণাৰ উৎস। বিখ্যাত উপন্যাস *'দি ইডিয়ট'* আৰু *'দি গেম্বলাৰ'*ৰ নায়িকাও পামিলাৰে উৎস। সাহিত্যিক গৰাকীৰ চাৰিত্ৰিক দোষ হ'ল তেওঁ আছিল এজন জুৱাৰী। জীৱনীকাৰৰ মতে জুৱাৰ আড্ডাত তেওঁ সকলো সম্পত্তি হেৰুৱাবলগা হৈছিল। দেশত ধাৰৰ বোজা বহন কৰিব নোৱাৰি তেওঁ স্ত্ৰীসহ ইউৰোপৰ অন্য দেশলৈ পলাই যাব লগা হৈছিল। শেষত পামিলাৰ লগত তেওঁৰ বিবাহ বিচ্ছেদ হয়। তেওঁৰ জীৱনলৈ অহা তৃতীয়গৰাকী



পত্নী আনা গ্ৰিগ্ৰিয়েভনা স্মিতকিনা। বয়সত বহু সৰু হ'লেও স্মিতকিনাই দস্তোয়েভস্কিক সুস্থিৰ জীৱনলৈ আনিব পাৰিছিল। এইগৰাকী মহিলাৰ সান্নিধ্যতে তেওঁ বেয়া অভ্যাস ত্যাগ কৰি ভগৱৎমুখী হয়, সাহিত্য সাধনা, দেশৰ বাবে আত্মোৎসৰ্গৰ বাটতো অগ্ৰসৰ হয়।

এটা বিশৃঙ্খল জীৱন অতিবাহিত কৰিলেও দস্তোয়েভস্কিৰ সাহিত্যই তেওঁক অমৰ কৰি ৰাখিব। তেওঁৰ প্ৰথম উপন্যাস *'পুৱৰ ফোক' (Poor Folk)* ১৮৪৫ খ্ৰীঃত প্ৰকাশিত হয়। এজন নিম্ন পৰ্যায়ৰ কেৰাণীৰ জীৱনৰ কাহিনীয়ে বিশ্বৰ নিম্নবিত্ত লোকৰ অসহায় জীৱনৰ ছবি দাঙি ধৰিছে। আলেক্স ইভিছ্ দেভুজকিন্, লেখকৰ সময় কালৰ ৰুছদেশৰ নিম্নবিত্ত চাকৰিজীৱীৰ প্ৰতিনিধি, পূৰ্বসুৰী লেখক গোগলৰ (১৮০৯-১৮৫২) বিখ্যাত গল্প *'ওভাৰকোট'*ৰ দুখীয়া মানুহৰ জীৱনৰ উপলব্ধি কৰাৰ দৰে, *'পুৱৰ ফোক'*ৰ দ্বাৰাও মানুহৰ আধ্যাত্ম সচেতনতাৰ আভাস দিছে। *'দি গেম্বলাৰ'*(বা জুৱাৰী ১৮৬৬), *'দি ইডিয়ট'*(১৮৬৬), *'দি হাউচ অৱ দি ডেইড্'*(১৮৬১), *'নোটচ্ ফ্ৰম দি আণ্ডাৰ ৱৰ্ল্ড'*(১৮৬৪) আৰু জগত বিখ্যাত উপন্যাস *'ক্ৰাইম এণ্ড পানিছ্‌মেন্ট'*। *'ক্ৰাইম এণ্ড পানিছমেন্ট'*ৰ নায়ক ৰাছকলনিকভো দুখীয়া, কিন্তু তাৰ এটা আত্মপ্ৰত্যয় আছে যে সি সকলোতকৈ উৰ্দ্ধত। সি যেন নিজৰ মাজতেই মানৱ সত্ত্বা (কমপ্লিট মেন) উপলব্ধি কৰিছে। সমাজ, ভগৱান, নীতি-নিয়ম, আইন-কানুন, অপৰাধ তাৰ বাবে একো নহয়। নিজকে পৰীক্ষা কৰি চাবৰ বাবে দুজনী গাভৰুক হত্যা কৰিলে। দেশৰ আইনে তাক দোষী সাব্যস্ত কৰি গ্ৰেপ্তাৰ কৰিলে। আইন অনুযায়ী সি কলীয়াপানীলৈ (চাইবেৰীয়া) নিৰ্বাসিত হ'ল। কিন্তু নিৰ্বাসিত জীৱনো তাৰ বাবে পৰীক্ষা মাথোন। ৰাছকলনিভৰ অসংযত জীৱনৰ চকৰি ঘূৰাই প্ৰকৃতিস্থ কৰিবলৈ সফল হ'ল উপন্যাসৰ নায়িকা ছনিয়াৰ দ্বাৰা। ছনিয়া সমাজচ্যুতা গাভৰু। তাই পিতৃৰ অত্যাচাৰত অতিষ্ঠ হৈ সমাজ বৰ্হিভূত কাৰ্যত লিপ্ত হয়। কিন্তু ছনিয়া আছিল বিনম্ৰ স্বভাৱৰ। তাই কৰা পাপ কাৰ্যবোৰ যে তাইৰ বিবেকৰ দ্বাৰা পৰিচালিত নহয় সেই বোধ তাইৰ আছে। অসৎ কাৰ্য কৰিলেও উক্ত বোধে চৰিত্ৰটো উজ্জ্বল কৰি তুলিছে। হত্যা আৰু অপৰাধমূলক কাহিনী হ'লেও উপন্যাসখনক সমালোচকসকলে 'ব্লাড এণ্ড থাণ্ডাৰ ট্ৰেজেডী', আকৌ কোনোৱে 'চাইকো থ্ৰিলাৰ' বা 'মনস্তাত্ত্বিক কাহিনী' প্ৰধান উপন্যাস বুলি ক'বলৈ বিচাৰে। কিন্তু ই ডিটেক্‌টিভ জাতীয় অপৰাধমূলক উপন্যাস নহয়। অনিশ্চয়তাবাদ ইয়াৰ মূল কথা। নিঃসংগ মানুহৰ যন্ত্ৰণাৰ মনস্তাত্ত্বিক দৃষ্টিৰেই ঔপন্যাসিকে নায়কৰ আত্ম-উপলব্ধি কৰি ছনিয়াৰ ওচৰত আত্মসমৰ্পণ কৰাৱ বিচৰা নাই, ই মাথোঁ 'to the suffering humanity'ৰ সৌজন্যহে। *'দি ডাবল'* নামৰ গল্পত দুটা সত্ত্বাৰ সন্ধান দিছে। *'দি ইডিয়ট'*ৰ কাহিনী আত্ম জিজ্ঞাসাতে ব্যাপ্ত 'আন এজন মানুহৰ' কথা ব্যক্ত কৰিছে। এইজন মানুহে নিজকেই সকলো ভাবিলেও তেওঁ কিন্তু *ক্ৰাইম এণ্ড পানিছমেন্ট*ৰ ৰাছকলনিকভ নহয়। এওঁৰ কাৰ্য সম্পূৰ্ণ। এওঁ সংসাৰ বিৰাগী, সংসাৰ ত্যাগী অনাসক্ত ব্যক্তি। অনাসক্ত

ভাব-চিন্তাতেই এওঁ সম্পূৰ্ণ মানৱ। ইডিয়টৰ নায়ক প্ৰিন্স মিচ্‌কিন মৃগী ৰোগী। এওঁ মানুহৰ পুতৌৰ পাত্ৰ। মানুহৰ অন্তৰত থকা দ্বিতীয় মানুহজন এওঁ চিনি নাপায়। সেইবাবে মানুহৰ স্বাৰ্থপৰতা, পাপ-বুদ্ধি আদি ৰিপুবোৰৰ সন্ধানো নাজানে, নিজৰ ৰোগাক্ৰান্ত দেহা আৰু ভগৱৎমুখী চিন্তাতেই তেওঁ নিমগ্ন। মানুহক যদি শ্ৰেষ্ঠ প্ৰাণী হিচাপে ভগৱানে সৃষ্টি কৰিলে, তেন্তে ৰোগাক্ৰান্ত কৰে কিয়? এই প্ৰশ্ন বা সাৰ্বজনীন চিন্তা কেৱল নিৰ্বোধৰে নহয়, পৃথিৱীৰ সকলো মানুহৰ মনৰ চিন্তা। ঔপন্যাসিকৰ দৃষ্টিত পৃথিৱীৰ সকলো মানুহেই একোজন ইডিয়ট বা নিৰ্বোধ।

(২)

*'ক্ৰাইম এণ্ড পানিছমেন্ট'* যদিও সৰ্বজনপ্ৰিয় আৰু উচ্চ সাহিত্যৰ অন্যতম সম্পদ আনহাতে ১৮৭৯ চনত প্ৰকাশিত তেওঁৰ অন্তিম ৰচনা *'ব্ৰাদাৰচ্ কাৰামাজভ'* (কাৰামাজভ ভ্ৰাতৃসকল) প্ৰকৃততে ঔপন্যাসিকগৰাকীৰ সৰ্বশ্ৰেষ্ঠ কৃতি বুলিও ক'ব পৰা যায়। দুটা অধ্যায়ৰ বৃহৎ উপন্যাসখনত (আৰু দুটা অধ্যায় সংযোগৰ আঁচনি আছিল বুলি জনা যায়) ৰুছ দেশৰ তিনিটা যুগৰ সামাজিক, ৰাজনৈতিক দিশৰ প্ৰতিফলন ঘটিছে। কাৰামাজভ ভ্ৰাতৃসকলৰ মাজেৰে কেৱল পৰিয়ালভিত্তিক কাহিনীকে প্ৰকাশ কৰা নাই, ইয়াৰ মাজেদি লেখকজনৰ জীৱনদৰ্শন তথা মানসিক সত্য উদঘাটনৰ দিশো নিৰ্ণয় কৰিছে। সেয়েহে বিভিন্নজনে উপন্যাসখন বিভিন্ন দৃষ্টিৰে চাবলৈ বিচাৰিছে। ডি, এইচ, লৰেন্সে উপন্যাসখন খ্ৰীষ্টধৰ্মৰ প্ৰতি ব্যৰ্থতাৰ পৰিচায়ক বুলি লিখিছে, কোনোৱে ইয়াক বিকৃত (ইম্‌বেলেন্স) মনৰ দাপোণ বুলি সমালোচনা কৰিছে। উপন্যাসখন লেখকৰ নিজা পৰিয়ালৰো পৰিচয়ৰ ইংগিত বুলি কোনোৱে বিচাৰ কৰিছে। অত্যাচাৰী লম্পট জমিদাৰ (দস্তোয়েভস্কিৰ পিতৃ)জনক প্ৰজাই হত্যা কৰা কাহিনী উপন্যাসখনত পোৱা যায়। উপন্যাসৰ বৃদ্ধ লোকজন অৰ্থাৎ থিয়োদৰ, দস্তোয়েভস্কিৰ পিতৃৰেই প্ৰতিৰূপ। থিয়োদৰ এজন কৰ্মঠ ব্যৱসায়ী, কিন্তু অত্যাচাৰী আৰু লম্পট। লোকৰ সম্পত্তি, মাটি-বাৰী হস্তগত কৰাত পাকৈত আৰু এনেকৈয়ে বিপুল সম্পত্তিৰো মালিক হৈ পৰে। বুঢ়াৰ তিনিজন পুত্ৰ, ডাঙৰজন দমিত্ৰি সৈন্যবিভাগৰ বিষয়া, পিতৃৰ সকলো গুণ তেওঁৰ গাতো বিৰাজমান। কিন্তু তেওঁ কৃপণ নহয়। ঘৰৰ জ্যেষ্ঠ সন্তান হিচাপে পিতাকৰ সমস্ত সম্পত্তিৰ তেঁৱেই অধিকাৰী বুলিও দাবী কৰে। দ্বিতীয়জন পুত্ৰ ইভান এজন উচ্চশিক্ষিত বুদ্ধিসম্পন্ন যুৱক। মস্কো বিশ্ববিদ্যালয়ৰ পৰা স্নাতক হোৱাৰ গৌৰৱো তেওঁৰ আছে। বেছিকৈ পঢ়া-শুনা কৰা বাবে তেওঁ সকলোতকৈ জ্ঞানী বুলি ভাবে, সেয়েহে তেওঁ ঈশ্বৰ, গীৰ্জা, ধৰ্ম একোকে নামানে। তেওঁ সাহিত্য চৰ্চা কৰে, কেতিয়াবা লিখে। কিন্তু দৃঢ় ধাৰণা যে তেওঁ লিখাবোৰহে শুদ্ধ, বাকীবোৰ অসাৰ। কোনো যুক্তি-দৰ্শনো তেওঁ নামানে। প্ৰকৃততে ইভান এজন নিহিলিষ্ট। সৰুপুত্ৰ আলেক্স বা আলোইয়া আন দুজনতকৈ বেলেগ। তেওঁ ধৰ্মভীৰু, লোকৰ দুখত দুখী, সকলোৰে লগত সমান ভাৱ, কিন্তু



কোনো জটিল সমস্যাত সোমাবলৈ নিবিচাৰে। কাৰামাজভৰ এই তিনিজন ভাতৃৰ বাদেও আৰু এজনৰ সন্ধান পোৱা যায়। বৃদ্ধ থিয়োদৰৰ সোঁহাত স্বৰূপ লগুৱা গ্ৰেগৰীৰ তত্বাৱধানত থকা ৰুগ্নদেহৰ পংগু স্মেৰ দিয়াক্‌ভ প্ৰকৃততে বৃদ্ধ থিয়োদৰৰে অবৈধ সন্তান। সেইকথা তেওঁ আৰু গ্ৰেগৰীৰ বাদে অন্যে নাজানে। কিন্তু অপ্ৰিয় সত্যৰ দৰে মনে মনে সকলোৱেই জানে। স্মেৰ দিয়াক্‌ভো থিয়োদৰৰ ঘৰত লগুৱা হিচাপেই থাকে। ল'ৰাহঁত ডাঙৰ হৈ অহাৰ লগে লগে থিয়োদৰে সিহঁতৰ সংস্থাপনৰ দিহা কৰিবলৈ গীৰ্জাৰ অধিকাৰী ফাদাৰ জেচিমাৰ ওচৰলৈ লৈ গৈ আলোচনাত মিলিত হ'ল যদিও থিয়োদৰৰ আচৰণত তিনিও পুত্ৰই অত্যন্ত লাজ পালে। দমিত্ৰিয়ে সেই স্থানকে এৰিলে। দমিত্ৰিৰ লগত সুন্দৰী কেতোৰিনাৰ বিয়াৰ বন্দোবস্তও হৈছিল। কিন্তু দমিত্ৰিয়ে বাকদত্তা কেতোৰিনাক উপেক্ষা কৰি গ্ৰুছেংকো নামেৰে নগৰৰ অন্য এজনী গাভৰুৰ লগত হলিগলি কৰিবলৈ লাগিল। গ্ৰুছেংকোৰ লগত দমিত্ৰিৰ বহু ধন অপব্যয় হ'ল, ধাৰত পোত খালে। ভায়েক, বাকদত্তা কেতোৰিনাৰ পৰাও দমিত্ৰিয়ে বহুতো ৰুবল (ৰুছ টকা) ধাৰ কৰিলে। ধাৰ সুজিবৰ বাবে পিতাকৰ পৰা ৰুবল বিচাৰিছিল যদিও পিতাকে দিবলৈ অমান্তি হোৱাত উপায়বিহীন হৈ গ্ৰুছেংকাৰ ওচৰলৈ গ'ল। ইতিমধ্যে গ্ৰুছেংকো অন্য এজন পুৰুষৰ লগত পলাল। এখন হোটেলত দমিত্ৰিয়ে গ্ৰুছেংকাক পাইছিল যদিও পিতৃ হত্যাৰ অপৰাধত পুলিচে বিচাৰি ফুৰা দমিত্ৰিক হোটেলখনতে গ্ৰেপ্তাৰ কৰিলে। আইনৰ পৰা দমিত্ৰি সাৰিব নোৱাৰিলে। তেওঁৰ বিপক্ষে বহুতো প্ৰমাণ পোৱা গ'ল। দমিত্ৰিৰ কাপোৰত থকা তেজৰ চেকুৰাৰ দাগ আৰু কেতোৰিনাই দাখিল কৰা দমিত্ৰিৰ চিঠিয়েই হত্যাকাৰী হিচাপে দমিত্ৰি চিনাক্ত হ'ল। কিন্তু বাস্তৱতে তেওঁ জানো হত্যা কৰিছিল? প্ৰকৃত সত্য হ'ল, থিয়োদৰৰ অবৈধ সন্তান, মৃগী ৰোগী স্মেৰ দিয়াক্‌ভেহে পিতৃ আৰু গ্ৰেগৰীক হত্যা কৰিছিল। দুটাকৈ হত্যাকাণ্ড কৰি থিয়োদৰৰ ধন চুৰি কৰি পলাই যাব খুজিও বিবেক দংশনত বাধাগ্ৰস্ত হৈ স্মেৰ দিয়াকভে ধনখিনি ইভানক দি সকলো কথা স্বীকাৰ কৰি আত্মহত্যা কৰিলে। ইভানে আদালতত সকলো কথা জনালেও দমিত্ৰি কিন্তু খালাচ নহ'ল, বৰং চাইবেৰীয়ালৈ নিৰ্বাসনৰ শাস্তিহে পালে। ইভানৰ কথাত কেতোৰিনাও দুঃখিত হৈ অনুশোচনা কৰিলে। তাই দমিত্ৰিৰ ওচৰত ক্ষমা বিচাৰিলে। আৰু ইভান— তেৱো ককায়েকৰ দুৰ্দশাত হতাশগ্ৰস্ত। নিয়তিৰ হাতত যে মানুহ অসহায় এই চেতনাই তেওঁক ভাৰাক্ৰান্ত কৰি তুলিলে। সমস্ত ঘটনাৰ বাবে তেওঁৱেই দায়ী বুলি ভাবি অদৃশ্য মহাকালৰ মহা বিচাৰৰ ভয়ে তেওঁক অপ্ৰকৃতিস্থ কৰিলে। সৰুজন ভায়েক আলেক্সেই জ্যেষ্ঠ ককায়েকৰ দুখতে নিজেও চাইবেৰীয়ালৈ দমিত্ৰিৰ সংগী হিচাপে গমন কৰিলে। এনেকৈয়ে দস্তোয়েভস্কিয়ে এটা পৰিয়ালৰ জীৱন ধ্বংসৰ ছবি তেওঁৰ উপন্যাসত দাঙি ধৰিছে।

(৩)

একান্ত পাৰিবাৰিক উপন্যাস যদিও ব্ৰাদাৰচ্ কাৰামাজভৰ জনপ্ৰিয়তা বা পৃথিৱীৰ শ্ৰেষ্ঠ মহাকাব্যিক উপন্যাসৰ অন্যতম বুলি খ্যাতি লাভ কৰাৰ কাৰণ কি ? এই প্ৰশ্নৰ উত্তৰ সমালোচক সকলে বিভিন্ন দৃষ্টিকোণৰ পৰা দিছে। প্ৰকৃততে উপন্যাসখন ৰুছিয়াৰ অতীত, বৰ্তমান আৰু ভৱিষ্যতৰ প্ৰতীক। সমালোচকৰ (গোপাল হালদাৰ) দৃষ্টিত দমিত্ৰিৰ যোগে ঔপন্যাসিকে জাৰ কবলিত পুৰণি দৃষ্টিৰ ৰুছিয়াৰ স্বৰূপ, ইভানৰ যোগে নাস্তিক, বস্তুবাদী তন্ত্ৰৰ আদৰ্শৰে প্ৰভাৱান্বিত ৰুছিয়া আৰু ভৱিষ্যতে গঠন হ'ব পৰা মানবিকতাবাদী আদৰ্শৰ ৰুছিয়াৰ প্ৰতীক আলেস্কৰযোগে প্ৰকাশ কৰিছে। দস্তোয়েভস্কিৰ ভৱিষ্যত সপোন সাম্যবাদী ৰুছিয়া চৰকাৰৰ পতন আৰু ছোভিয়েট ৰুছিয়াৰ গাঁথনি ভংগ হৈ ক্ষুদ্ৰ ৰাজ্যত পৰিণত হোৱাৰ কথাই যেন বাস্তৱত ৰূপায়িত হ'ল। সেয়েহে ব্ৰাদাৰচ্ কাৰামাজভ দস্তোয়েভস্কিৰ ভৱিষ্যতদৰ্শী দৰ্শন বুলিও অভিহিত কৰিব পাৰি। ঔপন্যাসিকৰ দৰ্শন প্ৰতিফলিত হৈছে ফাদাৰ জেচিমা আৰু কনিষ্ঠ ভ্ৰাতৃ আলেস্ক বা য়ালোয়েচাৰৰ মাজেদি।

উপন্যাসখনৰ পৰৱৰ্তী দুটা খণ্ড লিখাৰো পৰিকল্পনা আছিল। বিশেষকৈ দূৰ ভৱিষ্যতে সম্ভাব্য ৰাজনৈতিক আৰু সামাজিক বিষয়লৈ। দস্তোয়েভস্কিয়ে জানিছিল যে যিদৰে এদিন নাস্তিক সাম্যবাদী ৰুছিয়া ক্ষুদ্ৰ সত্বাত পৰিণত হ'ব, ঠিক সেইদৰে ৰুছিয়াত আকৌ বিপ্লৱ আহিব, পুনৰ বস্তু দৰ্শনৰ সাম্যবাদ প্ৰতিষ্ঠা হ'ব। ঔপন্যাসিকগৰাকীৰ মতবাদ সৰ্বজন গৃহীত নহ'লেও এতিয়াও কিন্তু তেওঁ লিখা দৰ্শনৰ গৱেষণা আলোচনাৰ অন্ত হোৱা নাই। তেওঁৰ প্ৰতিখন উপন্যাসত, প্ৰতিটো গল্পত মানৱ মনৰ পৰিচয় পোৱা যায়। সেয়েহে আলোচক বা গৱেষকসকলৰ বাবে দস্তোয়েভস্কিৰ সাহিত্যৰ জটিলতা আৰু গভীৰ অধ্যয়নৰ সমল। বিশেষকৈ ব্ৰাদাৰচ্ কাৰামাজভৰ প্ৰকৃত সত্য কি, উপন্যাসখনৰ অন্তৰ্নিহিত দৰ্শন, ৰহস্যমূলক অপৰাধ সাহিত্য নে মানৱ প্ৰেমৰ আদৰ্শ, ভগৱৎমুখী চিন্তাধাৰানে বস্তুবাদী নাস্তিকতা, নে সমাজ তান্ত্ৰিকতাৰ বিৰুদ্ধ ৰুছিয়াৰ ক্ষয়মান ছবি বা ৰাজনৈতিকতা নে সমাজতত্ত্বৰ ভিত্তিত ৰচনা কৰা সেই সম্পৰ্কে কোনেও একমতত উপনীত হ'ব পৰা নাই। মানৱতাবাদ দস্তোয়েভস্কিৰ মূল দৰ্শন। ব্ৰাদাৰচ্ কাৰামাজভত এই দৰ্শন প্ৰতিফলিত হ'লেও উপন্যাসখন এতিয়াও গৱেষণাৰ অন্যতম বিষয় হৈ আছে।

"BROTHER KARAMAZON" — Nov. 1880
2nd Publication 1948
Published By- The Russian Mesenger.

* জেচিয়ান/১৯৯৭-৯৮, যোৰহাট কলেজ



# নুট হামচুন ঃ হাংগাৰ



(১)

ঔপন্যাসিক নুট হামচুনৰ প্ৰকৃত নাম নুট পেডাৰচেন (Knut Pedersen)। ১৮৫৭ চনৰ ৪ আগষ্টত পূব নৰৱেৰ লুম নামৰ এখন অখ্যাত গাঁৱৰ এটা দৰিদ্ৰ পৰিয়ালত হামচুনৰ জন্ম হয়। পিতাকৰ ঘৰুৱা অৱস্থা একেবাৰে শোচনীয় হোৱাৰ বাবে, তেওঁ পূৰ্ব পুৰুষৰ দিনৰে পৰা চলি অহা কমাৰৰ কামকে কৰিবলগীয়া হৈছিল। কিশোৰ অৱস্থাৰে পৰা দাৰিদ্ৰতাৰ সৈতে যুঁজিব লগাত হামচুনে আনুষ্ঠানিক শিক্ষা লাভ কৰিব নোৱাৰিলে। ঘৰতেই প্ৰাথমিক পৰ্যায়ৰ শিক্ষা লৈছিল। সৰু কালতেই পিতাকৰ মৃত্যু হোৱাত তেওঁ ককাকৰ কঠোৰ শাসনৰ মাজত দিন নিয়াব লগাত অতিষ্ঠ হৈ ঘৰৰ পৰা পলাই গৈ মুচি এজনৰ ঘৰত আশ্ৰয় ল'লৈগে। যুৱক হামচুনে মুচিৰ ঘৰতে জোতা চিলাই কৰি দুবেলাৰ ভাত মোকলাইছিল। ১৮৮২ চনত ভাগ্য অন্বেষণত তেওঁ জাহাজৰ বনুৱা হৈ আমেৰিকালৈ যাত্ৰা কৰিছিল। আমেৰিকাৰ নিউয়ৰ্কত তেওঁ কোনো এটা কাৰখানাত দিন-মজুৰি কাম কৰি দুবছৰ কটালে। এবাৰ নিজ দেশলৈ আহি পুনৰ ১৮৮৬ চনত আমেৰিকালৈ গৈ চিকাগো নগৰৰ ট্ৰামগাড়ীৰ পৰিচালকৰ কামত সোমায়। তাৰ কিছুদিনৰ পাছত উত্তৰ ডাকোটাৰ এখন দোকানৰ কৰ্মচাৰী



হিচাপেও জীৱিকা নিৰ্বাহ কৰিছিল। সেইবাৰো মাত্ৰ দুবছৰহে আমেৰিকাত কটালে। তেওঁ পুনৰ নৰৱেলৈ ঘূৰি আহে।

ওৰে জীৱন দাৰিদ্ৰতাৰ বিৰুদ্ধে যুঁজি থাকিবলগীয়াত তেওঁ যদিও বিদ্যালয়ত নামভৰ্তি কৰা নাছিল সময়-সুবিধা বুজি ঘৰত পঢ়া-শুনা কৰিছিল আৰু সাহিত্য-কৰ্মত মনোনিৱেশ দিছিল। নৰৱেৰিয়ান ভাষাৰ লগতে তেওঁ ডেনিচ (ডেনমাৰ্কৰ ভাষা) ভাষাও শিকিছিল। সৰু-সুৰা কামৰ কৰ্মচাৰী হিচাপে থাকোঁতে তেওঁ কবিতা লিখিছিল। তেওঁ ওচ্‌লো খ্ৰীষ্টীয়ান বিশ্ববিদ্যালয়ত সাংবাদিকতা অধ্যয়ন কৰিছিল। আমেৰিকাৰ বিলাসী জীৱনৰ সৈতে খাপ খাব নোৱাৰি হামচুন নৰৱেলৈ আহি সাধাৰণ পৰ্যায়ৰ চাকৰি এটাত সোমাই সাহিত্য সাধনাত ব্ৰতী হয়। ওৰে জীৱনত পোৱা অভিজ্ঞতা, দাৰিদ্ৰতাৰ সংগ্ৰামত যুঁজাৰ কাহিনীৰে তেওঁ *'Sult'* নামৰ এখন উপন্যাস ৰচনা কৰিলে। ডেনমাৰ্কৰ এখন আগশাৰীৰ আলোচনীত ১৮৮৮ চনত ধাৰাবাহিকভাৱে *'চুল্ট'* প্ৰকাশ হৈছিল। উপন্যাসখনৰ বিষয়বস্তুৰ নতুনত্ব আৰু বাস্তৱিক ঘটনাক পাঠক সমাজে আদৰিলে। আলোচনীত ধাৰাবাহিক প্ৰকাশৰ অন্ত হোৱাৰ লগে লগে তাৰ ইংৰাজী সংস্কৰণ *'Hunger'* (ভোক, ১৮৯০) নামেৰে প্ৰকাশ হ'ল। *'হাংগাৰে'* হামচুনৰ খ্যাতি ইউৰোপীয় সাহিত্য-সমাজত বৃদ্ধি কৰিলে। তাৰপাছৰ পৰাই তেওঁ বহি থকা নাই। ১৮৯২ চনত তেওঁৰ আন এখন গ্ৰন্থ *'মিষ্টিৰিয়াৰ'* (মূল ঃ *Mysterier*) প্ৰকাশ হয়। হামচুনৰ আনখন বিখ্যাত উপন্যাস *'গ্ৰ'থ অৱ দ্য চইল'* (মূল ঃ *Markens Grode*) প্ৰকাশ হয় ১৯১৭ চনত। ১৯২০ চনত এই উপন্যাসৰ বাবে তেওঁক সাহিত্যৰ নোবেল পুৰস্কাৰ প্ৰদান কৰা হৈছিল। হামচুনৰ গীতি-কবিতা সংকলন *'পান'* (*Pan*) ১৮৯৪ চনত প্ৰকাশ হৈছিল। পেডাৰচেনে তেওঁলোকৰ কৃষি পামখনৰ নামেৰে (হামচুন্‌ড ঃ Hamsund) কবিতা ৰচনাত ছদ্মনাম ব্যৱহাৰ কৰিছিল। কিন্তু ছপাশালত ভুলতে হামচুন্‌ডৰ সলনি 'হামচুন' কৰাত তেওঁ সেই নামেৰেই বিখ্যাত হয়। দ্বিতীয় মহাযুদ্ধৰ সময়ত তেওঁ হিট্‌লাৰৰ নাজী পক্ষৰ নীতি আৰু কামক প্ৰশংসা কৰাৰ বাবে অপ্ৰিয়ভাজনো হৈছিল, পাছত পুনৰ সেই অপবাদ আঁতৰিলে।

*'গ্ৰ'থ অৱ দ্য চইলে'* তেওঁক নোবেল পুৰস্কাৰৰ গৰাকী কৰিলেও (যদিও সেইখনো এখন বিখ্যাত উপন্যাস) হামচুনৰ খ্যাতি অমৰ কৰি ৰাখিব *'হাংগাৰে'*হে (ভোক)। ১৯৫২ চনৰ ১৯ ফেব্ৰুৱাৰীত হামচুনৰ মৃত্যু হয়।

(২)

*হাংগাৰ* (ভোক) এখন ভিন্নসুৰী উপন্যাস। ইউৰোপত বিশেষকৈ নৰৱে, ডেনমাৰ্ক, ইংলেণ্ড আদি দেশত দেখা দিয়া নিবনুৱা সমস্যা, দুৰ্নীতি আৰু আদৰ্শবাদৰ অস্তিত্ব সম্পৰ্কে সজাগতা উপন্যাসখনত পোৱা যায়। উপন্যাসখনৰ এটা নিৰ্দিষ্ট ধাৰাবাহিক



কাহিনী নাই। সমসাময়িক উপন্যাসৰ প্ৰেমৰ উন্মাদো পোৱা নাযায়। হাংগাৰত হামচুনৰ বাস্তৱিক অভিজ্ঞতাৰ এটি আভাস পাব পাৰি। উপন্যাসখনৰ কাহিনী এনে ধৰণৰ—

মেজত থৈ দিয়া ঘড়ীত পুৱা ছয় বজাৰ সংকেত ধ্বনি শুনি ডেকা সাহিত্যিকজনৰ (উপন্যাসত নায়কৰ নাম উহ্য) চকু মেল খালে, কিন্তু বিছনাৰ পৰা নামিবলৈ মন নকৰিলে। বিছনাত থাকোঁতেই পুৱা আঠ বাজিল। পেটৰ ভোকে তেওঁক অস্থিৰ কৰি তুলিছিল যদিও ঘৰত খুদকণ এটাও নথকাত সহি-সামৰি কিছুসময় পুনৰ বিছনাতে ছাটি-ফুটি কৰি থাকিল। যোৱা দুদিন তেওঁ চেঁচাপানীৰ বাদে একোৱেই খোৱা নাই। এইবাৰ বিছনাৰ পৰা নামি কেতিয়াবা এৰি থোৱা কিবা আছে নেকি চালে। একোৱেই নাই- আনকি নিগনিয়ে খোৱা ভেঁকুৰা ৰুটি এডোখৰো নাই।

ওলোমাই থোৱা কাপোৰযোৰ পিন্ধি সাহিত্যিকজনে সেইদিনাও ক'ৰবাত কাম এটা পোৱাৰ সন্ধানত যাবলৈ উদ্যত হওঁতেই চিন্তা কৰিলে, এনেকৈয়ে দেখোন তেওঁ কেইবাদিনো চাকৰিৰ সন্ধানত আশা বুকুত বান্ধি অ'লৈ-ত'লৈ গৈছিল। ক'তা, ক'তো জানো কিবা এটা চাকৰি পালে? তেওঁৱেই নহয়, কিমানজন যে তেওঁৰ দৰে ঘূৰি ফুৰিছে। কিছুমানৰ কথা বেলেগ। তেওঁৰ দৰে শিক্ষিত সকলেও নিবনুৱা জীৱন কটাবলগীয়া হৈছে। সেই কথা ভাবি তেওঁৰ উৎসাহ নাইকিয়া হ'ল। কিছুসময় কোঠাৰ ভিতৰতে (ঘৰ মানে সৰু মূৰ সোমাব পৰা মাত্ৰ এটা কোঠা) পায়চাৰি কৰি পুনৰ ভাবিলে মানুহে আশা এৰিব নাপায়। আশাইহে মানুহক জীয়াই ৰাখে। কালি নোহোৱা কাম এটা হয়তো আজি হ'ব পাৰে। হয়তো ক'ৰবাত কাৰখানাৰ বনুৱা এটাৰো মৃত্যু হ'ব পাৰে, কিন্তু কামটো বন্ধ নহয়। সেই আশাৰে তেওঁ কেইখনমান শুদা কাগজ নুৱা এটা কৰি হাতত ল'লে। কলমটো তেওঁৰ জেপত থকাটো নিয়ম। তেওঁৰ ইচ্ছা যদি বতৰে আমনি নকৰে, তেতিয়াহ'লে পাৰ্কত বহি বাতৰি কাকতৰ বাবে দুটামান প্ৰবন্ধকে লিখিব। তেতিয়া অন্ততঃ দুই-তিনিদিনৰ খোৱা খৰচটো ওলাব।

(৩)

ঘৰৰ পৰা ওলাই তেওঁ ৰাজ আলিয়েদি খোজ ল'লে। কিছুদূৰ যোৱাৰ পাছত এজন বুঢ়া মানুহৰ সৈতে দেখাদেখি হ'ল। মানুহজনৰ পিঠিত এটা মেটমৰা বোজা। মানুহজনে লেঙেৰিয়াই খোজকাঢ়ি আহিছে যদিও ভাগৰি পৰা নাই। বুঢ়াই কিছুপৰ সাহিত্যিকজনক চাই থাকি শেষত এক পেনী (মুদ্ৰা) ভিক্ষা বিচাৰিছিল। কিন্তু সাহিত্যিকে পইচা দিয়ে ক'ৰপৰা? বুঢ়াই ভিক্ষা বিচাৰিছিল গাখীৰ অকণ কিনিবৰ বাবে। কাৰণ তেওঁ অনাহাৰে আছে, অথচ মালিকৰ বোজা কঢ়িয়াই নিবও লাগিব। বুঢ়াজনৰ কথাত তেওঁ মনতে ভাবিলে, "এই বুঢ়াজনে ভিক্ষা কৰিবলৈ অন্য মানুহ বিচাৰি নাপালে?" তেওঁ নিজেই দুদিন অনাহাৰত আছে। গতিকে বুঢ়াই চাই থাকোঁতেই কোনো উত্তৰ নিদি

তেওঁ আঁতৰি গৈ এখন দোকানত সোমালগৈ। সেই দোকানৰ মালিকে অভাৱ-অনাটনৰ সুবিধা লৈ গ্ৰাহকৰ পৰা বস্তু বন্ধকত লয়, বিনিময়ত যৎসামান্য পইচা দিয়ে। ৰাষ্ট্ৰ জুৰিয়েই এনে দোকানৰ সংখ্যাও বৃদ্ধি পাবলৈ ধৰিলে। এনেবোৰ দোকানৰ নিয়ম হ'ল সময়মতে বস্তু ঘূৰাই নিনিলে (সুতে-মূলে) বস্তু মালিকৰ হয়। সাহিত্যিকজনৰ বন্ধকত দিবলগীয়া কেৱল জোতাযোৰহে আছিল। তাকো ফটা। কলমটো তেওঁ নিদিয়ে, কাৰণ লিখা কাম বন্ধ হ'ব। ফটা উৰলি যোৱা কোটটোও দিব নোৱাৰে। তেওঁ জোতাযোৰকে বন্ধকত থৈ আধা পেনী পালে। বাটেদি আহোঁতে বুঢ়াক আকৌ দেখিছিল, বুঢ়াই আশাৰে চাইছিল, কিন্তু সাহিত্যিকে সঁহাৰি নিদিলে।

কিছুদুৰ যোৱাৰ পাছত, তেওঁ এজনী মহিলাৰ সৈতে এগৰাকী গাভৰুক সেইফালে অহা দেখিলে। দুয়োয়ে বাটত হাঁহি-তামাচা কৰি অহা দেখি সাহিত্যিকে মনতে ভাবিলে, এই বয়সতে গাভৰুজনীয়ে নাহাঁহিলে হাঁহিব কেতিয়া? তদুপৰি তেওঁৰ দৰে নিশ্চয় অনাহাৰেও থকা নাই. গাভৰু আৰু মহিলাৰ মুখ দেখিয়েই তেওঁ নিশ্চিত হ'ল যে তেওঁলোক ধনী মানুহৰ ঘৰৰ। গাভৰু গৰাকীক দেখি তেওঁৰ পেটৰ কল্‌মলনিও পাহৰিলে। ভাবিলে, গাভৰুজনীৰ সৈতে মুখ চুপতি কৰি পেটৰ ভোক পাহৰাই ভাল হ'ব। গাভৰুক তেওঁ অনুসৰণ কৰিলে। গাভৰুগৰাকী দোকান এখনৰ সন্মুখ পাওঁতেই সাহিত্যিকে তেওঁক সুধিলে যে হাতত অনা কিতাপখন ক'ত পেলাই আহিল। অচিনাকিজনৰ প্ৰশ্ন শুনি ছোৱালী আৰু মহিলা দুয়ো আচৰিত হ'ল। ক'তা, তেওঁলোকে হাতত কিতাপ অনা নাছিল। তেওঁলোকে কোনো উত্তৰ নিদিলে। এখোজমান গৈ ছোৱালীজনীয়ে লগৰ মহিলাগৰাকীক ক'লে, "সম্ভৱ ডেকাজনৰ মগজুৰ বিকৃতি ঘটিছে। চেহেৰা-পাতি দেখি ডেকাজন দুষ্ট প্ৰকৃতিৰ নহয় যেন লাগে। ভাল চিকিৎসাৰ অভাৱতে বেচেৰা এনেকুৱা হৈছে।" এইবুলি কৈ দুয়ো আঁতৰি গ'ল।

সাহিত্যিক পাৰ্কলৈ বুলি আগবাঢ়িল। পাৰ্কত কিছু আহুকালৰ বাবে তেওঁৰ প্ৰবন্ধ লেখা নহ'ল। শুদা ভৰিত চেঁচাও অনুভৱ কৰিলে। তেওঁ মনতে ভাবিলে, প্ৰবন্ধ লেখাতকৈ বাতৰি কাকতত প্ৰকাশ পোৱা বিজ্ঞাপনৰ ভিত্তিত সেই কাৰ্যালয়টোৰ গাণনিক পদৰ বাবে দৰ্খাস্ত এখন লেখাহে বাস্তৱিক কাম হ'ব। অৱশ্যে তেনেকুৱা দৰ্খাস্ত বহুবাৰেই লিখিছে। উপযুক্ত কাগজ-পত্ৰ দেখুৱালেও দেখোন চাকৰি নাপায়। অৰ্হতা নথকাজনেও পায়। চাকৰিৰ ৰহস্য ভেদ কৰা টান। বহু চিন্তা কৰি পাৰ্কৰ বেঞ্চখনতে দৰ্খাস্তখন লিখি কাৰ্যালয়ত দি থৈ আহিল। দুদিনমানৰ পাছত অনুসন্ধানৰ বাবে তেওঁ সেই কাৰ্যালয়ৰ মুখ্য বিষয়াজনক সাক্ষাৎ কৰিলেগৈ। বিষয়াজনে আৱেদনখন সাহিত্যিকজনৰ হাতত গুজি দি হাঁহি সামৰিব নোৱাৰিলে। পেটৰ ভোক, তাতে বিদ্ৰূপ— সাহিত্যিকৰ মূৰে কাম নকৰা হ'ল। বিষয়াজনৰ কথামতে কোনোমতে খং সামৰি দৰ্খাস্তখনত চকু ফুৰাই



নিজেই আচৰিত হৈ পৰিল। বয়সৰ স্থানত তেওঁ কি লিখিলে— জন্ম ১৮৪৮ চন! হায়, ইমান মাৰাত্মক ভুল কৰিলেনে? সেইটো বছৰ দেখোন তেওঁৰ জন্মৰ বছৰতকৈ বহুত আগৰ। সেমেনা-সেমেনি কৰি হতাশ হৈ তেওঁ ঘৰলৈ আহিল।

(৪)

ভুলটোৰ বাবে তেওঁ ম্ৰিয়মান হৈ পৰিল। ঘৰলৈ আহি মেজৰ ওপৰত এখন চিঠি পালে। চিঠিখন খুলিবলৈ সাহস নহ'ল। কেইবামাহো ঘৰৰ (কোঠা) ভাড়া দিয়া নাই বাবে নিশ্চয় মালিকৰ তাগিদা। যাৰ খাবলৈ এটা পইচাও নাই, সি ভাড়া দিব কেনেকৈ? কিন্তু চিঠিখন নোখোলাকৈ থাকিব নোৱাৰিলে। মানুহৰ মনৰ আশাৰ দৌৰ খুউব বেছি। চিঠিখনে সঁচাকৈয়ে ভাল খবৰেই আনিছিল। তেওঁ পঠোৱা প্ৰবন্ধ এটা সম্পাদকে পঢ়ি অত্যন্ত সুখী হৈ প্ৰকাশৰ আগতেই অগ্ৰীম আধা পাউণ্ডৰ নোট এখন পঠাই দিছিল। প্ৰকাশ হ'লে বাকীখিনি দিব। সাহিত্যিকে মনে-প্ৰাণে ঈশ্বৰকো ধন্যবাদ জনালে, লগতে সম্পাদককো। পৃথিৱীত এতিয়াও সৎ লোক থকাটো নিশ্চিত হ'ল।

এনেকৈয়ে অনাহাৰে বা অৰ্ধাহাৰে সাহিত্যিকে দিন পাৰ কৰিবলৈ ধৰিলে। মাজে-সময়ে কিবা এটা লিখি কাগজলৈ পঠায়, কেতিয়াবা প্ৰকাশ হয় কেতিয়াবা নহয়। ক'ৰবাত দুই-তিনি পইচা ঘটিলেও লেখন-সামগ্ৰী কিনোতেই আধা খৰচ হয়। ভোকত থাকিলেও কাগজ-চিয়াহী কিনিব লাগিব, কাৰণ দুই-তিনি পইচাৰ মুখ লেখাৰ পৰাহে দেখিছে। এদিন সন্ধ্যাবেলা সদ্য-সমাপ্ত কৰা পাণ্ডুলিপিটো লৈ তেওঁ ওলাই গ'ল। অন্যমনস্কভাৱে গৈ এটি গীৰ্জা ঘৰৰ সন্মুখ পালেগৈ। তেতিয়া উপাসনা বন্ধ হৈছিল। অকলশৰে উপাসনা ঘৰৰ বেঞ্চ এখনত বহি থাকোঁতেই ৰাতি আঠ বাজিল। গীৰ্জাৰ দুৱাৰ বন্ধ কৰিবলৈ ধৰাত তেওঁ নিজৰ ঘৰলৈকে বুলি ওলাই আহিল। ভৰি অৱশ, খোজ কাঢ়িবকে নোৱাৰে। পেটৰ কল্‌মলনিত প্ৰাণ যাওঁ-যাওঁ অৱস্থা। কোনোমতে খট্‌খটিৰে নামি তলৰ উদ্যানত থিয় দিলে। তেওঁ আৰু এখোজো যাব নোৱাৰা হ'ল। উদ্যানখনতে বহি পৰিল। প্ৰথমে ভাবিছিল হয়তো ভোকৰ জ্বৰে পাব পায়, হাতখনেৰে কপালখন চালে— গৰম অনুভৱ নকৰিলে। ওঁঠ দুটা কিন্তু শুকান অনুভৱ হ'ল। কেইবাদিনো নোখোৱাৰ বাবেই তেনে হ'ব পাৰে। যি কি নহওক, মুকলি উদ্যানতে কিছু বিশ্ৰাম লোৱাৰ চিন্তা কৰি তেওঁ শুই পৰিল। তেওঁ এটি সপোন দেখিলে। সেই সপোনতে তেওঁ এজনী ষোড়শীক দেখা পালে। সুন্দৰী, সৰু, নম্ৰ স্বভাৱৰ ষোড়শীয়ে তেওঁক যেন চকুৰ পলক নভঙাকৈ চাই আছিল। দুয়োৰে চকুৰ মিলন ঘটিল। পাছত বাহুবন্ধ হৈ দুয়ো দুয়োকে আপোন কৰি ল'লে। ষোড়শীয়ে তেওঁক যেন এটি সু-সজ্জিত ঘৰলৈ লৈ গ'ল। ঘৰৰ এক নিৰ্জন কোঠাত দুয়ো পুনৰ এক হৈ পৰিল। ষোড়শীয়ে আবেগ-বিহ্বল হৈ সাহিত্যিকক চুমা এটা দিব খোজোঁতেই উদ্যান

ৰখীয়াই তেওঁক জগাই দিলে। সাহিত্যিকৰ ৰোমাঞ্চ ভৰা সপোন ভংগ হ'ল। উদ্যানৰখীয়া শান্তি ৰক্ষকজনে আইন ভংগ কৰাৰ অপৰাধতে আৰক্ষী থানালৈ তেওঁক লৈ গ'ল। থানাত তেওঁৰ নিজৰ পৰিচয় গোপন কৰি ৰাখিলে। ঘৰ বহু দূৰৈত, ৰাতি অকলশৰে যোৱা নিৰাপদ নহয় বুলি জনোৱাত তেওঁক থানাৰ বিষয়াই সাধাৰণ চোৰ বা জেপলুৰুকা বুলি ভাবি ৰাতিটো ৰাখিলে। সেই থানাখনত অপৰাধী ৰখা দুটা কোঠা আছিল। এটাত খাবলৈ নাপায় য'তে-ত'তে ঘূৰি ফুৰা নিবনুৱা, পইচা আদি বিচৰা বজৰুৱা বা নগৰৰ নিয়ম ভংগকাৰী অপৰাধীৰ বাবে, আৰু আনটোত চোৰ, জেপলুৰুকা, ছোৱালী জোকোৱা অপৰাধীৰ বাবে। প্ৰথম কোঠাৰ বন্দীক থানাৰ পৰাই যৎসামান্য খোৱা বস্তু দিয়ে, কিন্তু দ্বিতীয় কোঠাৰ বন্দীক একো নিদিয়ে। সাহিত্যিকে ভাবিছিল, অন্ততঃ প্ৰথম কোঠাতে তেওঁক ৰাখিব— কিবা এটা পেটত দিব পাৰিব। কিন্তু সেইয়াও তেওঁৰ ভাগ্যত নিমিলিল। পুৰা পেট পুৰাই কলহত থৈ দিয়া অপৰিষ্কাৰ পানীকে পি তেওঁ সন্তুষ্ট হ'ল। থানাৰ বিষয়াই সাহিত্যিকৰ আচাৰ-ব্যৱহাৰ, খোজ-কাটল পৰীক্ষা কৰি, প্ৰকৃত অপৰাধী যেন নেদেখি নাম-ঠিকনা (ছদ্মভাৱে দিয়া) পঞ্জীভুক্ত কৰি এৰি দিলে। থানাৰ পৰা ওলাই তেওঁ ৰাজ আলিয়েদি গৈ থাকোঁতে বন্ধকী দোকানখন দেখা পালে। বন্ধকত থ'বলৈনো তেওঁৰ আছে কি? টাপলি মৰা একমাত্ৰ কোটটো। জাৰ গুচাবলৈ একমাত্ৰ সম্বল। ৰাতি শোৱাৰ সময়তো কোটটোৱেই সৰ্বস্ব। কিন্তু পেটৰ ভোক! পেটৰ ভোকে তেতিয়া তেওঁক দহি পেলাইছিল। ভোকৰ বাবে কৰিব নোৱাৰা কাম কি আছে? শেষত তেওঁ কোটটো বন্ধকত থোৱাৰ সিদ্ধান্ত লৈ দোকানৰ খটখটিত ভৰি দিওঁতেই এজন পুৰণি বন্ধুৱে তেওঁক চিনি পাই মাতিলে। কিছু সময় কথা পতাৰ পাছত চতুৰ বন্ধুজনে তেওঁৰ অৱস্থাৰ বুজ লৈ ওচৰৰ ৰেষ্টোৰা এখনলৈ নি পেট পুৰাই খুৱালে। এৰা-এৰি হোৱাৰ সময়ত বন্ধুজনে পাঁচ চিলিং মুদ্ৰাও দিলে। বন্ধুৰ বদান্যতা আৰু দান তেওঁ গ্ৰহণ কৰিলে। পেটৰ ক্ষুধা শাম কটাত তেওঁ দুটামান প্ৰবন্ধ লেখাত ব্যস্ত হ'ল। কেইদিনমানৰ পাছত এটি প্ৰবন্ধ লৈ স্থানীয় কাকতৰ সম্পাদকজনৰ কাষ চাপিলে। সম্পাদকে প্ৰবন্ধটো ওপৰা-ওপৰিকৈ পঢ়ি প্ৰশংসা কৰিলে যদিও তেনে এটা গধুৰ বিষয়ক প্ৰবন্ধৰ প্ৰকাশ কৰিবলৈ অসুবিধাৰ কথা ব্যক্ত কৰিলে। সম্পাদকে খোলাভাৱেই জনালে যে তেওঁৰ কাকতখন সৰ্বসাধাৰণৰ বাবেহে, গধূৰ প্ৰবন্ধ প্ৰকাশ হ'লে দুই-তিনিজন পণ্ডিতেহে পঢ়িব। সেইবাবে সম্পাদকে সৰ্বসাধাৰণে পঢ়িব পৰা প্ৰবন্ধ এটা লিখি দিবলৈ তেওঁক অনুৰোধ জনাই অগ্ৰিম মাননী এটি দিয়াৰ কথাও জনালে। সেই কথাত সাহিত্যিকজনৰ মনত দোদুল্যমান অৱস্থাৰ সৃষ্টি হ'ল। এফালে পেটৰ ভোক, আনফালে সন্মানৰ প্ৰশ্ন। এই দুটাৰ ভিতৰত গুৰুত্ব ক'ত দিব তাকে চিন্তা কৰি তেওঁ কিছু সময় মৌন হৈ ৰ'ল। পাছত সন্মানকে তেওঁ অগ্ৰাধিকাৰ দি নতুন প্ৰবন্ধ লিখাৰ মানসেৰে ঘৰ পালেগৈ।



(৫)

তেওঁ লক্ষ্য কৰিলে, কিছুদিনৰ পৰা ক'লা কাপোৰৰ ওৰণি লৈ সন্ধ্যা সময়ত এগৰাকী মহিলাই তেওঁৰ ঘৰৰ সন্মুখেদি অহা-যোৱা কৰে। প্ৰতিদিনাই ৰহস্যময়ী মহিলাগৰাকীয়ে তেওঁৰ ঘৰলৈ চায় আৰু গুচি যায়। এদিন ডেকা সাহিত্যিক ঘৰৰ পৰা ওলাই আহি মহিলাগৰাকীক সাক্ষাৎ কৰিলে। সাহিত্যিকক দেখিয়েই মহিলা গৰাকীয়ে ওৰণিখন গুচাই দিলে। সাহিত্যিক আচৰিত হ'ল— সেই যে কিতাপ হেৰোৱা বিষয়ত কৌতুক কৰা গাভৰুজনী। গাভৰু গৰাকীক ওচৰতে দৃঢ়মনা হৈ থকা দেখি তেওঁ কিংকৰ্তব্যবিমূঢ় হৈ পৰিল। দুয়োৱে পৰস্পৰ চিনাকি হোৱাৰ পাছত গাভৰু গৰাকীক সাহিত্যিকে নিজৰ কোঠালৈ লৈ গ'ল। গাভৰু গৰাকী অনুসন্ধিৎসু মনৰ আছিল। চকুৰ পলকতে তেওঁ কোঠাটো চালে। জগতৰ বিচিত্ৰ অভিজ্ঞতা লাভৰ বাবে তেওঁ কিছুমান দুঃসাহসিক কামো কৰিছিল। পৰপুৰুষ, তাতে অচিনাকি এজনৰ ঘৰলৈ ৰাতি অহাটোও এক দুঃসাহসিক কাৰ্য। কিন্তু সাহিত্যিকজনক তেওঁ অন্য দৃষ্টিৰেহে চাইছিল। তেওঁৰ অস্বাভাৱিক আচৰণেই যৌনসুলভ পৌৰুষত্বৰ পৰিচয় বুলি ভাবি প্ৰথম দৰ্শনতেই গাভৰু গৰাকী আকৃষ্ট হৈছিল। গাভৰুৱে তেনে যুৱককে বিচাৰিছিল। সাহিত্যিকৰ জীৱনৰ দুঃখময় কাহিনীবোৰ শুনি গাভৰুৰ মন বিচলিত হৈ পৰিল। এক ৰোমান্টিক পৰিৱেশত দুয়ো আৱেগ বিহ্বল হৈ বাহু বন্ধনত সোমাই পৰিল।

পুৱা শুই উঠি সাহিত্যিকে লগত শুই থকা গাভৰু গৰাকীক বিচাৰি নাপালে। সেইদিনাই নহয়, ভৱিষ্যতেও দেখাদেখি নহ'ল। সেইদিনা তেওঁ পাই হেৰুৱাৰ বেদনাত অসুস্থ অনুভৱ কৰিলে। ঘৰত খোৱাবস্তুও নাছিল। গোটেই দিনটো যোৱা ৰাতিৰ কথাবোৰকে ৰোমন্থন কৰি শুই কটালে। সন্ধ্যা বিছনাৰ পৰা নামিল। কাগজৰ সম্পাদকক কথা দি থৈছে— পিছদিনাই প্ৰবন্ধটো দিব লাগিব। কিন্তু ঘৰত পোহৰ নাই। সেইবাবে ম'মবাতি এডালকে আনিবৰ বাবে দোকানলৈ গ'ল। সৰু আকাৰৰ ম'মবাতিৰ মূল্য কম। গতিকে তেওঁ দোকানীক এক ফ্লোৰিন (মুদ্ৰা) আগবঢ়াই এডাল সৰু ম'মবাতি বিচাৰিলে। দোকানত দুই তিনিজন গ্ৰাহকে ভিৰ কৰিছিল। ভুলতেই হয়তো দোকানীয়ে এক ফ্লোৰিনৰ পৰিৱৰ্তে তেওঁক পাঁচ চিলিং (মুদ্ৰা) ঘূৰাই দিলে। সাহিত্যিকে সিমান পইচা ঘূৰাই পোৱাত আচৰিত হ'ল। ম'মৰ সৈতে অজানিতে পইচাকেইটা হাতত লৈ তেওঁ মনতে ভাবিলে, তেওঁতো এজন সৎ ব্যক্তি। গতিকে দোকানীক প্ৰকৃত কথা কৈ দি পইচাকেইটা ঘূৰাই দিব নেকি? আকৌ ভাবিলে, "দোকানীয়ে লাভ আৰু সূতততহে বস্তু বিক্ৰী কৰিছে। তাৰে যেনিবা পাঁচ চিলিং হানিয়েই হ'ল— দোকানীৰ কি আহে-যায়? দোকানীবোৰেতো সৎ দামত বস্তু বিক্ৰী নকৰে।" পাছ মুহূৰ্ততে আকৌ ভাবিলে,

তেওঁ পইচাকেইটা ঘূৰাই দিব— আজি যেনিবা পাঁচ চিলিং মাফতে পাইছে— কাইলৈ হয়তো দহ চিলিং হেৰুৱাব! তদুপৰি ভগৱানে সকলো চাই আছে। এইবোৰেই জীৱনৰ পৰীক্ষা! এবাৰ পইচাকেইটা হাতেৰে পিটিকি চাই নিজৰ জীৱনৰ দৰেই খহটা অনুভৱ কৰিলে। তেওঁ ভাবিলে সেই ধন তেওঁৰ প্ৰাপ্যৰ বাবেই ভগৱানে দিছে। আজিকালি পৃথিৱীত এনেকৈ পোৱা ধন ঘূৰাই দিয়া সৎ ব্যক্তিনো কেইজন ওলাব? সৎ ব্যক্তি থকা হ'লে ভোকত মানুহ নমৰিলেহেঁতেন। তেওঁ ভাবি-চিন্তি মুদ্ৰাকেইটা জেপত ভৰাই দোকানীক সামান্য কৃতজ্ঞতা জনাই ঘৰলৈ গুচি গ'ল।

(৬)

পাঁচ চিলিং ধন! তেওঁৰ বাবে কেইবাশ পাউণ্ডৰ (মুদ্ৰা) দৰেই! ঠিক কৰিলে এখন হোটেলত বহি ভালদৰে খাই ল'ব। হোটেলৰ কোঠা এটাও সাময়িকভাৱে ভাড়া কৰিব। প্ৰবন্ধ লিখিব। কাৰণ অন্ন-সংস্থাপনৰ চিন্তা নাথাকিব। হয়তো পাঁচ চিলিঙে তেওঁক পাঁচশ পাউণ্ডৰ অধিকাৰীও কৰিব। ভবামতেই হোটেল এখনৰ কোঠা এটা ভাড়া কৰিলে। হাতত ধন থাকিলে মানুহে সকলোবোৰকে নিজৰ কৰিবলৈ বিচাৰে। পেটৰ ভোকো পাহৰি যায়। দুদিনমান হোটেলত থকাৰ পাছতেই তেওঁৰ ধন শেষ হ'ল। তেওঁ এখন নাটক লিখি আছে। মালিকক অনুৰোধ জনালে যে নাটকখন লেখা শেষ হ'লেই সেইখন বিক্ৰী কৰি কোঠাৰ ভাড়া আদায় কৰিব।

হোটেলৰ মালিকে এদিন নৌ-বাহিনীৰ কৰ্মচাৰী এজনক সাহিত্যিকৰ কোঠাত থাকিবলৈ দি সাহিত্যিকক বাহিৰত থকা লগুৱাৰ ঘৰ এটাৰ কোঠাত অস্থায়ীভাৱে থাকিবলৈ দিলে। সেই ঘৰত থকা হোটেলৰ লগুৱাজনে অৱশ্যে সাহিত্যিকক খাবলৈ দিছিল। লগুৱা থকা ঘৰটোত এজন বৃদ্ধ আছিল। মানুহজন বাত বেমাৰী। বাত বিষত মানুহজন জৰ্জৰিত। কোনোমতে জীয়াই আছিল মাত্ৰ। তেওঁৰ থকা ঠাই কোঠাটোৰ চুক এটা। এদিন সন্ধ্যা, কিছুমান ল'ৰা-ছোৱালী কোঠাটোত সোমাই বৃদ্ধজনক নানা প্ৰকাৰে হাৰাশাস্তি কৰিবলৈ ধৰাত সাহিত্যিকজনৰ খং উঠিল। তেওঁ সিহঁতক ধমক দি বুঢ়াজনক আমনি কৰিবলৈ মানা কৰাত সিহঁতৰ অত্যাচাৰ বেছিহে হ'ল। কোলাহল শুনি মালিক সেই ঠাইত উপস্থিত হৈ সাহিত্যিককহে গালি পাৰিলে। তেওঁ জনাই দিলে যে ল'ৰা-ছোৱালীবোৰক শাসন কৰিবলৈ সাহিত্যিকৰ কোনো কৰ্তৃত্ব নাই আৰু ঘৰ এৰি যাবলৈ নিৰ্দেশ দিলে।

(৭)

হোটেলৰ মালিকৰ কাণ্ডত সাহিত্যিকে অপমানবোধ কৰিলে। তেওঁ জীৱনৰ প্ৰতিটো মুহূৰ্ততে লাঞ্ছিত হৈছে, কিন্তু মানৱীয় গুণ বৰ্জিত নীচ মানুহৰ এনে কাৰ্যই



তেওঁৰ বিবেক দংশন কৰিলে। সেই হোটেলত নথকাৰ সংকল্প লৈ তেওঁ ওলাই গ'ল। যিটো বাটেৰে তেওঁ গৈছিল সেই বাট শেষ হৈছিল এটা জাহাজ ঘাটত, তাৰপৰা ইংলণ্ডলৈ জাহাজ যায়। সাহিত্যিকে এখন মালবাহী জাহাজৰ এচুকত স্থান লাভ কৰিলে। তেওঁৰ যিখিনি লাম-লাকটু আছিল সেইখিনি আনিবৰ বাবে হোটেললৈ গ'ল। হোটেলৰ সন্মুখতে দাৰোৱানে তেওঁকএখন চিঠি দিলে। খামত থকা তেওঁৰ ঠিকনাৰ আখৰখিনি চালে মহিলাৰ যেন লাগিল। চিঠিখন খুলিলে। চিঠি নাছিল কেৱল এক পাউণ্ডৰ এখন নোটহে আছিল। খামৰ ভিতৰত নোটখন ভৰাই কিছুসময় চিন্তা কৰিলে। তাৰ পাছত, খামটো দুভাঁজ কৰি হোটেল মালিকৰ মুখলৈ দলিয়াই দি তেওঁ জাহাজ ঘাটৰ ফালে গুচি গ'ল।

HUNGER (SUT) : 1890
Conongate (U.K. edition)

* জেচিয়ান/২০০৩-০৪, যোৰহাট কলেজ

# কাৰ্ল এড্‌লফ্ গিৰল্লাৰূপ ঃ দ্যা পিলগ্ৰিম কামানিতা



(উক্ত উপন্যাসখন যোৰহাট বিষ্ণুৰাম বৰুৱা হল পুথিভঁৰালত পোৱা হৈছিল। উপন্যাসখনৰ অধিকাংশ পাতেই উৰলি যোৱা। বিষয়বস্তুত ভাৰতীয় বৌদ্ধ ধৰ্মৰ সম্পৰ্ক থকাত কৌতূহলবশতঃ অধ্যয়ন কৰি সাৰাংশ যুগুত কৰা হ'ল। উপন্যাসখনৰ সম্পৰ্কত আলোচনা কম অথচ এইখনৰ বাবে লেখকে সাহিত্যত নোবেল বঁটাও লাভ কৰিছিল। ডেনিছ লেখকগৰাকীৰ পৰিচয়ো কম। বিশ্বকোষ ব্ৰিটেনিকা আৰু পেংগুইনৰ পৰা তথ্য সংগ্ৰহ আৰু ইন্টাৰনেটৰ পৰা কাহিনী সংগ্ৰহ কৰি দিয়া হ'ল।)

(১)

ডেনিছ কবি, নাট্যকাৰ, কথা সাহিত্যিক কাৰ্ল এড্‌লফ্ গিৰল্লাৰূপ ১৮৫৭ চনৰ ২ জুনত ডেনমাৰ্কৰ জিলাণ্ডত জন্ম গ্ৰহণ কৰিছিল। এটি নৈষ্ঠিক ধৰ্মীয় পৰিয়ালত জন্মগ্ৰহণ কৰা কাৰ্ল এড্‌লফ্ গিৰ'ল্লাৰূপে ঈশ্বৰতত্ত্ব সম্পৰ্কে অধ্যয়ন কৰিছিল আৰু তেওঁৰ পৰৱৰ্তী সময়ত সেই বিষয়তে কৰ্ম কৰাৰো সিদ্ধান্তগ্ৰহণ কৰিছিল। কিন্তু হঠাতে তেওঁ ডাৰউইন তত্ত্বৰ প্ৰতি আকৰ্ষিত হৈ পৰে। সাহিত্য ৰচনাত তেওঁ সৌন্দৰ্য তত্ত্বৰ দিশত আস্থা ৰাখিছিল। সৌন্দৰ্য তত্ত্বৰ ভিত্তিত তেওঁৰ কৃতিত্ব *'এন আইডিয়ালিষ্ট'* (১৯৭৮) নামৰ উপন্যাসখন।






পাছৰ ফালে তেওঁ এছিয়াৰ ধৰ্ম-সংস্কৃতিৰ প্ৰতি আকৰ্ষিত হয়। বৌদ্ধ ধৰ্মৰ বিষয়ে বিশদ অধ্যয়নৰ ফলস্বৰূপে তেওঁ ৰচনা কৰে যুগজয়ী উপন্যাস *'দ্য পিলগ্ৰিম কামানিতা'* (১৯০৬)। এইখন তেওঁৰ একমাত্ৰ ইংৰাজীলৈ অনূদিত উপন্যাস। ১৯১৭ চনত তেওঁক হেন্‌ৰী পন্টোপপিডানৰ সৈতে যুগ্মভাৱে নোবেল বঁটা প্ৰদান কৰা হয়। পন্টোপপিডানো ডেনমাৰ্কৰ সাহিত্যিক আছিল। কাৰ্ল এড্‌লফ্‌ৰ ১৯১৯ চনৰ ১১ অক্টোবৰত জাৰ্মানীত মৃত্যু হয়।

(২)

*'দ্য পিলগ্ৰিম কামানিতা'* বৌদ্ধধৰ্মীয় বিষয়ক এখন উপন্যাস। ভগৱান বুদ্ধদেৱৰ ধৰ্ম প্ৰচাৰ আৰু তেওঁৰ নিৰ্বাণ প্ৰাপ্তিৰ কথা উপন্যাসখনত পোৱা যায়। মৌৰ্যবংশীয় ৰাজত্বৰ সময়ত উত্তৰ ভাৰতৰ ৰাজনৈতিক ঘটনাচক্ৰও উপন্যাসখনত বৰ্ণিত হৈছে। বৌদ্ধ জাতকৰ দস্যু আঙুলিমালাৰ বহল কাৰ্যৰো আভাস এই উপন্যাসত আছে। উপন্যাসখনৰ গল্প ৰূপ এনে ধৰণৰ—

চকুৰ পলকতে পুত্ৰ যৌৱনপ্ৰাপ্ত হোৱাত বণিকশ্ৰেষ্ঠৰ মন উৎফুল্লিত হ'ল। তেওঁ মনতে ভাবিলে, এতিয়া বণিজৰ সকলো কাম তেওঁৰ পুত্ৰই চম্ভালিব আৰু তেওঁ জিৰণি ল'ব পাৰিব। সঁচাকৈয়ে বণিক পুত্ৰ কামানিতাৰ দৈহিক গঠনৰ পৰিৱৰ্তনৰ লগতে তেওঁৰ মানসিক 'শ্ৰী'ও বৃদ্ধি পালে। এজন বিদ্যা-বুদ্ধিত পাৰ্গত বুলি তেওঁক সুধী সমাজে প্ৰশংসাও কৰিলে। কামানিতাৰ চৰিত্ৰৰ উজ্জ্বল গুণ আছিল তেওঁ সকলোকে সমান চকুৰে চাইছিল। কোনো কথাতে কাকোকে মনোকষ্ট নিদিছিল।

পিতাকৰ পৰামৰ্শমতেই কামানিতাই বণিজত মন দিলে। বণিকশ্ৰেষ্ঠই পুত্ৰক সমৃদ্ধ কৌশম্বীলৈ (বৰ্তমান এলাহাবাদ) গৈ বেপাৰ কৰাৰ পৰামৰ্শ দিলে। কামানিতাৰ লগত সহযোগ কৰিবলৈ আন এজন বণিক পুত্ৰ সোমাদিত্যকো পঠোৱাৰ ব্যৱস্থা কৰিলে। কৌশম্বীতো পিতাকে থকা-মেলাৰ সুবিধা কৰি থৈছিল। উজ্জয়িনীৰ পৰা কৌশম্বীলৈ যোৱা দুৰ্গম পথ। বাটত চোৰ-ডকাইতৰ আড্ডা। সেইবাবে তেওঁলোকৰ সৈতে অন্ততঃ দুৰ্গম পথছোৱা অতিক্ৰম কৰাত নিৰাপত্তা দিবলৈ বণিকে ৰজাঘৰৰ পৰা পদাতিক সৈন্যৰ দল এটাও পঠাইছিল।

এদিন শুভক্ষণত কামানিতা আৰু সোমাদিত্যই কেইবাখনো গৰুগাড়ী (শকট যান) লৈ কৌশম্বীলৈ যাত্ৰা কৰিলে। দলটোৱে কেইবাদিনো পথ অতিক্ৰম কৰি যাওঁতে কষ্ট পাইছিল যদিও চাৰিও দিশৰ প্ৰাকৃতিক শোভাই তেওঁলোকক আনন্দ দিছিল। কেইবাদিনো পথ অতিক্ৰম কৰাৰ পাছত তেওঁলোক কৌশম্বীত উপস্থিত হ'লগৈ। সুন্দৰ পৰিৱেশ আৰু নগৰৰ অপৰূপ শোভাই কামানিতাৰ মন চঞ্চল কৰি তুলিলে। সোমাদিত্যৰ উদ্দেশ্য বেলেগ আছিল। তেওঁ কামানিতাক বাণিজ্য-বিমুখ কৰাৰ কথা

মনতে ভাবি আছিল। ইয়াৰ মূল উদ্দেশ্য বণিক শ্ৰেষ্ঠৰ বাণিজ্য-ব্যৱসায় অনিষ্ট কৰি তেওঁলোকৰ বাণিজ্য বৃদ্ধি কৰা। কামানিতাৰ সৌন্দৰ্য পিপাসু মন আৰু স্থানৰ শোভা চোৱা দুৰ্বলতাৰ সুযোগ লৈ সোমাদিত্যই ইখন ঠাইৰ পাছত সিখন ঠাইলৈ নি মন পৰিৱৰ্তন কৰিবলৈ চেষ্টা কৰিলে। কামানিতাই সৌন্দৰ্যৰ ৰহঘৰা খেদি ফুৰোঁতে মূল কথা বেপাৰলৈ পিঠি দিলে। দিন পাৰ হৈ গ'ল অথচ বেপাৰৰ কোনো পৰিসৰ নাবাঢ়িল। এনেকৈয়ে পুনৰ স্বদেশলৈ ঘূৰি যোৱাৰ সময়ো উপস্থিত হ'ল। স্বদেশলৈ ঘূৰি যোৱাৰ আগতে কিছু পণ্য বিক্ৰী কৰাৰ কথা সোমাদিত্যক কোৱাত সোমাদিত্যই তেওঁক পৰৱৰ্তী দিনত এখন নতুন ঠাইলৈ লৈ যোৱাৰ কথাহে সদৰি কৰিলে। তেওঁ ক'লে যে যিখন নতুন ঠাইলৈ যাব তাৰ উদ্যানে মন-প্ৰাণ হৰণ কৰিব। নানা তৰহৰ ফুলে সেই উদ্যানত বিচিত্ৰ শোভাৰ সৃষ্টি কৰিছে। সদায় নগৰৰ সুন্দৰীবোৰে তাত বিচৰণ কৰে। ফুলৰ সৈতে সুন্দৰীবোৰো উদ্যানখনৰ শোভাবৰ্ধক। কৌশম্বীলৈ ভ্ৰমণ কৰিবলৈ যোৱাসকলে সেই উদ্যান নাচালে ভ্ৰমণো বৃথা হয়। সোমাদিত্যৰ কথাত কামানিতা ভোল গ'ল। পিছদিনাৰ সেই উদ্যান ভ্ৰমণৰ বাবে আগ্ৰহেৰে বাট চালে।

(৩)

কথা অনুসৰি দুয়ো বন্ধু পাছদিনা সেই উদ্যানলৈ গ'ল। উদ্যানৰ বিচিত্ৰ ৰূপে সৌন্দৰ্য পিপাসু কামানিতাৰ মন-প্ৰাণ হৰণ কৰিলে। তেওঁ যেন এখন নতুন জগতহে আছে। সোঁমাজৰ বাটেৰে গৈ তেওঁলোকে এখন বহল ঠাই পালেগৈ। উদ্যানৰ মাজৰে উদ্যান স্বৰূপ ঠাইখন স্বাভাৱিকভাৱে ওখ। সেই ঠাইত তেওঁলোকে বহুতো মানুহ গোট খাই থকা দেখা পালে। প্ৰায় ভাগেই যুৱক-যুৱতী। তেওঁলোকে দেখিলে সন্মুখৰ টিপ এটাত উঠি তিনি-চাৰিজনীমান গাভৰুৱে সোণৰ বল এটা লৈ কিবা খেলিছে। সেই খেল চাবৰ বাবেই তাত জন সমাগম হৈছে। সোমাদিত্যই কামানিতাক ভিৰৰ মাজেৰে আগবঢ়াই আগলৈ নি খেল উপভোগ কৰিবলৈ ধৰিলে। সুন্দৰীকেইজনীৰ ভিতৰৰে ওখ, লাহী, সবাতোকৈ ধুনীয়াজনীয়ে হ'ল নেত্ৰী। তেওঁ সোণৰ বলটো হাতত লৈ জনতাৰ মাজলৈ দলিয়াই দিয়ে। বলটো ধৰিবলৈ বিশেষকৈ যুৱকসকলৰ মাজত হেতা-ওপৰা হয়। যিজনে বলটো ধৰে তেওঁ আগবাঢ়ি আহি বলটো সুন্দৰীৰ হাতত অৰ্পণ কৰেহি। কৰস্পৰ্শ কৰিব পৰাটোৱেই তেওঁলোকৰ ভাগ্য। সেই খেল কামানিতাই কেইবাবাৰো চালে। যুৱকসকলৰ মাজত বল ধৰিব পৰা প্ৰতিযোগিতা দেখি তেওঁৰো এবাৰ বল ধৰিবলৈ মন গ'ল। সোমাদিত্যই তেওঁক উৎসাহিত কৰিলে। সুন্দৰী নেত্ৰীয়ে এসময়ত বল নিক্ষেপ কৰিলে। কামানিতাই সহজে সেই বল ধৰি পেলালে। ঠিক সেই সময়তে তাত উপস্থিত থকা মন্ত্ৰীপুত্ৰ শতগীৰাই গোটেই পৰিস্থিতি লক্ষ্য কৰি আছিল। তেওঁৰ ইচ্ছা, বলটো যিজন যুৱকৰ হাততে পৰক— সেইজনৰ পৰা বলপূৰ্বকভাৱে



কাঢ়ি হ'লেও তেওঁহে যুৱতীক বল অৰ্পণ কৰিব। ৰাজমন্ত্ৰীৰ পুত্ৰক বাধা দিওঁতাও কোনো নাছিল। আগতেও বল কোনোবাই পালেও শতগীৰা উপস্থিত থাকিলে সেইজনে নতজানু হৈ বল তেওঁকে অৰ্পণ কৰিছিল। সেইদিনাও কামানিতাই সেইদৰে নতজানু হৈ বল দিব বুলি শতগীৰাই ভাবিছিল। শতগীৰাই কামানিতালৈ ঘোপা চকুৰে চালে, কিন্তু কামানিতাৰ কোনো সঁহাৰি নোপোৱাত শতগীৰাৰ ৰখীয়াই কামানিতাক বলটো শতগীৰাৰ হাতত তুলি দিবলৈ নিৰ্দেশ দিলে। কামানিতাই সেই নিৰ্দেশ অগ্ৰাহ্য কৰাত শতগীৰাই কামানিতাক আক্ৰমণ কৰিবলৈ উদ্যত হ'ল। শতগীৰা আছিল অসৎ চৰিত্ৰৰ কামুক যুৱক। তদুপৰি সাধাৰণ কথাতে কাজিয়া-পেচাল কৰি মানুহক হাৰাশাস্তি কৰা তেওঁৰ স্বভাৱ। শতগীৰাই কামানিতাক আক্ৰমণ কৰিবলৈ যোৱাত জনতাই ভয় বিহ্বল চিত্তে চাই থাকিল। শতগীৰা সেই যুদ্ধত পৰাজয় বৰণ কৰি আঁতৰি গ'ল যদিও কামানিতাৰ ওপৰত প্ৰতিশোধ লোৱাৰ সংকল্পও ল'লে। কামানিতাই তাৰ পাছতে সেই সুন্দৰীৰ হাতত বলটো অৰ্পণ কৰি ধন্য মানিলে। দুয়োৰে চাৰি চকুৰ মিলনো ঘটিল। সেই দিনটো আছিল কৌশম্বীৰ 'কুমাৰী উৎসৱ'ৰ দিন।

আগদিনা হৃদয়েৰে বা চকুৰে কথা পাতিলেও কামানিতাই সুন্দৰীৰ সৈতে কথা পাতিবলৈ নোপোৱাত মনত অশান্তি জন্মিল। সেই হৃদয়-বাসনা পূৰণৰ বাবে পাছদিনা পুৱা ভাগতে উদ্যানত উপস্থিত হ'ল যদিও কাকোকে দেখা নাপালে। বিফল মনোৰথে নিজা শিবিৰলৈ ঘূৰি আহি বীণাখন হাতত তুলি কিবা এটা সুৰ বজাব খুজিও বেজাৰতে শুই থাকিল। তেওঁ সেইদিনা দুপৰীয়া আহাৰো গ্ৰহণ নকৰিলে। ক'ৰবাৰ পৰা সোমাদিত্য আহি কামানিতাৰ অৱস্থা দেখি শংকিত হ'ল। প্ৰথমে অশুভ চিন্তা কৰিলেও পাছ মুহূৰ্ততে বন্ধু যে প্ৰেম জ্বৰত জৰ্জৰিত হৈছে সেই কথাও তেওঁৰ হৃদয়ংগম হ'ল। সোমাদিত্যই বন্ধুক আশ্বাস দি ক'লে যে তেওঁ অতি শীঘ্ৰে সেই জ্বৰ নিৰাময় কৰিব পাৰিব। তেওঁ সেই সুন্দৰীৰ সৈতে মিলন কৰি দিয়াৰ প্ৰতিশ্ৰুতি দিলে। কিন্তু সোমাদিত্যয়ো জানে যে কামটো সহজ নহয়। তাৰ বাবে কিছুদিন প্ৰতীক্ষাও কৰিব লাগিব। কিন্তু সময়নো ক'ত? কাৰণ পাছদিনাই তেওঁলোক উজ্জয়িনীলৈ ঘূৰি যাব লাগিব। কামানিতাই সুন্দৰীক দেখা নকৰাকৈ কৌশম্বী ত্যাগ নকৰাৰ কথা সোমাদিত্যক জনালে। প্ৰকৃততে সোমাদিত্যই তাকেই কামনা কৰিছিল। সোমাদিত্যই কৌশম্বীলৈ আগতেও আহিছিল। পৰিচয় হৈছিল সুন্দৰী মেদিনীৰ সৈতে। কামানিতাৰ অগোচৰত তেওঁ কেইবাদিনো মেদিনীক সাক্ষাতো কৰিছিল। সোমাদিত্যই জানিব পাৰিলে যে কামানিতা যিগৰাকী সুন্দৰীৰ প্ৰেমত বিভোৰ, সেইগৰাকীও মেদিনীৰে বান্ধৱী সুন্দৰী ৱাসিতী (Vasiti)। সোমাদিত্যই মেদিনীক তেওঁৰ বন্ধুৰ কাম-জ্বৰৰ বিষয়ে কোৱাত, মেদিনীয়েও জনালে যে বণিক পুত্ৰক দেখাৰ পাছত ৱাসিতীও প্ৰেমত আকুল হৈ

পৰিছে। কিন্তু প্ৰতিবন্ধক হিচাপে শতগীৰা থকাৰ বাবে তেওঁ সেই কামনা পূৰণ কৰিব পৰা নাই। মেদিনীৰ বুদ্ধিতে পাছদিনা ৰাতি ৱাসিতীৰ প্ৰাসাদৰ ওপৰৰ মজিয়াতে কামানিতাৰ সৈতে সাক্ষাতৰ ব্যৱস্থা কৰা হ'ল। নিৰ্ধাৰিত সময়মতেই কামানিতা সেই স্থানত উপস্থিত হ'ল। তেওঁ সোমাদিত্যকো লগত লৈ গৈছিল। জোনাক ৰাতি প্ৰাসাদৰ ওপৰ মজিয়াত ৱাসিতীৰ সৈতে তেওঁলোকৰ সাক্ষাৎ হ'ল। তেওঁলোকৰ মাজত বাৰ্তালাপো হ'ল। চৰিয়াৰ মুখে শতগীৰাই সেই সাক্ষাতৰ খবৰ পাই সৈন্যসহ গৈ কামানিতাক আক্ৰমণ কৰিলে। যুদ্ধত নিপুণ কামানিতাই শতগীৰাৰ আক্ৰমণ প্ৰতিহত কৰিলে। শতগীৰা আন্ধাৰৰ সুযোগতে পলাল।

কামানিতাৰ বাসনা অপূৰ্ণ হৈ ৰ'ল। তেওঁ প্ৰণয়িনীক পুনৰ সাক্ষাৎ কৰাৰ আশা কৰিছিল যদিও সম্ভৱ নহ'ল। শতগীৰাৰ হিংসুক স্বভাৱ, প্ৰতিশোধপৰায়ণ মনোবৃত্তি সম্পৰ্কে ৱাসিতীয়ে জনাত, মেদিনীৰ যোগে অতি সোনকালে কামানিতাক কৌশম্বী ত্যাগ কৰিবলৈ পৰামৰ্শ দিলে। কিন্তু কামানিতা এনেদৰে ভয়তে এৰি যোৱাৰ পক্ষপাতী নহ'ল। তেওঁ অন্ততঃ এবাৰ ৱাসিতীৰ সাক্ষাৎ বিচাৰিলে। সেইবাৰ মিলনৰ বাবে স্থান ঠিক কৰিলে নগৰৰ দক্ষিণ ফালে নিৰ্জন স্থানত অৱস্থিত এটি পুৰণি কলীয়া শ্ৰীকৃষ্ণ মন্দিৰৰ প্ৰাঙ্গণত। মন্দিৰৰ বৃদ্ধা পূজাৰিণীয়ে ৱাসিতীক সহায় কৰাৰো প্ৰতিশ্ৰুতি দিলে।

পৰিস্থিতি প্ৰতিকূল বুলি ভাবি কামানিতা উজ্জয়িনীলৈ সেইদিনাই ঘূৰি যোৱাৰ প্ৰস্তুতি চলালে। বেলি পৰাৰ পাছতে, দাৰোৱানসকলক শকটবোৰ উজ্জয়িনীমুৱা হ'বলৈকো নিৰ্দেশ দিলে। গৰুৰ ডিঙিত আঁৰি দিয়া টিলিঙাবোৰ বাজি উঠিল। এটি সমদল কৰি শকট যানবোৰ আগবাঢ়িল। শ্ৰীকৃষ্ণ মন্দিৰৰ সমীপত কামানিতাই গাড়ী ৰখালে। সকলোকে কিছু সময় ৰ'বলৈ কৈ তেওঁ মন্দিৰৰ চৌহদত সোমাল। পূৰ্ব কথা অনুযায়ী মেদিনীৰ সৈতে ৱাসিতীও সেই ঠাইতে আগৰে পৰা ৰৈ আছিল। কামানিতাই ৱাসিতীক প্ৰেমালিঙ্গন কৰি মনৰ কথা ব্যক্ত কৰিলে। দুয়ো গোপনে মন্দিৰৰ ভিতৰলৈ গৈ শ্ৰীকৃষ্ণ বিগ্ৰহৰ সন্মুখত সেৱা কৰি, আকাশীগঙ্গাক সাক্ষী কৰি ইজনে সিজনৰ প্ৰণয় পাশত আবদ্ধ হ'ল। দুয়োৰে আত্মা যেন এক আত্মাত মিলি গ'ল। দুয়ো আশা কৰিলে, সামাজিকভাৱে বৈবাহিক সম্বন্ধ স্থাপন নহ'লেও তেওঁলোক স্বামী-স্ত্ৰী হিচাপেই থাকিব। তেওঁলোকৰ মনৰ মিলনেই প্ৰকৃত বিবাহ বান্ধোনৰ সপ্তপদী। সেই আশাকে বুকুত বান্ধি চুম্বনেৰে দুয়ো দুয়োৰে পৰা বিদায় ল'লে। অনুতপ্তা ৱাসিতীক প্ৰবোধ বচনেৰে মেদিনীয়ে ঘৰলৈ ওভতাই নিলে।

(৪)

কামানিতাৰ শকটসমূহ উজ্জয়িনীৰ মুখে আগবাঢ়িল। তেওঁৰ মন গধুৰ। ৱাসিতীৰ দৰ্শন— সেই সোণৰ বল দলিওৱা খেল— দুয়োৰে চকুৰ মিলন— ৰাতি প্ৰাসাদৰ



ওপৰত সাক্ষাৎ আৰু শ্ৰীকৃষ্ণ মন্দিৰত শেষ দৰ্শন— বিদায় আদি ঘটনাবোৰে তেওঁৰ মনত দোলা দিলে। প্ৰিয়তমাৰ সান্নিধ্য-প্ৰেমালিঙ্গন আদি কথাবোৰে তেওঁৰ মন ৰোমাঞ্চিত কৰিলে। সমদল গৈ বিদিশাৰ সীমাত সোমাল— আৰম্ভ হ'ল অটব্য অৰণ্য। তাৰ মাজেদি যোৱা ৰঙামাটিৰ সেন্দুৰীয়া ৰাজপথ। ৰাজপথ- দাঁতিকাষত জনপ্ৰাণী শূন্য। সেই অৰণ্যত কু-কাৰ্য চলায় দুৰ্দান্ত, দুধৰ্ষ ডকাইত আঙুলিমালাই। বাটৰুৱাক মাৰি আঙুলি কাটি বয়-বস্তু কাঢ়ি লোৱাই তাৰ কাম। আঙুলিবোৰৰ মালা গাঁথি সি পিন্ধি থকাৰ বাবেই তাৰ নাম আঙুলিমালা। আঙুলিমালাই সমগ্ৰ আৰ্যবৰ্ততে তাৰ দুষ্কাৰ্য চলায়। সেইবাবে সি সকলোৰে সন্ত্ৰাসৰ কাৰণ। সেই দুধৰ্ষ আঙুলিমালাক সন্মুখত দেখা পাই কামানিতাৰ সমদলৰ সকলো থৰহৰি কম্পমান হ'ল। কামানিতাৰো ভয় সোমাল। কিন্তু প্ৰকাশ কৰা নাছিল। কামানিতাৰ দলটোক আঙুলিমালাই আক্ৰমণ কৰিবলৈ উদ্যত হোৱাত কামানিতায়ো হাত সাবটি নাথাকি আঙুলিমালাক প্ৰতিহত কৰিবলৈ সাজু হ'ল। যুঁজত কামানিতাৰ পক্ষৰ কেইবাজনো হতাহত হ'লেও কামানিতাৰ সাহস দেখি আঙুলিমালাই যুদ্ধ সামৰিলে। আঙুলিমালাৰ গুৰু সেই ঠাইত উপস্থিত থকাৰ বাবে কামানিতাক বধ নকৰি কামানিতাৰ সৈতে তেওঁৰ বৃদ্ধ অনুচৰজনক বন্দী কৰিলে। সেই সময়ত ধনী-মানী পুৰুষসকলে নিজৰ মৰ্যাদা দেখুৱাবৰ বাবে কঁকালত সোণেৰে তৈয়াৰী 'কমৰবন্ধ' বান্ধিছিল। কমৰবন্ধৰ ওজন আৰু কাৰুকাৰ্যৰ ওপৰতে পুৰুষজনৰ মৰ্যাদা— তেওঁৰ প্ৰতিপত্তিও প্ৰদৰ্শন কৰা হৈছিল। আঙুলিমালাই কামানিতাৰ কমৰবন্ধডাল হস্তগত কৰি মুক্তিপণ হিচাপে সেইডাল ব্যৱহাৰ কৰিলে। এপষেক সময় বান্ধি বুঢ়া অনুচৰজনৰ হাতত কমৰ বন্ধডাল দি মুক্তিপণৰ ধন আনিবলৈ উজ্জয়িনীলৈ পঠালে। দস্যু আঙুলিমালাৰ ঘৰত তেওঁ প্ৰায় ১৩ দিন বন্দী হৈ থাকোঁতে ডকাইতৰ নাৰকীয় ৰূপ দেখিবলৈ পালে। দস্যুটো যেন কলিযুগৰ দানৱ। ঠিক এপষেকৰ মূৰত অনুচৰজনে মুক্তিপণৰ ধন আনি আঙুলিমালাক দিয়াত কামানিতাক মুকলি কৰি দিলে। কামানিতা উজ্জয়িনীলৈ উভতিল। ঘৰ পাইহে তেওঁ শান্তি লভিলে।

(৫)

কৌশম্বীত ৱাসিতীয়ে কামানিতাৰ বিৰহত দিন কটাবলৈ ধৰিলে। এদিন যে তেওঁ পুনৰ কামানিতাক লগ পাব সেই আশা বুকুত বান্ধি ৰাখিলে। কামানিতা যোৱাৰ পাছত শতগীৰা প্ৰতিবন্ধকৰ পৰা নিষ্কণ্টক হ'ল। চলে-বলে, কৌশলেৰে ৱাসিতীক লাভ কৰাৰ প্ৰচেষ্টা অব্যাহত ৰাখিলে। এদিন শতগীৰা নিজেই ৱাসিতীৰ ঘৰত উপস্থিত হৈ ৱাসিতীক বিয়া কৰোৱাৰ প্ৰস্তাৱ পিতৃ-মাতৃক দিলেগৈ। মন্ত্ৰীপুত্ৰই নিজে জীয়েকক বিচৰাৰ প্ৰস্তাৱ পাই ৱাসিতীৰ পিতৃ-মাতৃয়ে অতিশয় আনন্দ লভি সেই সুখবৰ জীয়েকক শুনালে। কিন্তু সেই প্ৰস্তাৱৰ উত্তৰ হিচাপে ৱাসিতীয়ে জনালে যে তেওঁ ইতিমধ্যে

উজ্জয়িনীৰ বণিকশ্ৰেষ্ঠৰ পুত্ৰ কামানিতাৰ প্ৰণয়-প্ৰাৰ্থী। দুয়ো পুৰণি শ্ৰীকৃষ্ণ মন্দিৰৰ বিগ্ৰহৰ সন্মুখত স্বামী-স্ত্ৰী হিচাপে অঙ্গীকাৰবদ্ধও হৈ আছে। প্ৰকৃততে তেওঁলোকৰ মাজত গান্ধৰ্ব-বিবাহো হৈ গৈছে। তেওঁলোকৰ শাৰীৰিক মিলন নহ'লেও মানসিক মিলন ঘটিল। গতিকে তেওঁ পুনৰ আন এজনৰ সৈতে বৈবাহিক সম্পৰ্ক স্থাপন কৰিব নোৱাৰে। ৱাসিতীৰ কথা পিতাকে শুনিলে যদিও সেই খবৰ ভয়তে শতগীৰাক দিব নোৱাৰিলে। চতুৰ শতগীৰা কিন্তু ৱাসিতীৰ নেতিবাচক উত্তৰৰ বাবে প্ৰস্তুত আছিল। সেয়েহে এদিন শতগীৰাই এডাল নকল কমৰ বন্ধ আনি ৱাসিতীৰ পিতাকক দেখুৱাই ক'লে যে দস্যু আঙুলিমালাই কামানিতাক বধ কৰি সেই কমৰবন্ধ কাঢ়ি লৈছিল। শতগীৰাই সেই দস্যুক বন্দী কৰি কমৰবন্ধডাল হস্তগত কৰিলে। শতগীৰাৰ চক্ৰান্তই নতুন মোৰ ল'লে।

যিদিনা শতগীৰাই নকলি কমৰবন্ধ দেখুৱাইছিল, তাৰ পাছদিনা সঁচাকৈয়ে তেওঁ বন্দী আঙুলিমালাক আনি ৱাসিতীৰ সন্মুখত হাজিৰ কৰালে। শতগীৰাই দস্যুৰ মুখেৰেই কামানিতাক হত্যা কৰাৰ বিৱৰণ দিবলৈ কোৱাত আঙুলিমালাই 'অশ্বত্থামা হত ইতি গজ'ৰ দৰে দ্ব্যৰ্থক অৰ্থতহে প্ৰকাশ কৰিলে। আঙুলিমালাৰ কথা কোৱা ধৰণৰ পৰা ৱাসিতীয়ে কামানিতাৰ মৃত্যুৰ কথা বিশ্বাস নকৰিলে। কিন্তু পাছ মুহূৰ্ততে ভাবিলে যে আঙুলিমালাৰ দৰে দস্যুৱে কৰিব নোৱৰা কাম একো নাই। খুউব কম মানুহেহে সেই দস্যুৰ কবলৰ পৰা এৰাই যাব পাৰে। কামানিতাৰ শক্তি, ৰণ-নিপুণতাৰ প্ৰমাণ পাইছিল যদিও আঙুলিমালাকো উলাই কৰিব নোৱাৰিলে। সেইবাবে প্ৰিয়জনৰ মৃত্যুৰ বাতৰিয়ে তেওঁৰ অন্তৰ শোকত অধীৰ কৰি তুলিলে। কিন্তু মুখ বা চকুৰ পানীৰেও তাক প্ৰকাশ কৰিব নোৱাৰিলে। গোমা পৰিস্থিতিৰ মাজতে শতগীৰাই গণিলে ৱাসিতীৰ সৈতে মিলনৰ সময়। তেওঁ ৱাসিতীৰ পিতৃ-মাতৃক বিয়াৰ আয়োজন সোনকালে কৰিবলৈ সকীয়াই দিলে। ৰাজমন্ত্ৰীৰ সকীয়নিত ৱাসিতীৰ পিতৃয়ে বিয়াৰ আয়োজন কৰাৰ সময়তে এটি ঘটনা ঘটিল। দস্যু আঙুলিমালাই এদিন অতৰ্কিতে লোহাৰ শিকলি ছিঙি শতগীৰাৰ কবলৰ পৰা উধাও হ'ল। শতগীৰাই বিভিন্ন প্ৰকাৰে বিচাৰ কৰিও আঙুলিমালাৰ শুংসূত্ৰ উলিয়াব নোৱাৰিলে। আঙুলিমালাৰ দৰে দস্যু এটা পলাই যোৱাত শতগীৰাই প্ৰমাদ গণিলে। তেওঁ ভাবিলে দস্যুটো জীয়াই থাকিলে তেওঁৰ প্ৰাণৰ সংশয় আৰু ৱাসিতীৰ সৈতে বিয়াও সম্ভৱপৰ নহ'ব। জনসাধাৰণৰ মাজতো দস্যুটো পলাই যোৱা বিষয় লৈ সন্ত্ৰাসৰ সৃষ্টি হ'ল। শতগীৰাকো নানা প্ৰকাৰে নাগৰিকে কটু সমালোচনা কৰিবলৈ ধৰাত শতগীৰাই নিজকে জনপ্ৰিয় কৰিবৰ বাবে এটি নতুন আঁচনি গ্ৰহণ কৰিলে। তেওঁ আঙুলিমালাৰ কৃত্ৰিম মূৰ এটা তৈয়াৰ কৰাই প্ৰাসাদৰ ওখ গম্বুজত ওলোমাই থৈ ঘোষণা কৰিলে যে তেওঁ দস্যুটোক অৱশেষত শিৰচ্ছেদ কৰিলে। জনতাৰ



দৰ্শনৰ বাবে সেইদৰে প্ৰদৰ্শনো কৰিছে। জনতাই সেই কটা মূৰ দেখি শতগীৰাক দীৰ্ঘায়ু হ'বলৈ আশীৰ্বাদ জনালে, কোনোৱে ধন্যবাদ জনালে আকৌ আতংককাৰী মহাদস্যু নিধনকাৰী শতগীৰাক দেশৰ বীৰৰত্ন বুলি অভিহিত কৰিলে। সেই ঘটনাৰ পাছৰ পৰাই শতগীৰাৰ যশস্যা বাঢ়িল। কৌশম্বীৰ একছত্ৰী নায়ক হিচাপে তেওঁ পৰিচিত হ'ল। ৱাসিতীৰ কামানিতাৰ প্ৰতি থকা প্ৰেমৰো সেই ঘটনাৰ পাছতে যতি পৰিল। পিতৃ-মাতৃ আৰু জনসাধাৰণৰ ইচ্ছাৰ প্ৰতি সন্মান জনাবৰ বাবেই তেওঁ শতগীৰাৰ সৈতে বিবাহ পাশত আবদ্ধ হোৱাৰ সন্মতি জনালে।

(৬)

স্বদেশলৈ ঘূৰি আহিলেও কামানিতাই কোনো কামতে মন বহুৱাব নোৱাৰিলে। একমাত্ৰ ৱাসিতীৰ চিন্তাতে তেওঁ বিভোৰ। বছৰ বাগৰিল যদিও প্ৰেমিকাৰ কোনো খবৰেই পোৱা নাছিল। এটা দিন তেওঁৰ বাবে বছৰৰ দৰে হ'ল। শেষত সিদ্ধান্ত কৰিলে যে ৱাসিতীক পাবৰ বাবেই তেওঁ কৌশম্বীলৈ যাব। তেওঁ প্ৰিয়তমাক সাক্ষাৎ কৰিব আৰু জীৱন সঙ্গিনী কৰি লৈ আহিব।

সিদ্ধান্তমতেই এদিন কামানিতা কৌশম্বীত উপস্থিত হ'ল। যিদিনা তেওঁ নগৰত উপস্থিত হৈছিল, সেইদিনা পুৰবাসীৰ সমাগম বেছি আছিল, সকলোৰে মুখত আনন্দৰ চিন। গান-বাজনাই, সুগন্ধি দ্ৰব্যৰ গোন্ধে চৌপাশ মুখৰিত। ৰাজপথৰ ঠায়ে ঠায়ে সু-উচ্চ তোৰণ, ৰং-বিৰঙৰ পতাকাই সুশোভিত কৰিছিল। ৰাজপথৰ দুয়োকাষে মানুহৰ ভিৰ। কোনোবা ৰাজন্যক যেন তেওঁলোকে স্বাগত জনাবৰ বাবে বাট চাই আছে। কামানিতাই উপায়বিহীন হৈ সেই দলবদ্ধ জনতাৰ সৈতে থিয় দি ৰ'ল। মানুহেনো ইমান আগ্ৰহেৰে কাৰ বাবে বাট চাই আছে সেই বিষয়ে সোধাত তেওঁহে লাজ পালে। জনতাৰ মাজৰে এজনে তেওঁক বিদেশী বুলি জানি ক'লে যে মন্ত্ৰীপুত্ৰ মহানায়ক শতগীৰাই নগৰৰ শ্ৰেষ্ঠ সুন্দৰী ৱাসিতীৰ সৈতে বিবাহপাশত আবদ্ধ হৈছে। স্বামী-স্ত্ৰী দুয়ো এতিয়া নগৰ পৰিভ্ৰমণ কৰিব। অলপ সময় অপেক্ষা কৰিলেই বিবাহ সমদল দেখিবলৈ পাব। সেই বিবাহৰ বাবেই জনতাৰ আনন্দ। শতগীৰাই দস্যু আঙুলিমালাৰ শিৰচ্ছেদ কৰি ৱাসিতীৰ দৰে সুন্দৰীক লাভ কৰিছে। কিছু সময়ৰ পাছতে সমদলৰ হৈ-চৈ আৰম্ভ হ'ল। সেই কোলাহল আহি কামানিতা ৰৈ থকা স্থান পালেহি। সুদৃশ্য ৰথত উঠি দৰা-কইনা আহিছে। ৰাইজে আপোন পাহৰা হৈ সম্ভাষণ জনাইছে। কামানিতাই ওপৰলৈ মূৰ তুলি ৱাসিতীক চালে। যি আশা বুকুত বান্ধি তেওঁ আহিছিল সেই আশা চূৰমাৰ হৈ গ'ল। তেওঁ আনন্দৰ মাজত নিৰানন্দহে দেখিবলৈ পালে। কামানিতাই ৰ'ব নোৱাৰি সেই স্থান পৰিত্যাগ কৰিলে। একেদিনাই বিপদ-সংকুল পথেৰে যোঁৱা দৌৰাই উজ্জয়িনীলৈ ঘূৰি গ'ল।

ৰাসিতীৰ মিলনৰ পথ চিৰদিনৰ বাবে বন্ধ হৈ যোৱাত কামানিতাৰ মন ভাৱাক্ৰান্ত হৈ পৰিল। কিন্তু তেওঁৰ মনৰ পৰা সেই চিন্তা ক্ৰমাৎ নিয়ৰৰ দৰে আঁতৰিবলৈ ধৰিলে। ৰাসিতীয়ে যদি তেওঁক এৰি শতগীৰাক স্বামী বৰণ কৰিব পাৰে তেন্তে তেওঁ কিয় সংসাৰ ধৰ্মত সোমাব নোৱাৰিব? কামানিতাই পিতাকৰ কামত আত্মনিয়োগ কৰি কম সময়তে ধনী বণিক হৈ পৰিল। তেওঁৰ মৰ্যাদাৰ চিন স্বৰূপে দুগৰাকী পত্নীও লাভ কৰিলে। প্ৰথমগৰাকীৰ পৰা দুটি কন্যা আৰু দ্বিতীয়গৰাকীৰ পৰা এটি পুত্ৰ সন্তানৰ পিতৃও হ'ল। কামানিতাৰ মনৰ পৰা ৰাসিতী যেন হেৰাই গ'ল।

(৭)

শতগীৰাৰ সৈতে ৰাসিতীৰ সংসাৰ সুখৰ নহ'ল। মন্ত্ৰীপুত্ৰৰ শঠতা তেওঁ ভালদৰে বুজি পালে। কিন্তু পত্নী হিচাপে পতি সেৱাত ৰাসিতীয়ে কাৰ্পণ্য কৰা নাছিল। তেওঁলোকৰ মাজলৈ এটি কন্যা সন্তান অহাৰ পাছৰে পৰা ক্ৰমাৎ শতগীৰাই ৰাসিতীক অনাদৰ কৰিবলৈ ধৰিলে। কন্যা সন্তান জন্ম দিয়াৰ বাবেই শতগীৰাই পুনৰ পাণি গ্ৰহণ কৰিলে। দ্বিতীয় পত্নীৰ এটি পুত্ৰ জন্ম হোৱাত ৰাসিতী হৈ পৰিল এলাগী। ৰাসিতীৰ কন্যা সন্তানটিৰো এদিন মৃত্যু হ'ল। ৰাসিতী হৈ পৰিল অকলশৰীয়া। তেওঁ যেন সংসাৰত সকলোকে হেৰুৱালে। মনৰ দুখতে চিন্তাক্লিষ্ট হৈ এদিন জোনাক ৰাতি ঘৰৰ ওপৰ মজিয়াত বিচৰণ কৰি থাকোঁতে, তেওঁৰ সন্মুখত এটি দীৰ্ঘদেহী, সুগঠিত চেহেৰাৰ মানৱ-ছাঁয়া দেখিবলৈ পালে। ৰাসিতী সচকিত হৈ পৰিল। চিন্তাৰ মাজত এতিয়া যেন ত্ৰাসৰ সৃষ্টি। পুৰুষজন তেওঁৰ ফালে আহি আছিল। হয়, মানুহজন তেওঁৰ সন্মুখত থিয় হ'ল। ৰাসিতীয়ে মানুহজনক চিনিবলৈ অসুবিধা নহ'ল। সেয়া কোনো নহয়— দস্যু আঙুলিমালা। সন্মুখত দস্যুটো দেখি ৰাসিতীয়ে ভয় খোৱা স্বাভাৱিক। কাৰণ সকলোৱে জানে শতগীৰাই তাৰ শিৰশ্চেদ কৰি হত্যা কৰিছিল। সেই কাৰণতে শতগীৰাই তেওঁক বিয়াও কৰাইছিল। সেইদিনা যেন আঙুলিমালাৰ প্ৰকৃতিও সলনি হ'ল। আঙুলিমালাই ৰাসিতীক নিৰ্ভয় দিলে, তাৰ প্ৰতি ভয় কৰিবলগীয়া কোনো কাৰণ নাই। গোটেই পৰিস্থিতি সম্পৰ্কত অনুতপ্ত হৈ সুযোগ বিচাৰি সি মাথো ক্ষমা খুজিবলৈহে আহিছে। ৰাসিতী আচৰিত হ'ল। কি যে অদ্ভুত পৰিৱৰ্তন। আঙুলিমালাৰ আচৰণ নমনীয়, ভদ্ৰ। সি ৰাসিতীক শতগীৰাৰ চক্ৰান্তৰ কথা বিৱৰি ক'লে। বিয়াৰ আগতে যে শতগীৰাক বাধা দিব নোৱাৰিলে তাৰ বাবেও দুখ প্ৰকাশ কৰিলে। এতিয়া সি দৃঢ়প্ৰতিজ্ঞ— ৰাসিতীৰ সহায়ৰ বাবেই সি শতগীৰাক হত্যা কৰিব। আঙুলিমালাই উজ্জয়িনীৰ পৰা কামানিতাক লৈ অহাৰো প্ৰতিশ্ৰুতি দিলে। সি ৰাসিতীক কথাকেইটা কৈয়ে আন্ধাৰত মিলি গ'ল।

আঙুলিমালাই যিদিনা বুদ্ধদেৱক নিৰ্জন পথত লগ পাইছিল— সেইদিনাই সি তথাগতৰ ঐশ্বৰিক শক্তিৰো পৰিচয় পাইছিল। সাধাৰণ মানুহ বুলি আক্ৰমণ কৰিবলৈ উদ্যত হৈয়ো থমকি ৰ'বলগীয়া হৈছিল। সেইগৰাকী পুৰুষৰ দৰ্শনতে আঙুলিমালাৰ চৰিত্ৰৰো পৰিৱৰ্তন ঘটিল। আঙুলিমালা দস্যু ৰত্নাকৰৰ ঠাইত বাল্মীকি হৈ পৰিল। গৌতম বুদ্ধৰ শৰণ লোৱাৰ পাছত আঙুলিমালাৰ শৰীৰত এক অপূৰ্ব জ্যোতিয়ে প্ৰভাৱ কৰিলে। সেইদিনাই ৰাতি আঙুলিমালাই ৰাসিতীক দেখা কৰিলে। এদিনতে মানুহৰ এনে পৰিৱৰ্তন ৰাসিতীয়ে বিশ্বাসকে কৰিব পৰা নাছিল। ৰাসিতীয়ে মনতে চিন্তা কৰিলে যে মানুহৰ চাৰিত্ৰিক পৰিৱৰ্তন নিজৰ ওপৰতে নিৰ্ভৰ কৰে। তেওঁ ভিক্ষু আঙুলিমালাৰ পৰা সকলো বৃত্তান্ত শুনি পুলকিত হ'ল। তেওঁৰো গৌতম বুদ্ধক যিকোনো প্ৰকাৰে সাক্ষাৎ কৰাৰ বাসনা জাগিল। আঙুলিমালাক তেওঁ ভয় নকৰা হ'ল। তেওঁৰ বাবে দস্যু হৈ পৰিল শুভাকাংক্ষী, পোহৰৰ পথ-প্ৰদৰ্শক। ভগৱানক ক'ত, কেতিয়া সাক্ষাৎ পাব সোধাত আঙুলিমালাই ক'লে যে ভগৱান বুদ্ধ পৰৱৰ্তী দিনত শিৰীষ বনত উপস্থিত হ'বহি। তেওঁ শ্ৰীকৃষ্ণ মন্দিৰৰ চৌহদতে এখন সভাত ভাষণ দিব। সেই খবৰ পাই ৰাসিতীৰ মনত আশাৰ সঞ্চাৰ হ'ল। মনতে ভাবিলে— নিশ্চয় গৌতম বুদ্ধই তেওঁৰ নিৰাশ মনত আশাৰ নতুন বাণী শুনাব।

(৮)

কৌশম্বীৰ শিৰীষ বনলৈ গৌতম বুদ্ধ আহিব। সেই খবৰ বনজুইৰ দৰে বিয়পিল। কৌশম্বীবাসীয়ে আগ্ৰহেৰে বাট চালে তথাগতৰ শুভ আগমনলৈ। ইতিমধ্যে নগৰত প্ৰচাৰ হ'ল যে দস্যু আঙুলিমালাৰ মৃত্যু হোৱা নাই। শতগীৰাই কেৱল নিজৰ স্বাৰ্থ পূৰণ কৰিবৰ বাবে নকল আঙুলিমালাৰ শিৰ তৈয়াৰ কৰাই মানুহৰ মনত বিভ্ৰান্তিৰহে সৃষ্টি কৰিছিল। ইফালে আঙুলিমালাৰ দলে যাতে বুদ্ধদেৱৰ সভাত অশান্তিৰ সৃষ্টি নকৰে তাৰ বাবেও ৰজাই শতগীৰাক বিশেষ ব্যৱস্থা ল'বলৈ নিৰ্দেশ দিলে। ৰজাই আঙুলিমালাক বন্দী কৰাৰ বাবেও তেওঁকে দায়িত্ব দিয়াত শতগীৰাই ভয় খালে।

ভিক্ষুৰূপী আঙুলিমালাই যে ৰাসিতীক সাক্ষাৎ কৰিছিল, সেই খবৰো শতগীৰাই পাইছিল। সেইবাবে এদিন তেওঁ ৰাসিতীৰ ঘৰত নীৰৱে লগ ধৰি আঙুলিমালাৰ সম্পৰ্কে সকলো বৃত্তান্ত জানিবলৈ বিচাৰিলে। ৰাসিতীয়ে কিন্তু প্ৰত্যক্ষ ভাৱে একো জনাব নোৱাৰিলে। তেওঁ শতগীৰাক কেৱল জনালে যে আঙুলিমালা বৌদ্ধ ভিক্ষু হ'ল বুলি তেওঁ শুনিছেহে, কিন্তু সঁচা নহ'বও পাৰে। শতগীৰাই সেই খবৰ পাই ভীতি বিহ্বল হৈ ভাবিলে, যদি সেই সভালৈ আঙুলিমালা আহে তেন্তে তেওঁৰ চক্ৰান্ত মানুহে জানিব। আঙুলিমালায়ো হয়তো তেওঁক বধ কৰিব, নতুবা দস্যুক বন্দী কৰিব নোৱাৰিলে ৰজায়ো তেওঁক তেনে শাস্তিয়েই বিহিব। ৰাসিতীৰ মনতো সেই একে চিন্তাই জুমুৰি দি ধৰিলে, যিমানে যি নহওক- বিপদৰ সময়ত ৰক্ষা কৰা পত্নীৰ কৰ্তব্য। ৰাসিতীয়ে সম্ৰাটক যিকোনো প্ৰকাৰে বৌদ্ধ সভাত উপস্থিত কৰাবলৈ শতগীৰাক অনুৰোধ জনালে।

ৰাসিতীৰ সভালৈ যোৱাৰ বাবেও বিশেষ ব্যৱস্থা গ্ৰহণৰ বাবেও জনালে। শতগীৰা সন্মত হ'ল।

যিদিনা গৌতম বুদ্ধই ভাষণ দিব সেইদিনা সভাথলীত লোকে লোকাৰণ্য হ'ল। ভিক্ষুকসকলৰ সৈতে গৌতম বুদ্ধ যথা সময়ত উপস্থিত হৈ স্ব-স্থানত উপৱেশন কৰিলে। সেই সভাত আঙুলিমালা ভিক্ষুকৰ প্ৰথম শাৰীত বহিছিল। ৰাসিতী, মেদিনী প্ৰভৃতি নগৰ-নাৰীসকলেও মহিলাৰ সংৰক্ষিত স্থানত বহিলেহি। সম্ৰাট প্ৰসেনজিত, মহাৰাণী মল্লিকা আৰু অন্যান্য ৰাজন্য বৰ্গ আহি নিৰ্দিষ্ট আসনত বহাৰ পাছতে সম্ৰাটে জানিব পাৰিলে যে দুৰ্ধৰ্ষ আঙুলিমালাৰ বাবে ভাবুকি নাই— তেওঁ এতিয়া বৌদ্ধ ভিক্ষুত পৰিণত হৈছে। শতগীৰাই ইংগিতেৰে ভিক্ষুকৰ শাৰীত বহি থকা আঙুলিমালাক দেখুৱাই দিলে। ৰজা আশ্বস্ত হৈ সেই সভাতে গৌতম বুদ্ধক নমস্কাৰ জনাই শিৰীষ বনত ভিক্ষুক-ভিক্ষুকিনীৰ বাবে দুখনি বিহাৰ প্ৰতিষ্ঠাৰ কথা ঘোষণা কৰি প্ৰস্থান কৰিলে। শতগীৰাই ৰাসিতীক স্ব-গৃহলৈ নিব খোজাতো নগ'ল। তেওঁ সেই বনতে বুদ্ধদেৱৰ শৰণৰ বাবে প্ৰতিজ্ঞা কৰি ৰ'ল।

কৌশম্বীত থকা সময়তে হেজাৰজনে গৌতম বুদ্ধৰ অমৃত-বাণী শ্ৰৱণ কৰি প্ৰৱজ্যা গ্ৰহণ কৰিলে। ৰাসিতীও ভিক্ষুকিনীৰূপে শৰণাগত হ'ল। তেওঁ বৌদ্ধ ধৰ্মত দীক্ষিত হোৱাৰ পাছত মেদিনীও সেইফালে আকৃষ্ট হ'ল যদিও সোমাদিত্যৰ প্ৰেমত সাংসাৰিক মোহ এৰিব পৰা নাছিল। সেই মোহেই মেদিনীক ভিক্ষুকিনী জীৱনৰ পৰা আঁতৰাই ৰাখিছিল। সোমাদিত্যৰ মৃত্যুৰ পাছত মেদিনীয়ে বৌদ্ধ ধৰ্মত দীক্ষিতা হৈ ভিক্ষুকিনী হ'ল।

(৯)

সময় বাগৰিল। ধৰ্মৰ কামত সম্পূৰ্ণৰূপে আত্মসমৰ্পণ কৰিলেও ৰাসিতীয়ে কেতিয়াবা যে কামানিতাৰ স্মৃতি মনলৈ নানিছিল এনেও নহয়। তেওঁ প্ৰকৃততে কামানিতাক পাহৰিব পৰা নাছিল। তুঁহ জুইৰ দৰে অতীতৰ মধুৰ কাহিনীবোৰ তেওঁৰ অন্তৰত উমি উমি জ্বলি আছিল। সেয়েহে এদিন ভিক্ষুক ভাই আঙুলিমালাক তেওঁৰ অভিপ্ৰায় বেকত কৰিলে। আঙুলিমালাই এসময়ত ৰাসিতীৰ কাষলৈ কামানিতাক লৈ অহাৰ প্ৰতিশ্ৰুতি দিছিল। বহু বছৰৰ পাছত যেতিয়া সেই কথা ৰাসিতীয়ে সোঁৱৰাই দিলে, আঙুলিমালাই প্ৰতিশ্ৰুতি ৰক্ষাৰ্থে গেৰুৱা বসন, হাতত চীৱৰ-পাত্ৰ লৈ উজ্জয়িনীলৈ যাত্ৰা কৰিলে। দস্যু জীৱনত ধনী মানুহৰ ঘৰবোৰ চিনি থোৱা বাবে উজ্জয়িনীৰ বণিকশ্ৰেষ্ঠৰ ঘৰ উলিয়াবলৈ তেওঁৰ অধিক সময় নালাগিল।

এদিন দুপৰীয়া ভিক্ষুক আঙুলিমালাই ভিক্ষা বিচাৰি কামানিতাৰ বাস ভৱনৰ আগ চোতালত— 'বুদ্ধং শৰণং গচ্ছামি'— মন্ত্ৰোৎচ্চাৰণ কৰি 'মা ভিক্ষাং দেহি' বুলি



মাত দিওঁতেই কামানিতাৰ দন্দুৰী পত্নী দুজনীয়ে ঘৰৰ পৰা ওলাই আঙুলিমালাক অকথ্য ভাষাৰে গালি পাৰিবলৈ ধৰিলে। কিন্তু আঙুলিমালাৰ প্ৰশান্ত মনত সেই অকথ্য ভাষাই কোনো ক্ৰিয়া নকৰিলে। অতি বিনয়ীভাৱে তেওঁ যাবলৈ ওলোৱাত কামানিতা ওলাই আহি পত্নীহঁতৰ অসৎ আচৰণৰ বাবে দুখ প্ৰকাশ কৰিলে আৰু নিজ হাতে ভিক্ষা দিবৰ বাবে ভিতৰ সোমাল। কিন্তু তেওঁ ভিক্ষা লৈ আহি দেখে যে ভিক্ষুকে ইতিমধ্যে সেই স্থান পৰিত্যাগ কৰিছে। ভিক্ষুকজন বিমুখ হৈ যোৱা কথা কামানিতাই সহজভাৱে ল'ব নোৱাৰিলে। একেটা প্ৰশ্নই তেওঁৰ মনত খেলিবলৈ ধৰিলে যে সংসাৰত থাকি তেওঁৰ কি লাভ? যাক তেওঁ অন্তৰেৰে বিচাৰিছিল, সেই প্ৰিয়তমা তেওঁৰ পৰা আঁতৰি গ'ল। সংসাৰ ধৰ্মত সোমায়ো তেওঁ সুখী হ'ব নোৱাৰিলে। ধন-সোণে মানুহক কোনো প্ৰকাৰে সুখ দিব নোৱাৰে। তেওঁতকৈ বেছি সুখী সেই ভিক্ষুকজন। হাই-কাজিয়া কৰি, মানুহক ইতিকিং কৰা ঘৰতকৈ ভিক্ষুকৰ জীৱন শ্ৰেষ্ঠ। কথাবোৰ চিন্তা কৰি কামানিতাৰ মনতো লাহে লাহে সংসাৰৰ প্ৰতি বৈৰাগ্য জন্মিল। এদিন তেওঁ বিশ্বস্ত ভৃত্যজনক সকলো সা-সম্পত্তি গতাই দি গেৰুৱা বসন পিন্ধি প্ৰাসাদ ত্যাগ কৰি ওলাই গ'ল। তেওঁ ক'ত যাব— সেই প্ৰশ্নৰ উত্তৰ তেওঁ নিজেও নাজানিলে। তেওঁ এখন গাঁৱৰ পাছত আনখন গাঁও, এখন নগৰৰ পৰা আন এখন নগৰলৈ পৰিভ্ৰমণ কৰি অৱশেষত শ্ৰাৱস্তীত উপনীত হ'লগৈ। সেই সময়ত শ্ৰাৱস্তীৰ জেতবনত গৌতম বুদ্ধই শিষ্যসকলৰ সৈতে ধৰ্ম বাহৰ পাতি আছিল। শ্ৰাৱস্তীৰ জনসমাজে জেতবনত ভগৱান বুদ্ধক সাক্ষাৎ কৰি পৰম আনন্দ লাভ কৰিছিল। কামানিতাও গৌতম বুদ্ধক সাক্ষাৎ কৰিবলৈ আগ্ৰহশীল হ'ল। তেওঁ মনতে চিন্তা কৰিলে যে ভগৱান বুদ্ধৰ আশ্ৰয় গ্ৰহণ কৰি, সেই ধৰ্মত দীক্ষিত হৈ জীৱনৰ বাকী সময়ছোৱা আধ্যাত্মিক জীৱন-যাপন কৰিব পাৰিব। সংসাৰৰ তাপ হৰণকাৰী একমাত্ৰ গুৰুজন তথাগতহে। সেই পৰমানন্দজনৰ দৰ্শনৰ বাবে দুগুণ উছাহেৰে কামানিতা আগবাঢ়িল জেতবনৰ দিশে। খোজ কাঢ়ি কাঢ়ি গৈ থাকোঁতে ক্ৰমাৎ সন্ধ্যা লাগি ৰাতি হ'ল। শ্ৰাৱস্তীৰ বাট-পথো তেওঁৰ চিনাকি নাছিল। তেওঁ অন্ধকাৰ ৰাতি এখন মল্লাৰৰ গাঁৱত উপস্থিত হ'ল। মাটিৰ বাচন-বৰ্তন চাকত সাজি সেইবোৰ বিক্ৰী কৰি জীৱন-নিৰ্বাহ কৰাই হ'ল মল্লাৰ বা কুমাৰসকলৰ জীৱিকা। তেওঁলোক অনুন্নত সম্প্ৰদায়ৰ। যি ঘৰত কামানিতাই আশ্ৰয় গ্ৰহণ কৰিছিল সেই ঘৰৰ গৃহস্থয়ো সেই কামকে কৰি পৰিয়ালৰ ভৰণ-পোষণ কৰিছিল। তেওঁৰ আকালো নাই ভঁৰালো নাই, কিন্তু সুখী। সন্ধ্যাৰ অতিথি সাক্ষাৎ দামোদৰ বুলি তেওঁ কামানিতাক আশ্ৰয় দিছিল। কামানিতায়ো আতিথ্য-শুশ্ৰূষাত সুখী হ'ল। তেওঁ কুমাৰৰ ঘৰখনলৈ এবাৰ চকু দিলে— ভগা-ছিগা হ'লেও তাত শান্তি বিৰাজমান। অথচ তেওঁৰ ৰাজপ্ৰাসাদোপম ঘৰত সেই শান্তি নাই। কামানিতাই কুমাৰৰ ঘৰত আন এজন সন্ন্যাসীকো দেখিলে।

তেওঁ মনতে ভাবিলে— তেৰোঁ নিশ্চয় নিশাৰ অতিথি। কামানিতাই মন কৰিলে— সন্ন্যাসীজন যেন সাধাৰণ পুৰুষ নহয়। তেওঁৰ মুখমণ্ডলত এক অপূৰ্ব জ্যোতি বিৰাজমান। শান্ত-সৌম্য সন্ন্যাসীজনৰ কথা-আচৰণত জ্ঞানী পণ্ডিতৰ লক্ষণ বিৰাজমান। কামানিতাই সেই সন্ন্যাসীজনৰ পৰিচয় বিচাৰিছিল যদিও কথা প্ৰসংগত সেই পৰিচয় প্ৰকাশ নহ'ল। কামানিতাই তেওঁৰ জীৱনৰ সকলো কথা সন্ন্যাসীজনক জনালে। তেওঁ কথা শুনিলেহে, উত্তৰ নিদিলে। এবাৰ মাথোঁ ক'লে যে মানুহ প্ৰিয়জনৰ দুখত সদায় দুখী। প্ৰিয়জনৰ বিয়োগ অসহনীয়, ঠিক সেইদৰে নিবিচৰাজনৰ সৈতে মিলনো আমাৰ দুখৰ কাৰণ হ'ব পাৰে। সন্ন্যাসীগৰাকীয়ে কামানিতাক জীৱন সম্পৰ্কে বহুতো কথাৰ সম্ভেদ দিলে। কামানিতা জেতবনলৈ অহাৰ কাৰণ জানি সন্ন্যাসীজনে কেৱল ক'লে যে মানুহৰ সকলো কামেই কেৱল অদৃষ্টৰ হাতত বন্দী। অদৃষ্টক কোনেও জানিব আৰু বুজিব নোৱাৰে। কিন্তু মনৰ চকু উন্মুক্ত হ'লে সেই অদৃষ্ট দৃষ্টত পৰিণত হয়। দুখ সকলো প্ৰাণীৰে আছে— কিন্তু সেই দুখৰো সমাধান আছে, তাৰ বাবে প্ৰয়োজন ঐকান্তিক আগ্ৰহ। বহু ৰাতিলৈকে দুয়ো কথা পাতিলে যদিও চিনিব নোৱাৰিলে যে যি জনৰ সৈতে তেওঁ আন্তৰিকতাৰে চিনাকি হৈ জীৱন-দৰ্শনৰ গভীৰ আলোচনাত মগ্ন হৈছিল, যিজনে প্ৰাণীৰ দুখৰ কাৰণবোৰ দেখুৱাই তাৰ নিৰাময়ৰ পথবোৰো বুজাই দিছিল, সেইজনেই আছিল গৌতম বুদ্ধ। শ্ৰাৱস্তীৰ কুশীনাৰা আছিল তেওঁৰ অন্তিম যাত্ৰা। বুদ্ধই বৈশালীৰ পৰা কুশীনাৰালৈ যাওঁতে সেই মল্লাৰৰ ঘৰত ইচ্ছা কৰিয়ে এৰাতি আছিল।

পৰৱৰ্তী দিনা কামানিতাই পুৱা সোনকালে শয্যা ত্যাগ কৰি সন্ন্যাসীক মাত দি জেতবনত গৌতম বুদ্ধক সাক্ষাৎ কৰিবলৈ যাত্ৰা কৰিলে। গৌতম বুদ্ধয়ো এটি সন্তোষৰ মিচিকিয়া হাঁহিৰে তেওঁক বিদায় দিলে। তেওঁ বুজি পাইছিল যে কামানিতাক অদৃষ্টই হাতবাউল দি মাতিছে। তেওঁৰ জীৱনো টুটি আহিছে। কিন্তু কামানিতাই জানো সেই কথা জানে?

কামানিতা জেতবনলৈ আগবাঢ়িল। মনত নানা ধৰণৰ আশা— গৌতম বুদ্ধ— ৱাসিতী— সন্ন্যাস প্ৰাপ্তি— ইত্যাদি। তেওঁ গৈ থকা পথৰ বিপৰীতে এটা ষাঁড় গৰুৱে তেওঁৰ ফালেই চোঁচা লৈ আহিছে। কামানিতাই চেষ্টা কৰিও আঁতৰিব নোৱাৰিলে। ষাঁড়টোৱে তেওঁক শিঙেৰে খুচি দূৰলৈ আচাৰ মাৰি পঠালে। কামানিতা সেই ঠাইতে ধৰফৰাই পৰি থাকিল। কিছু সময়ৰ পাছত সেই বাটেৰে শ্ৰমণ আনন্দ আৰু সাৰিপুত্ৰ আহি আছিল। তেওঁলোকে ভগৱান বুদ্ধক মল্লাৰৰ ঘৰৰ পৰা লৈ অনাৰ বাবে আহিছিল। তেওঁলোক আহত কামানিতাক দেখি ৰৈ গ'ল। অচিনাকি মানুহজনক আনন্দই তুলি আনি শুশ্ৰূষা কৰিলে যদিও ফল একো নহ'ল। কামানিতাই এবাৰ ওপৰলৈ চাই অস্ফুট মাতেৰে ৱাসিতীৰ নাম স্মৰণ কৰি শেষ নিশ্বাস ত্যাগ কৰিলে। আনন্দ আৰু সাৰিপুত্ৰই



মৃতদেহটো ৰখাৰ ব্যৱস্থা কৰি গৌতম বুদ্ধক সবিশেষ জনালেগৈ। বুদ্ধদেৱে সকলো জানি কেৱল উচ্চাৰণ কৰিলে, যি হ'বলগীয়া আছিল— হৈ গ'ল। অদৃষ্ট মহা বলৱান।

আঙুলিমালাই ৱাসিতীক কথা দিয়াৰ বাবেই উজ্জয়িনীলৈ গৈছিল যদিও বিফল হ'ল। তেওঁ কি পৰিস্থিতিত কামানিতাক পায়ো হেৰুৱাবলগীয়া হ'ল, সেই বিষয়ে ভাবিও একো তত ধৰিব নোৱাৰিলে। কিন্তু তেওঁ যে চেষ্টা কৰিছিল সেই বিষয়ে ৱাসিতীক জনোৱা কৰ্তব্য বুলি ভাবি এদিন ৱাসিতীক সাক্ষাৎ কৰি কামানিতাৰ ঘৰৰ কথা সবিশেষ জনালে। কিন্তু পৰৱৰ্তী কি ব্যৱস্থা ল'ব সেই বিষয়ে একো আলোচনা নকৰাকৈয়ে ৱাসিতীৰ পৰা বিদায় ল'লে। তাৰ পাছত আঙুলিমালা গৌতম বুদ্ধৰ সন্ধানত গুচি গ'ল— সম্ভৱ ৰাজগৃহলৈ।

ৱাসিতীয়ে আঙুলিমালাৰ পৰা কামানিতাৰ খবৰ পাই ভাগি পৰিল। সংসাৰৰ প্ৰতি মোহ একেবাৰে হেৰাই গ'ল। তেওঁৰ ভাব হ'ল সংসাৰ অনিত্য— মায়াৰ বান্ধোনে মানুহক সংসাৰৰ প্ৰতি আসক্তি জন্মায়। ধন-প্ৰাচুৰ্যই মানুহক অন্ধ কৰে আৰু সাংসাৰিক জীৱনত দুখৰ সৃষ্টি কৰে। সংসাৰৰ পৰা মুক্তি লাভৰ বাবে মানুহৰ অন্য গতি নাই। তেওঁ মনতে ভাবিলে মানুহক এনে দুৰ্যোগৰ পৰা ত্ৰাণ কৰোঁতা কেৱল গৌতম বুদ্ধহে। সেইজনৰ ওচৰত আত্মনিবেদন, শৰণাপন্ন হৈ ভিক্ষুকিনী জীৱন লাভ কৰিলেই সংসাৰ-নিকাৰ যন্ত্ৰণাৰ পৰা মুক্তি পাব পাৰিব। ৱাসিতীয়ে তেওঁৰ বান্ধৱী মেদিনীক লগত লৈ এদিন গৌতম বুদ্ধক সাক্ষাৎ কৰিবলৈ গ'ল। কিন্তু ক'লৈ গ'লে তথাগতক পাব সেই কথা তেওঁলোকে জনা নাছিল। বৈশালীতে ভগৱান থকাৰ সন্ধান পাই তাত উপস্থিত হৈ জানিব পাৰিলে যে গৌতম বুদ্ধই শিষ্যসকলৰ সৈতে সেই ঠাই ত্যাগ কৰি কুশীনাৰালৈ (কুশী নগৰলৈ) যাত্ৰা কৰিছে। জনসমাজত সেই কথাও প্ৰচাৰ হ'ল যে ভগৱানে সেই নগৰতে মানৱী জীৱনৰ পৰা নিৰ্বাণ প্ৰাপ্তিও লাভ কৰিব। সেই খবৰে জনসমাজত চাঞ্চল্যৰ সৃষ্টি কৰিলে। অহুকাণে-পছুকাণে সেই খবৰ ৱাসিতী-মেদিনীয়েও শুনিবলৈ পালে। দুয়ো ব্যথিত হৈ পৰিল। তেওঁলোকৰ ইচ্ছা ভগৱানৰ নিৰ্বাণ প্ৰাপ্তি প্ৰত্যক্ষভাৱে দৰ্শন কৰা। ভগৱানক সাক্ষাতত শৰণ ল'বলৈ ইচ্ছা কৰিও বিফল হোৱাৰ উপক্ৰম হোৱাত ৱাসিতী ব্যথিত হ'ল। তেওঁৰ মনৰ আশা মনতেই মাৰ গ'ল। ৱাসিতী আৰু মেদিনীয়ে পলম নকৰিলে। যিমান পাৰে শক্তি প্ৰয়োগ কৰি কুশীনাৰালৈ যাত্ৰা কৰিলে।

কুশীনাৰাত উপস্থিত হৈ তেওঁলোকে দেখা পালে মহা শোক সাগৰত যেন সমগ্ৰ চহৰখন নিমজ্জিত হৈ পৰিছে। মানুহৰ মুখত হাঁহি নাই— আছে শোকৰ ছায়া। মহা অন্ধকাৰে যেন অতি সোনকালে চহৰখন গ্ৰাস কৰিব। দুজনমান যাত্ৰীক ৱাসিতীয়ে সুধি জানিব পাৰিলে, সেইদিনা ৰাতিলৈ ভগৱান বুদ্ধই নিৰ্বাণ লাভ কৰিব। এফালে শোক— আনফালে আনন্দ— ৱাসিতীৰ অন্তৰত দুয়োধাৰা ফল্গুজলে টৌৰ সৃষ্টি কৰিছিল।

ভগৱানৰ অন্তিম যাত্ৰা শোকৰ কাৰণ— তাৰ মাজত ভগৱানক দৰ্শন, সেয়া আনন্দ।

সেই দিনটো আছিল ব'হাগ মাহৰ পূৰ্ণিমা তিথি। ক্ৰমাৎ সন্ধ্যা হোৱাৰ লগে লগে কুশীনাৰা চহৰ জন অৰণ্যত পৰিণত হ'ল। অথচ চাৰিওফালে মৌনতাই বিৰাজ কৰিছিল। তথাগতৰ পৰামৰ্শমতেই কুশীনাৰাৰ শালবনত মহা পৰিনিৰ্বাণৰ স্থানৰ যোগাড় কৰা হ'ল। ভিক্ষুক-ভিক্ষুকিনীসকলৰ সৈতে পৰিৱেষ্টিত হৈ ভগৱানে যেতিয়া প্ৰশান্ত মনেৰে শালবনৰ স্থানত উপৱিষ্ট হ'ল, সেই সময়তে কান্দি কান্দি ৰাসিতী সেই ঠাইত থিয় দি ৰ'ল। ভগৱানে তেওঁক ওচৰতে বহুৱালে।

সময় ৰৈ নাথাকে। গৌতম বুদ্ধই নিৰ্দিষ্ট কৰি দিয়া সময়— অৰ্থাৎ ৰাতি তৃতীয় প্ৰহৰ সমাগত। সকলোৰে দৃষ্টি তথাগতৰ ওপৰত। যিকোনো মুহূৰ্ততে তেওঁ নৰলীলা সম্বৰণ কৰিব। শেষ সময়ত শ্ৰমণ আনন্দক ওচৰলৈ মাতি কিছুমান পৰামৰ্শ দিলে। চাৰি কুৰিবছৰীয়া জীৱনৰো অৰ্থ নাই। তেওঁৰ শৰীৰ এতিয়া জীৰ্ণ-শীৰ্ণ গৰুগাড়ীৰ দৰে। আনন্দক তেওঁ শেষ উপদেশ দি ক'লে যে মানুহৰ মৃত্যুৰ পাছতো মানুহক মানুহৰ পৰা বিচ্ছেদ ঘটাব নোৱাৰে। কৰ্মই মানুহক জীয়াই ৰাখে। গৌতম বুদ্ধই অতি কষ্টেৰে ৰাসিতীলৈ চাই কিবা ক'বলৈ বিচাৰিছিল, কিন্তু ক'ব নোৱাৰিলে। এবাৰ সেহাই সেহাই মাথোঁ ক'লে যে মানুহৰ জ্ঞান লাভেই একমাত্ৰ কাম্য। জ্ঞান নহ'লে কোনেও একো কৰিব নোৱাৰে। জ্ঞানেহে মানুহক দিব্য দৃষ্টি দান দিয়ে। ইয়াৰ বাবে প্ৰয়োজন কঠোৰ পৰিশ্ৰম।

তাৰ পাছত সকলো শেষ।

ভগৱান বুদ্ধৰ নশ্বৰ দেহা সেই ঠাইতে নিথৰ হৈ পৰি ৰ'ল।*

PILGRIM KAMANITA, 1985 edn.
Masich on

* *উপন্যাসখনৰ মাজে মাজে পৃষ্ঠা নষ্ট হোৱাত কিছুমান বৰ্ণনা সংক্ষিপ্ত কৰি সংযোগ কৰা হ'ল।*



# হাৰমান হেচ্ছ ঃ সিদ্ধাৰ্থ



(১)

যি কেইগৰাকী বিদেশী লেখকৰ গ্ৰন্থত ভাৰতীয় জীৱন দৰ্শনৰ ছবি স্পষ্টভাৱে প্ৰকাশ পাইছে, সেই সকলৰ ভিতৰত নিঃসন্দেহে নাম ল'ব লাগিব জাৰ্মান সাহিত্যৰ অন্যতম কাণ্ডাৰী হাৰমান হেচ্ছৰ। ভাৰতীয় জীৱন-ধাৰা সম্পৰ্কত বিশ্ব সাহিত্যত ৰেখাপাত কৰা ৰুডয়াৰ্ড কিপলিং (১৮৬৫-১৯৩৬), ফঁৰাচী সাহিত্যিক ৰোঁমা ৰোঁলাৰ (১৮৬৬-১৯৪৭) দৰে হাৰমান হেচ্ছেও ভাৰতীয় দৰ্শনৰ প্ৰতি আকৃষ্ট হৈ ৰচনা কৰিছিল তেওঁৰ সাৰ্থক উপন্যাস *'সিদ্ধাৰ্থ'* (১৯২৩)। ১৮৭৭ চনৰ ১৭ জুলাইত পূব জাৰ্মানীৰ এখন সৰু চহৰ ৱিটেমবাৰ্গত (Wurttemberg) তেওঁৰ জন্ম হৈছিল। এক ধৰ্মপ্ৰাণ পৰিয়ালত জন্মগ্ৰহণ কৰা হেচ্ছৰ জীৱনধাৰণ প্ৰণালীও অতি সাধাৰণ আছিল। ককাক আৰু দেউতাক খ্ৰীষ্টান মিছনেৰী স্বৰূপে ভাৰতবৰ্ষত আছিল। উল্লেখযোগ্য যে হেচ্ছৰ মাকৰ জন্মও ভাৰততে। হাৰমান হেচ্ছে কেইবাবাৰো ভাৰত ভ্ৰমণ কৰিছিল।




হেচ্ছেও ভাৰতৰ বিভিন্ন ঠাইত ভ্ৰমণ কৰি ভাৰতীয় সংস্কৃতিৰ সম্পৰ্কত অধ্যয়ন কৰিছিল। হিন্দু আৰু বৌদ্ধ সংস্কৃতি সম্পৰ্কত তেওঁ প্ৰচুৰ অভিজ্ঞতা লাভ কৰিছিল। কেৱল *'সিদ্ধাৰ্থ'*তেই নহয়, তেওঁৰ অন্যান্য গ্ৰন্থতো তাৰ প্ৰভাৱ পৰিছিল। হেচ্ছৰ গ্ৰন্থসমূহ- *Hermann Lanchar, Demian, Klingsor's Last Summer,*

*Knulp, Das Glasperlenspiel, Stephen Wolf, Piter Ceamentsind, The Glars Bead Game* ইত্যাদি। হেছে এগৰাকী প্ৰখ্যাত কবিও। তিনি হাজাৰৰ অধিক কবিতা তেওঁ ৰচনা কৰিছিল। এগৰাকী চিত্ৰশিল্পী স্বৰূপেও তেওঁ স্বীকৃত। ৰাজনৈতিক কাৰণত এই জাৰ্মান লেখকগৰাকী নিজ দেশৰপৰা নিৰ্বাসিত হৈ ১৯১১ চনত চুইজাৰলেণ্ডত আশ্ৰয় লৈছিল। আৰু তাৰেই নাগৰিকত্ব গ্ৰহণ কৰিছিল। ১৯৪৬ চনত তেওঁক সাহিত্যৰ নোবেল পুৰস্কাৰ প্ৰদান কৰা হৈছিল। ১৯৬২ চনৰ ৯ আগষ্টত এই মহান লেখক গৰাকীৰ পৰলোক ঘটে। তেওঁৰ *'সিদ্ধাৰ্থ'* আৰু *'পিটাৰ কেমেণ্টছিন্'ড'* দুখন ভিন্ন স্বাদৰ উপন্যাস। প্ৰথমখনত ভাৰতীয় জীৱন বীক্ষা আৰু দৰ্শনৰ পৰিচয় আৰু আনখনত নিজৰ জীৱনৰ ঘাত-প্ৰতিঘাতৰ বৈপ্লৱিক কাহিনী বৰ্ণিত হৈছে।

(২)

*'সিদ্ধাৰ্থ'* প্ৰকৃততে ভাৰতীয় দৰ্শনৰ প্ৰকৃত ছবি আনহাতে এজন ব্যক্তিৰ জীৱনবোধৰ আত্ম বিশ্লেষণৰ কাহিনী। ভাৰতীয় দৰ্শনৰ বস্তুবাদী আদৰ্শ আৰু মূল সত্য সম্পৰ্কত হেছে যিদৰে উপলব্ধি কৰিছিল তাৰেই যুগজয়ী স্বাক্ষৰ এই উপন্যাসখন। বয়সত তৰুণ অথচ জ্ঞানত বৃদ্ধ, ব্ৰাহ্মণ সন্তান সিদ্ধাৰ্থৰ বাবে পিতৃ-মাতৃ গৌৰৱান্বিত। সকলোৱেই ভাবিছিল, নিজৰ জ্ঞান আৰু পাণ্ডিত্যৰ বলত এদিন সিদ্ধাৰ্থ পণ্ডিত সকলৰ মাজত শিৰোমণি হ'বগৈ। সকলোৰে প্ৰিয় সিদ্ধাৰ্থই কিন্তু উপলব্ধি কৰিলে তেওঁ যেন একোৱেই পোৱা নাই। জ্ঞানৰো প্ৰকৃত সন্ধান পোৱা নাই। পাৰ্থিৱ জীৱনৰ সুখ-ভোগ বিষয়-বাসনাই সিদ্ধাৰ্থক কোনো ক্ষেত্ৰতেই আনন্দ দিব পৰা নাছিল। সৰু কালতেই 'ওম' মহামন্ত্ৰ আয়ত্ত কৰিলেও তেওঁ জীৱনৰ স্থায়ীত্ব বুজিব নোৱাৰি জীৱন-বেদনাত অসহ্য হৈ পৰিছিল। গুৰুৰ জ্ঞানগৰ্ভ বাণী, শাস্ত্ৰৰ বচন, পণ্ডিত পিতৃৰ উপদেশেও সিদ্ধাৰ্থৰ মনৰ বেদনা উপশম কৰিব নোৱাৰিলে। এনেদৰে দিন যাপন কৰাতকৈ এদিন তেওঁ সন্ন্যাস ধৰ্ম লৈ জীৱন-জিজ্ঞাসাৰ প্ৰকৃত পথৰ সন্ধানত গৃহত্যাগ কৰিলে। লগত ওলাল তেওঁৰ প্ৰিয় বন্ধু গোবিন্দ। বনলৈ গৈ ঋষি-মুনি সকলৰ লগত দুয়ো তপস্যাত মগ্ন হ'ল। সাধনাত সিদ্ধি লাভ কৰিলেও সিদ্ধাৰ্থই যেন উপলব্ধি কৰিলে প্ৰকৃততে তেওঁ যি বিচাৰি আহিছিল, তাক তেওঁ তপস্যাৰ বলত পোৱা নাই। ইতিমধ্যে তেওঁ জানিবলৈ পালে যে, অতদিনে শুনি থকা মহাতপস্বী গৌতম বুদ্ধ শ্ৰাৱস্তী নগৰত উপস্থিত হৈছেহি। গৌতম বুদ্ধৰ প্ৰবৰ্তিত বৌদ্ধ ধৰ্ম সম্পৰ্কেও তেওঁ জানিবলৈ পাইছিল। গৌতম বুদ্ধৰ সান্নিধ্যত জীৱনৰ প্ৰশান্তিময় পথ পোৱাৰ আশাত বন্ধু গোবিন্দক লগত লৈ পুনৰ যাত্ৰা কৰিলে। নানা পথ অতিক্ৰম কৰি দুয়ো শ্ৰাৱস্তী পালেগৈ। বুদ্ধদেৱক দুয়ো দেখা কৰি শৰণাপন্ন হ'ল। তথাগতে দুয়োকে আশীৰ্বাদ দিলে। বুদ্ধদেৱৰ বাণীত তেওঁ মুগ্ধ হ'ল সঁচা কিন্তু শিষ্যত্ব গ্ৰহণ নকৰিলে। তেওঁ উপলব্ধি কৰিলে যে গুৰুবাদ



মিথ্যা। গোবিন্দই কিন্তু শিষ্যত্ব গ্ৰহণ কৰিলে আৰু এজন শ্ৰমন হৈ তথাগতৰ লগত থকাৰ সিদ্ধান্ত ল'লে। বন্ধু গোবিন্দক এৰি সত্যৰ সন্ধানত পুনৰ সিদ্ধাৰ্থই বাট বুলিলে অজান দেশলৈ। প্ৰকৃত পথৰ অন্বেষণত ঘূৰি ফুৰোঁতে তেওঁ উপলব্ধি কৰিলে যে তেওঁ যুৱক হৈ প্ৰৌঢ় অৱস্থাত উপনীত হৈছেহি। তেওঁ যেন অতদিন দৰ্শনৰ জটিল তত্ত্বৰ মাজত আত্মাক বন্দী কৰি ৰাখিছিল। ব্যক্তিৰ সম্পূৰ্ণতা লাভ হয় বাস্তৱ জ্ঞানতহে। তাত্বিক আৰু পণ্ডিতৰ মূল্য আছে সঁচা কিন্তু ইন্দ্ৰিয়ানুভূতিৰ প্ৰয়োজনহে মানুহৰ চৰম পথৰ সন্ধান। এই সত্যৰ সন্ধানত সন্ন্যাস ব্ৰত ত্যাগ কৰি জন সমাজলৈ তেওঁ সোমাই গ'ল। বৈৰাগ্যৰ সাধনা ত্যাগ কৰি সিদ্ধাৰ্থই জীৱনানন্দৰ সোঁতত নিজকে এৰি দিলে। উদ্দেশ্যবিহীন ভাবে তেওঁ গৈ এখন নৈৰ সমীপত উপস্থিত হ'লগৈ। নদীৰ ঘাটত থকা নাৱৰীয়া এজনৰ পঁজা ঘৰত আশ্ৰয় ল'লেগৈ। এদিন ৰাতি সপোনত গেৰুৱা বস্ত্ৰ পৰিহিত গোবিন্দক দেখিলে, গোবিন্দই যেন আঁকোৱালি লৈ তেওঁক আক্ষেপেৰে প্ৰশ্ন কৰিলে, তেওঁ কিয় তথাগতৰ ওচৰৰ পৰা গুচি আহিলে। আলিংগনাবদ্ধ গোবিন্দ হঠাতে নাইকিয়া হ'ল। তেওঁৰ ঠাইত এগৰাকী সুন্দৰীকহে বাহু বন্ধনত সুমাই ৰাখিছে। সেই সুন্দৰীৰ সমস্ত দেহত তেওঁ চুমাৰে ওপচাই দিছে, তেওঁ অনুভৱ কৰিলে—

*"It teased of woman and man, of sun and forest, of animal and flower, of every fruit of every pleasure."*

পাছদিনাই পুৱা সিদ্ধাৰ্থই নাৱৰীয়াজনক সিপাৰত থৈ আহিবলৈ ক'লে। নাৱৰীয়াজনে তাৰ বাবদ কোনো মূল্য ল'ব নোখোজাত সিদ্ধাৰ্থই দুখ কৰিলে। তেতিয়া নাৱৰীয়াজনে ক'লে, "হে ব্ৰাহ্মণ কুমাৰ মোক কোনো মাচুল দিব নালাগে, কিয়নো মই জানো যে তুমি আকৌ ঘূৰি আহিবা। এই নৈখনৰ পৰা মোৰ এই জ্ঞানেই হৈছে যে সকলো বস্তুৱেই স্ব-স্থানলৈ ঘূৰি যাবই।"

(৩)

সিদ্ধাৰ্থ নৈ পাৰ হৈ গৈ এখন নগৰত প্ৰৱেশ কৰিলে। নগৰখনত প্ৰৱেশ কৰি তেওঁ যেন এক নতুন শিহৰণ অনুভৱ কৰিলে। সেই নগৰৰ এখন প্ৰমোদ বনত চৌপাশে মানুহে আৱৰি থকা নগৰৰ শ্ৰেষ্ঠা দেহোপজীৱিনী কমলাক দেখিবলৈ পালে। কমলা সৰ্বাংগ সুন্দৰী, উজ্জ্বল চেহেৰা আৰু বুদ্ধিমতী। এক নাটকীয় পৰিবেশত সিদ্ধাৰ্থই কমলাৰ সান্নিধ্য লাভ কৰাই নহয়, কমলাৰ লগত থকাৰো সুবিধা পালে। কমলাই তেওঁক বাস্তৱ জীৱনৰ সংসাৰ ধৰ্মৰ, নৰ-নাৰীৰ আদিম প্ৰেমৰ পাঠ শিকাবলৈ আৰম্ভ কৰিলে। জীৱনজোৰা প্ৰকৃত পথৰ সন্ধানী সিদ্ধাৰ্থ বন্দী হ'ল কমলাৰ প্ৰেমত। মন্ত্ৰমুগ্ধ ব্ৰাহ্মণে কমলাৰ মাজেৰে দেখিবলৈ পালে পৃথিৱীখন যেন অতি সুন্দৰ। কমলাই তেওঁক নতুন জীৱন দিলে। চাফ-চিকুণ হৈ সুন্দৰকৈ কাপোৰ-কানি পিন্ধি এজন আদৰ্শ প্ৰেমিক হিচাপে

সিদ্ধাৰ্থই নতুন জগতত ভৰি দিলে। কিছুদিন যোৱাৰ পাছত সিদ্ধাৰ্থই উপলব্ধি কৰিলে যে কমলাৰ প্ৰেমেও যেন তেওঁক সুখী কৰিব পৰা নাই। দৈহিক সম্ভোগ আৰু ধন-দৌলত আৰু ৰূপ-যৌৱন দুদিনৰ বাবেহে। বয়স বাঢ়ি গ'লেই সকলো শেষ। এদিন ৰাতি সিদ্ধাৰ্থই আগৰ বস্ত্ৰ পৰিধান কৰি কমলাৰ পৰা বিদায় ল'লে— *"May it be so, my teacher (Kamala). May my glance always please you, may good fortune always come to me from you."* সেই মোহময়ী কমলা আৰু ৰঙীন নগৰীৰ জনপদৰ পৰা তেওঁ আঁতৰি গ'ল। কোনেও বিচাৰিও নাপালে।

(৪)

পুনৰ নৈৰ ঘাটত উপস্থিত হ'লগৈ সিদ্ধাৰ্থ। সিপাৰৰ সেই নাৱৰীয়াজনৰ জুপুৰিত আশ্ৰয় ল'লে। এজন নাৱৰীয়া স্বৰূপে এইবাৰ তেওঁ জীৱন আৰম্ভ কৰিলে। বৃদ্ধ নাৱৰীয়াজনৰ লগত ঘনিষ্ঠ সম্পৰ্ক গঢ়ি তুলিলে। এইবাৰহে বৃদ্ধগৰাকীৰ নাম যে বাসুদেৱ সেই কথাও জানিবলৈ পালে।

সিদ্ধাৰ্থৰ আচৰণ, বুদ্ধিদীপ্ত মন আৰু দুচকুৰ দিব্যজ্ঞান জ্যোতি দেখি বাসুদেৱে বুজিব পাৰিলে যে, তেওঁ সকলো পাৰ্থিৱ পৰীক্ষাৰ পৰা উত্তীৰ্ণ হৈছে। সৃষ্টিৰ মূল সত্বাৰ সৈতে তেওঁ মিলি গৈছে। বাসুদেৱে সিদ্ধাৰ্থৰ পৰা যি বিচাৰিছিল, তাক পোৱা বুলি ভাবি অতিথি বন্ধুজনৰ পৰা বিদায় লোৱাৰ উপযুক্ত সময়ৰ বাবে অপেক্ষা কৰিলে। বাসুদেৱে ক'লে —

*"I have been Vasudeva, the Ferryman, for a long time. Now it is completed. Farewell hut, farewell river, farewell Siddhartha ..... I am going to the unity of all things."* সিদ্ধাৰ্থই বৃদ্ধ নাৱৰীয়াজনক প্ৰণাম জনাই বিদায় দিলে। সিদ্ধাৰ্থই বহুত পায়ো বহুত হেৰুৱালে। তেওঁক বিচাৰি অহা কমলাক সেই পঁজাতেই চিৰ বিদায় দিলে। সংসাৰ ধৰ্মৰ চিন স্বৰূপে পোৱা সন্তানটিকো কামস্বামীকেই ভৰণ-পোষণৰ ভাৰ দিলে। বাসুদেৱকো শেষত হেৰুৱালে। শেষত এজন বৃদ্ধ নাৱৰীয়াস্বৰূপে সেই ঘাটত তেওঁ জীৱন নিৰ্বাহ কৰাৰ মনস্থ কৰিলে। এজন গুণী-জ্ঞানী নাৱৰীয়া হিচাপে তেওঁৰ নাম সৰ্বত্ৰ প্ৰচাৰ হ'ল। আনহাতে অহুকাণে-পহুকাণে সিদ্ধাৰ্থৰ খবৰ পাই বন্ধুৰ পুনৰ মিলনৰ বাবে ভিক্ষুক গোবিন্দ ব্যাকুল হ'ল। গোবিন্দই বিভিন্ন ঠাইত ভ্ৰমণ কৰি সেই নদীৰ ঘাটত উপস্থিত হ'লহি। গোবিন্দই নাৱৰীয়াজনক জনালে যে তেওঁ এজন বৃদ্ধ শ্ৰমন হ'লেও সত্যৰ অন্বেষণৰ পথ পোৱা নাই। গোবিন্দই কেৱল জানিছিল যে সেই গুণী নাৱৰীয়াজনে বহুতো তত্ত্বৰ সম্ভেদ দিব পাৰে। গোবিন্দই নমস্কাৰ জনাই নাৱৰীয়াজনক তত্ত্বজ্ঞান লাভৰ প্ৰাৰ্থনা জনালে। সিদ্ধাৰ্থই গোবিন্দক চিনি পালে। এটা মিচিকিয়া হাঁহি মাৰি



তেওঁ ক'লে — "তুমি যি বিচাৰিছা তাতোকৈ বেছি বিচৰাৰ বাবেই পথৰ লক্ষ্য ঠিক হোৱা নাই (you seek too much, that as a result of your seeking you cannot find)। বন্ধু গোবিন্দ, আজি ৰাতি তুমি মোৰ পঁজাত থাকি যোৱা, তোমাৰ লগত বহুত কথা আছে।" বৃদ্ধ নাৱৰীয়াজনৰ মুখত তেওঁৰ নামটো শুনি গোবিন্দ প্ৰথমে আচৰিত হ'ল। বহু সময় সিদ্ধাৰ্থলৈ চাই থাকি গোবিন্দই বিস্ময় দৃষ্টিৰে সুধিলে তেওঁ সিদ্ধাৰ্থ নেকি? সিদ্ধাৰ্থই মুখেৰে নামাতিলে যদিও মুখমণ্ডলতেই বন্ধুৰ প্ৰকৃত স্বৰূপ প্ৰকাশ পালে। বৃদ্ধ বয়সত পুনৰ দুয়োৰে মিলন ঘটিল। সেইদিনা দুয়োৰে মাজত বহুতো কথাৰ আলোচনা হ'ল। গোবিন্দই ক'লে যে জীৱনৰ বাকী কেইটি দিন চলিবলৈ তেওঁক কিছু সন্ধান লাগে, তেওঁ যেন প্ৰকৃত সত্য এতিয়াও লাভ কৰিব পৰা নাই। সিদ্ধাৰ্থই গোবিন্দক জনালে যে জীৱনৰ প্ৰকৃত পথৰ সন্ধান নিজেহে বিচাৰি ল'ব লাগে। গুৰুৱে পূৰ্ণ সন্ধান কেতিয়াও দিব নোৱাৰে। গুৰুৱে অতি প্ৰিয় শিষ্যজনকো জ্ঞানতত্ত্ব সম্পূৰ্ণৰূপে শিকাই নিদিয়ে। জ্ঞান স্ব-অভিজ্ঞতা আৰু সাধনাৰ দ্বাৰাহে লাভ হয়। স্ব-অভিজ্ঞতাৰে সংসাৰৰ মাজত থাকি যি শিক্ষা লাভ কৰিব পাৰি, সেয়েহে প্ৰকৃত জ্ঞান। আমি একোকে পোৱা নাই, আমি শান্তি পোৱা নাই — এই বিকাৰবোৰ কেৱল সময়ক অতীত, বৰ্তমান আৰু ভৱিষ্যত কালত বিভেদ কৰি লোৱাৰ বাবেহে হৈছে। সিদ্ধাৰ্থই মাটিৰ পৰা শিলগুটি এটা বুটলি লৈ কাল প্ৰৱাহৰ বিকাৰ ভেদৰ কথাবোৰ গোবিন্দক বুজাই দিলে — বন্ধু, সৌ নদীখনলৈ চোৱা। তাৰ উৎসভূমিৰ পৰা মোহনালৈকে একে গতি, তাৰ সময়ৰ কোনো ভেদ নাই। ঠিক সেইদৰে মহাকালৰো বিকাৰ নাই। সি অভেদ্য। আমি প্ৰিয়জনৰ বিচ্ছেদত কাতৰ হৈ পৰোঁ কাৰণ আমি সময়ৰ বিকাৰ নিৰূপণ কৰিছোঁ। কিন্তু নৈখনে এৰি দিয়া পানীখিনিৰ বাবে বেদনা উপলব্ধি কৰিছেনে? নাই কৰা; কাৰণ জলচক্ৰৰ নিয়ম অনুযায়ী পানীৰ গতি এটাই। বন্ধু, আমাৰ জীৱনৰো কালস্ৰোত একে প্ৰৱাহমান। মায়াই কেৱল সেই কথা উপলব্ধি কৰিবলৈ দিয়া নাই। আমাৰ জীৱনতো পাপ-পুণ্য, ভাল-বেয়া, মানুহ-পশু, দিন-ৰাতি আদিৰ মিলন সৰ্বত্ৰ। গোবিন্দক ওচৰ চপাই তেওঁ পুনৰ ক'লে, "হে বন্ধু, আমি এতিয়া বৃদ্ধ, হয়তো দুই এদিনতে আমাৰ চিৰ বিচ্ছেদো ঘটিব। কিন্তু তুমি এই কথা ভালদৰে জানিবা, পৃথিৱীত প্ৰকৃততে ভাল-বেয়া, পাপ-পুণ্য একো নাই। তুমি যি পাপ বুলি ভাবিছা অন্যজনে আকৌ তাকেই পুণ্য বুলি ভাবিব। এই সকলোৰে প্ৰয়োজন সমানেই। সমতা নাথাকিলে প্ৰকৃত বস্তুৰ উপলব্ধি নহয়। যিজনে জগতক ভাল-বেয়া সমান দৃষ্টিৰে চাব জানে, তেওঁহে প্ৰকৃত পথ বিচাৰি পায়।" — সিদ্ধাৰ্থই কথা কওঁতে তেওঁৰ প্ৰশান্তিময় মুখমণ্ডলত জ্ঞান আৰু দিব্য দৃষ্টিৰ পোহৰে ঠাইডোখৰ আলোকিত কৰা গোবিন্দই দেখিবলৈ পালে। গোবিন্দই সিদ্ধাৰ্থৰ মাজতেই বন্ধু সিদ্ধাৰ্থ, গুৰু গৌতম

বুদ্ধ, তেওঁ নিজকে আৰু অন্যান্যকো দেখিবলৈ পালে। তেওঁ সৌম্যমূৰ্তিৰ সিদ্ধাৰ্থলৈ চাই ভক্তিত, দুচকুৰে চকুপানী টুকি সেই বৃদ্ধ নাৱৰীয়ারূপী জ্ঞানীজনাৰ সন্মুখত আঁঠু দোঁৱাই সেৱা কৰিলে।

হেচ্ছৰ এই কাব্যোপম উপন্যাসখনৰ দুটা ভাগ। প্ৰথম ভাগ — ব্ৰাহ্মণ পুত্ৰ, শ্ৰমনসকলৰ লগত, গৌতম বুদ্ধ আৰু জাগ্ৰত — এই চাৰিটা অনুচ্ছেদত বিভক্ত। দ্বিতীয় ভাগ কমলা, জন সমুদ্ৰত, সংসাৰ, নৈৰ পাৰত, নাৱৰীয়া (বাসুদেৱ), পুত্ৰ, ওম আৰু গোবিন্দ — এই ৮ টা অনুচ্ছেদত বিভক্ত।

ভাৰতীয় দৰ্শনৰ মূল কথা, বিশেষকৈ শ্ৰীমদ্ভাগৱত গীতাৰ মূল তত্ত্ব আৰু বস্তুবাদী দৰ্শনৰ বিষয় সন্ধানেৰে সিদ্ধাৰ্থ সমৃদ্ধ। প্ৰতিটো চৰিত্ৰ আৰু উপন্যাসখনত বৰ্ণিত নৈখন একোটা স্বকীয় প্ৰতীক। সিদ্ধাৰ্থ নিঃসন্দেহে হাৰমান হেচ্ছৰ সাৰ্থক উপন্যাস আৰু ভাৰতীয় জীৱন-ধাৰাৰ এক দাপোণ স্বৰূপ।

SIDDARTHA - 1922 (1951 edn.)
New Directions (U.S.)

* The Quest/1992 (Teacher's Unit, Jorhat College)



# ইয়াচুনাৰী কাওৱাৱাতা ঃ স্নৌ কান্ট্ৰি



(১)

চেৰীফুলৰ দেশ জাপান। প্ৰশান্ত মহাসাগৰৰ বুকুত হীৰাৰ দৰে জিলিকি থকা জাপান যেন এখন পৰীৰহে ৰাজ্য। যোৱা বিশ্বযুদ্ধই জুৰুলা কৰা জাপানীসকলৰ মনোবল আৰু কৰ্মময় জীৱনক কোনেও ম্লান কৰিব নোৱাৰিলে। বিশ্ব সাহিত্যৰ ইতিহাসত জাপানী সাহিত্যৰো অৱদান যথেষ্ট। জাপানী কবিতা বিশেষকৈ 'হাইকু'ৱে পৃথিৱীৰ কাব্য সাহিত্যত এক সুকীয়া স্থান অধিকাৰ কৰিছে। ঠিক সেইদৰে নাটকৰ ক্ষেত্ৰতো 'নো' নাটকেও নাট্য সাহিত্য আৰু মঞ্চত আলোড়ন সৃষ্টি কৰি আহিছে। জাপানী নো নাটক সাধাৰণতে চাৰি প্ৰকাৰৰ — কামি-নো, ছুগেন-নো, ইউৰেই-নো আৰু গেন-জাই-নো। শেষৰ শ্ৰেণীৰ বাহিৰে বাকীকেইশ্ৰেণী ধৰ্মীয়, অতিপ্ৰাকৃত আৰু নীতিমূলক বিষয়ত আবদ্ধ। গেন-জাই-নো সমস্যামূলক নাটক। যোৱা ১৬ শতিকাত ইজমো-নো-ওকুনি নামৰ এগৰাকী মহিলা নাট্যকাৰে পৰিৱেশৰ পৰা জাপানী নাটকক মুক্ত কৰি নতুন নাট্যৰীতি প্ৰৱৰ্তন কৰে। তেওঁ প্ৰৱৰ্তন কৰা



'ছিৰবাই' নাট্যধাৰা শেষত 'কাবুকি' নাটকলৈ ৰূপান্তৰিত হয়। বৰ্তমানো 'কাবুকি'ৰ জনপ্ৰিয়তা হ্ৰাস পোৱা নাই।

উপন্যাস সাহিত্যতো জাপানী সাহিত্যই বিশ্ব সাহিত্যত চমকপ্ৰদ দৃষ্টান্ত দাঙি ধৰিছে। জাপানী ঔপন্যাসিকসকলৰ সৰলতা আৰু মানৱীয় দৃষ্টিভংগীয়ে উপন্যাস সাহিত্যক মহীয়ান কৰি আহিছে। বিশ্ব উপন্যাস সাহিত্যৰ ইতিহাসত মুৰাচাকি চিকিলু নামৰ মহিলা ঔপন্যাসিকে ৰচনা কৰা *'গেনজী মনোগাতাৰী'* (১০১০ খ্ৰীঃ) নামৰ গদ্য কাহিনীখনৰ নাম স্মৰণীয় হৈ থাকিব। মুৰাচাকিৰ *'গেনজী মনোগাতাৰী বা গেঞ্জী কাহিনী'* বিশ্বৰ প্ৰথম উপন্যাস বুলিও স্বীকৃতি দিয়া হৈছে।

(২)

এছিয়া মহাদেশৰ পৰা সাহিত্যত নোবেল বঁটা লাভ কৰোঁতা প্ৰথমগৰাকী ভাৰতীয় সাহিত্যিক ৰবীন্দ্ৰনাথ ঠাকুৰ (*গীতাঞ্জলি*, ১৯১৩ খ্ৰীঃ)। দ্বিতীয়গৰাকী সেই সন্মানৰ অধিকাৰী হ'ল জাপানী ঔপন্যাসিক ইয়াচুনাৰি কাওৱাৱাতা (Yasunari Kavabata)। কাওৱাৱাতাৰ জন্ম ১৮৯১ খ্ৰীঃৰ জুন মাহত টোকিঅ'ত। কাওৱাৱাতাৰ বাল্যকাল সুখৰ নাছিল। অতি কম বয়সতে তেওঁ পিতৃ-মাতৃক হেৰুৱাব লগা হৈছিল। ককাক আৰু আইতাকৰ তত্ত্বাৱধানত তেওঁ কিশোৰ জীৱন অতিবাহিত কৰিছিল। ককাকৰ প্ৰভাৱ তেওঁৰ ওপৰত বাৰুকৈয়ে পৰিছিল। তেওঁৰ পোন্ধৰ বছৰ বয়সতে আইতাকৰো পৰলোক ঘটে। ককাকৰ সান্নিধ্যত কাওৱাৱাতাই এখন নতুন পৃথিৱীৰ সন্ধান পাইছিল। জাপানৰ ঐতিহ্যপূৰ্ণ অতীত কাহিনী, সংস্কৃতি, বুদ্ধদেৱৰ শিকনি আৰু জাপানৰ নৈসৰ্গিক বিৱৰণে কিশোৰ কাওৱাৱাতাৰ সাহিত্য-সংস্কৃতিৰ মনটো পোহৰাই তুলিছিল। ককাকে তেওঁক লিখিবলৈকো অনুপ্ৰেৰণা দিছিল। ককাকৰ অন্তিম অৱস্থাত, বিচনাৰ কাষত বহি তেওঁ এৰি অহা মধুৰ বাল্যকালৰ কথাবোৰ ৰোমন্থন কৰিছিল। তাৰেই ফলশ্ৰুতি হ'ল *'ইউৰো কুছাইনো নিকি'* অৰ্থাৎ *'এজন যোল্লবছৰীয়া কিশোৰৰ দিনলিপি'*। কাওৱাৱাতাৰ এইখনেই প্ৰথম প্ৰকাশিত পুথি। উল্লেখযোগ্য যে আত্মজীৱনী হিচাপেও এই গ্ৰন্থখনৰ সমাদৰ বৃদ্ধি পাইছিল। টোকিঅ'ৰ জাতীয় বিদ্যালয়ৰ পৰা ওঠৰ বছৰ বয়সত বিদ্যালয়ৰ চূড়ান্ত পৰীক্ষাত উত্তীৰ্ণ হৈ কলেজীয়া জীৱন আৰম্ভ কৰে। ১৯২০ খ্ৰীঃত ইংৰাজী বিভাগৰ ছাত্ৰ হিচাপে টোকিঅ' বিশ্ববিদ্যালয়ত ভৰ্তি হয়। কিন্তু দুবছৰীয়া পাঠ্যক্ৰমৰ প্ৰথম বছৰ সম্পূৰ্ণ নৌহওঁতেই তেওঁ সেই বিভাগৰ পৰা জাপানী সাহিত্য বিভাগলৈ আহি ভৰ্তি হয়। ১৯২৪ খ্ৰীঃত সুখ্যাতিৰে 'জাপানী'ত স্নাতক হয়।

সৰুতেই কাওৱাৱাতাৰ ইচ্ছা আছিল এজন চিত্ৰকৰ হোৱা। এই সম্পৰ্কত তেওঁক হেনো জাপানৰ প্ৰকৃতি আৰু শিল্পকলাই অনুপ্ৰেৰণা দিছিল। প্ৰাথমিক বিদ্যালয়ৰ ছাত্ৰ অৱস্থাতে জাপানৰ মোহময়ী প্ৰকৃতিৰ দৃশ্যবোৰ আঁকি দক্ষতাৰ পৰিচয় দিছিল। কিন্তু



তেওঁৰ শিল্পীজীৱন উচ্চ শিক্ষা লাভ কৰাৰ লগে লগে শেষ হয়। সাহিত্য ৰচনাত তেওঁ মনোযোগ দিলে। বিভিন্ন ধৰণৰ পুথি অধ্যয়ন তেওঁৰ চখ আছিল। মাতৃভাষা জাপানীৰ লগতে ইংৰাজী ভাষাতো তেওঁৰ দক্ষতা আছিল। সমসাময়িক আলোচনী আদিত তেওঁ এই দুয়োটা ভাষাতে প্ৰবন্ধ-পাতি ৰচনা কৰিছিল। বন্ধুসকলৰ সহযোগত তেওঁ *'চিনচিছো'* নামৰ এখন আলোচনী প্ৰকাশ কৰি সেই আলোচনীৰ সম্পাদক হৈছিল। সাহিত্যৰ নতুন ধাৰাসমূহক ভিত্তি কৰি আলোচনীখনত প্ৰবন্ধ-পাতি প্ৰকাশ কৰা হৈছিল। কাওৱাৱাতা জাপানী সাহিত্যৰে নহয়, এছীয় সাহিত্যৰে এগৰাকী পুৰোধা পুৰুষ। উপন্যাসেই তেওঁৰ প্ৰধান সাহিত্য বিষয় হ'লেও গল্প, কবিতা আৰু চিন্তামূলক প্ৰবন্ধ-পাতিও ৰচনা কৰিছিল। *'চেম্বাজুৰো'*, *'ই জুলো ওডোৰিকো'* আৰু *'ইয়ামা না'* তেওঁৰ উল্লেখযোগ্য গ্ৰন্থ। এগৰাকী শ্ৰেষ্ঠ সাহিত্যিক হিচাপে তেওঁ সমগ্ৰ জাপানতে বন্দিত। জাপানৰ ঐতিহ্য, সমাজ-ব্যৱস্থা আৰু আৰ্থ-সামাজিক বিষয়সমূহ তেওঁৰ সাহিত্যত প্ৰতিফলিত হৈছে। ১৯৪৪ খ্ৰীঃত তেওঁক জাপানৰ সৰ্বশ্ৰেষ্ঠ সাহিত্যিক হিচাপে স্বীকৃতি দি সৰ্বোত্তম 'কানকি কুছি' বঁটা প্ৰদান কৰা হয়। ১৯৫২ খ্ৰীঃত তেওঁ জাপান সাহিত্য একাডেমী পুৰস্কাৰ লাভ কৰে। ১৯৫৯ খ্ৰীঃত জাৰ্মানীৰ আন্তৰ্জাতিক সাহিত্য বঁটা প্ৰদান কৰা হৈছিল। ১৯৬৮ খ্ৰীঃ কাওৱাৱাতাক সাহিত্যৰ নোবেল পুৰস্কাৰ প্ৰদান কৰা হয়। অতি পৰিতাপৰ কথা, এইগৰাকী শ্ৰেষ্ঠ সাহিত্যিকে নোবেল পুৰস্কাৰ লাভ কৰাৰ পাছতেই আত্মহত্যা কৰে। তেওঁৰ আত্মহত্যাৰ কাৰণো অজ্ঞাত হৈয়ে থাকিল।

যিখন উপন্যাসৰ বাবে ইয়াচুনাৰি কাৱাৱাটাক নোবেল পুৰস্কাৰ দিয়া হৈছিল, সেইখন হ'ল বিখ্যাত উপন্যাস *স্নৌ-কান্ট্ৰি*বা *'বৰফৰ দেশ'*। জাপানী ভাষাত নাম হ'ল *'ইউকিগুনি'* (Yukiguni)। উপন্যাসখন প্ৰথমে তেওঁৰ সম্পাদিত আলোচনীত ১৯৩৫ খ্ৰীঃত ধাৰাবাহিকভাৱে প্ৰকাশ হৈছিল। ১৯৩৭ খ্ৰীঃত গ্ৰন্থাকাৰে প্ৰকাশ হয়। উপন্যাসখন চুইডিছ আৰু ইংৰাজী ভাষাতো অনুবাদ হৈছে। বিংশ শতিকাৰ বিশ্বৰ সৰ্বশ্ৰেষ্ঠ এশখন গ্ৰন্থৰ তালিকাত *স্নৌ-কান্ট্ৰি* তালিকাভুক্ত। জাপানী সমাজ-সংস্কৃতি বিশেষকৈ আৰ্থ সামাজিক দিশবোৰ ঔপন্যাসিকে বহল দৃষ্টিৰে প্ৰকাশ কৰিছে।

(৩)

টকিঅ' চহৰৰ এজন নাগৰিক ছিমামূৰা। তেওঁ এজন চহকী মানুহ। মানুহজনৰ নিচা হ'ল ভ্ৰমণ বিলাস আৰু নাচ-গান উপভোগ কৰা। বিলাসী হোটেল আদিত তাৰবাবে টকা-পইচা খৰচ কৰিবলৈ তেওঁ কুণ্ঠাবোধ নকৰিছিল। কোনো সুন্দৰীৰ নাচ-গান ভ্ৰমণ বিলাসৰ মহৌষধ বুলি ভাবিছিল। এবাৰ বিভিন্ন ঠাই ভ্ৰমি সাগৰৰ উপকূলৰ এটি হোটেলত (আলহীঘৰ) উঠিলেগৈ। বিশাল নীলাভ পানীৰে ভৰা প্ৰশান্ত মহাসাগৰৰ পাৰৰ হোটেলৰ সাগৰীয় উন্মুক্ত বতাহ আহিব পৰা এটা খৰচী কোঠা তেওঁ বিশ্ৰামৰ বাবে ভাড়া ল'লে। জাপানৰ খৰচী হোটেলত বা আলহী ঘৰবোৰত প্ৰয়োজনবোধেৰে গেইছা ছোৱালী

পোৱা যায়। গেইছা হ'ল গণিকা বৃত্তি লোৱা সুন্দৰী গাভৰু। তেওঁলোকে গ্ৰাহকক আনন্দ দিব পৰাকৈ নাচ-গান আৰু কথন ভংগীত পাৰ্গত আছিল। স্বাস্থ্যৱতী গেইছাসকলৰ দামো বেছি। ছিমামূৰাই হোটেলত চাহৰ লগতে নাচ-গান উপভোগ কৰিবলৈ এজনী নৃত্যাংগনা গেইছাক বিচাৰিলে। যিদিনা তেওঁ হোটেলত উঠিছিলগৈ, তাৰ আগদিনাৰে পৰা এজনীও গেইছাক নগৰত পোৱা হোৱা নাছিল। তেওঁলোকো এটা উৎসৱত যোগ দিবলৈ বুলি নগৰৰ বাহিৰলৈ গৈছিল। হোটেলৰ মেনেজাৰজন বিপদত পৰিল। ছিমামূৰাৰ দৰে এজন পুৰণি গ্ৰাহকক তেওঁ নিৰাশ কৰিব নোৱাৰে। মানুহজনক সন্তুষ্ট কৰিব পাৰিলেই যে মুক্তহস্তে টকা-পইচা পাব সেই স্বভাৱো মেনেজাৰজনে জানে। মেনেজাৰে গেইছা বিচাৰি চলাথ কৰিলে (তাকো নাচ-গান জনা হ'ব লাগিব)। শেষত নাচৰ আদিপাঠ পঢ়িবলৈ আৰম্ভ কৰা কম বয়সীয়া কোমাকোকে যেনেতেনে বন্দোবস্ত কৰি ছিমামূৰাৰ বাবে অনা হ'ল। প্ৰকৃততে কোমাকো গেইছা নহয়। তাই এজনী শান্ত স্বভাৱৰ ষোড়শী। ঘৰুৱা শিক্ষকৰ তত্ত্বাৱধানতে আৰু একেবাৰে ঘৰুৱা পৰিবেশত নাচ-গানৰ চৰ্চা কৰিছিল। হোটেলৰ মেনেজাৰজনে চল-বুদ্ধি কৰি কোমাকোকে আনি ছিমামূৰাৰ কোঠাত সুমুৱাই থৈ গ'ল। ছিমামূৰাই ছোৱালীজনীক নিৰীক্ষণ কৰিলে। আগতে পোৱা বা অভিজ্ঞতাপূৰ্ণ জীৱনত দেখা গেইছাবোৰৰ দৰে যেন তাই নহয়। শান্ত আৰু সৰলমনা ছোৱালীজনীৰ প্ৰতি ছিমামূৰাৰ দয়া উপজিল। তেওঁ বহুসময় ধৰি কোমাকোৰ নিষ্পাপ মুখখনলৈ চাই থাকিল। অন্যদিনা দুখে-ভাগেৰে বিশ্ৰাম লোৱা এই মানুহজনৰ কোমাকোৰ প্ৰতি থকা লালসাৰ জুইকুৰা যেন হঠাৎ নুমাই গ'ল। অজানিতে কোমাকোৰ প্ৰতি তেওঁৰ প্ৰেমৰ হৃদয় দুৱাৰখন খোল খালে। নিষ্পাপ এই গাভৰুজনীৰ শুচিতা নষ্ট কৰিবলৈ তেওঁ সংকোচবোধ কৰিলে। ছিমামূৰাই এই মৰমৰ সম্ভাষণেৰে কোমাকোক বিদায় দিলে।

পিছদিনা সন্ধ্যাও কোমাকোক সেই কোঠাত থৈ যোৱা হ'ল। লালসাৰ অগ্নিয়ে দহা ছিমামূৰাই পুনৰ কোমাকোক দেখি স্তম্ভিত হ'ল। মনতে এবাৰ ভাবিলে কোমাকোনো তেওঁৰ কোন হয়, ইমান দয়ানো কিয় কৰিব লাগে? পইচা দিব— আনন্দ কৰিব আৰু গুচি যাব বছ। কিন্তু আকৌ ভাবিলে— নহয়— তেওঁ কোমাকোৰ পবিত্ৰতা নষ্ট কৰিব নোৱাৰে। ছোৱালীজনীয়ে অজানিতে তেওঁৰ দয়াৰ হিয়া অধিকাৰ কৰিলে। তেওঁ কোমাকোক নষ্ট কৰিব কেতিয়াও নোৱাৰে। সেয়েহে তেওঁ কোমাকোক যেনেতেনে এজনী গেইছা বন্দোবস্ত কৰিবলৈ নিৰ্দেশ দিলে। তাই যেন আঁতৰি যায় তাকো তেওঁ জনালে। কোমাকোয়ে হোটেলৰ পৰা আঁতৰি গৈ অলপ সময়ৰ পাছতে এজনী গেইছা লৈ ছিমামূৰাক দিলেহি। আগদিনা উৎসৱত নাচ-গানত ভাগৰি থকা গেইছাজনীয়ে বেছি সময় নাচিব নোৱাৰিলে। ভাগৰুৱা গেইছাজনীৰ অৱস্থা দেখি ছিমামূৰাই ঘপহ কৰি বিছনাৰ পৰা নামি বাহিৰলৈ ওলাই গ'ল। বাহিৰত আন্ধাৰ নামিছিল। কিছু সময় প্ৰতীক্ষা কৰি গেইছাজনী গুচি গ'ল। বাহিৰৰ আন্ধাৰতে কিছু সময় ছিমামূৰা ঠিয় দি থাকিল।



তেওঁনো যাব ক'লৈ? সেই নগৰত বা তেওঁৰনো আছে কোন? মাজে-সময়ে ভাগৰ পলাবলৈ গেইছাৰ সংগসুখ ল'বলৈ কেৱল হোটেলখনলৈ আহে। বছ ইমানেই। বাহিৰত সাগৰীয় বতাহত গা-মন জুৰ কৰি পুনৰ হোটেললৈ ঘূৰি আহোতেই এজোপা চেৰি গছৰ তলত আমন-জিমনকৈ বহি থকা কোমাকোক দেখিলে। কোমাকোৰ তেনে অৱস্থা তেওঁ দেখা নাছিল। কাৰণ তেতিয়া তাই প্ৰকৃতিস্থ নাছিল। সুদা ভৰি, খোজবোৰ থৰক-বৰক আৰু বেচ্ছ। ছিমামূৰাই শেহত জানিব পাৰিলে যে, বান্ধৱী গেইছাজনীয়ে তাইক অত্যধিক মদ খুৱাই তেনে অৱস্থা কৰিলে। ছিমামূৰাই তাইক ধৰি নিজৰ কোঠালৈ আনি বিছনাত শুৱাই দিলে। এনেকৈয়ে মাজৰাতি হ'লগৈ। সন্মুখত এজনী গাভৰু পায়ো লালসাৰে পূৰ্ণ ছিমামূৰা কিন্তু স্থবিৰ হৈ পৰিল। এক মানবীয় শক্তিয়ে পুনৰ ছিমামূৰাৰ কামনাৰ দৈত্যটোক পৰাজয় কৰিলে। কোমাকো প্ৰকৃতিস্থ হ'ল। তাই বিছনাত বহি তলমূৰ কৰিলে। ছিমামূৰাই সৰ্ন্তপণে দুৱাৰখন খুলি তাইক যাবলৈ দি ক'লে, "যাবা, কিন্তু সাৱধানে।" পাছদিনা ছিমামূৰাই সেই ঠাই এৰি গ'ল।

## (৪)

উপন্যাসখনৰ এটি নতুন অধ্যায় আৰম্ভ কৰিছে— ছিমামূৰাৰ পুনৰ সেই হোটেলত প্ৰৱেশ আৰু কোমাকোৰ অন্য এটি ৰূপৰ বৰ্ণনাৰে।

বহুদিনৰ বিৰতিৰ পাছত ছিমামূৰা পুনৰ এদিন সেইখন হোটেলতে উঠিলেহি। কোমাকোৰ স্মৃতিবোৰ সম্পূৰ্ণৰূপে তেওঁ পাহৰিব পৰা নাছিল। জীৱনত কিমানজনী গেইছাক তেওঁ পাইছে— কিন্তু ক্ষন্তেকৰ বাবে। কোমাকোক পাহৰিলেও হোটেলখনে তেওঁৰ স্মৃতি পুনৰ ঘূৰাই আনিলে। তেওঁ কোমাকোৰ খবৰ লৈ জানিব পাৰিলে যে কোমাকোৰ আগৰ চৰিত্ৰ হেৰাই গৈছে, তাই গেইছা হ'ল। নিষ্পাপ লাজকুৰীয়া ছোৱালীজনী এতিয়া লাস্যময়ী নৃত্যৰতা গেইছা। হোটেলৰ গ্ৰাহকৰ অন্যতম পাত্ৰী। তাই গেইছা বৃত্তি লৈছে যদিও য়ুকিঅ' নামৰ ডেকা এজনৰ প্ৰতি আসক্ত হৈ বিয়া কৰোৱাৰো সিদ্ধান্ত লৈছে। এখন সুখৰ সংসাৰৰ আশা কৰিলেও কোমাকোৱে কিয় এনে বৃত্তি ল'লে? লোকৰ চৰিত্ৰ বা ব্যক্তিৰ নিজস্বতাক আনে সমালোচনা কৰা উচিত নহয় — ঠিক সেইদৰে কোমাকোৰ সম্পৰ্কেও ছিমামূৰাই চিন্তা কৰি মূৰ কামোৰাৰ প্ৰয়োজন নাই, কিন্তু সেই চিন্তাই তেওঁ মনৰ পৰা আঁতৰাব পৰা নাই। শেষত আক-তাক সুধি জানিব পাৰিলে যে, য়ুকিঅ'ৰ দুৰাৰোগ্য বেমাৰ। তাৰ চিকিৎসাৰ বাবেই গত্যন্তৰ নহৈ কোমাকোৱে সেই জঘন্য ব্যৱসায়ত লিপ্ত হৈছে। কোমাকোৰ গেইছা ৰূপটো ছিমামূৰাৰ পছন্দ হোৱা নাছিল যদিও তাইৰ প্ৰতি হৃদয়ৰ এটি অবুজ আকৰ্ষণে পুনৰ তেওঁক ভাৱ ৰাজ্যত প্ৰৱেশ কৰালে। কোমাকোক তেওঁৰ "দেৱী" যেন লাগিল। তেওঁ মনতে এবাৰ তথাগতক প্ৰাৰ্থনা কৰিলে। নেদেখা নজনা য়ুকিঅ'ৰ আশু আৰোগ্যও কামনা কৰিলে। কোমাকোক তেওঁ টকা-পইচা দি সহায় কৰিবলৈ মন কৰিলেও

ছোৱালীজনীৰ ব্যক্তি স্বাতন্ত্র্য খৰ্ব কৰিবলৈও সংকোচ বোধ কৰিলে। সেইবাবো ছিমামূৰাই কামনা প্ৰবৃত্তি দমাই গুচি গ'ল।

এনেকৈয়ে দিনবোৰ বাগৰিল। কোমাকো তেতিয়া একৈশ বছৰীয়া পূৰ্ণা গাভৰু। দেহৰ কমনীয়তাই সকলোকে আকৰ্ষণ কৰিবলৈ সক্ষম হৈছে। গেইছা যদিও তাই যেন ভাবুক। কিবা এটা নোপোৱাৰ বেদনাই যেন তাইক ম্ৰিয়মান কৰি পেলাইছে। ইতিমধ্যে তাইক শিক্ষা দিয়া নাচৰ শিক্ষকজনৰ মৃত্যু হ'ল। গেইছা হোৱাৰ বাবে নিজৰ ঘৰখনো এৰিব লগা হ'ল। য়ুকিঅ'ক তাই আৰোগ্য কৰিব লাগিবই। গত্যন্তৰ নহৈ তাই এজন ধনী মানুহৰ ৰক্ষিতা হ'ল। মানুহজনেও তাইৰ সুখৰ বাবে সকলো কৰিছিল যদিও তাইৰ মনত সদায় অশান্তি। তাইৰ বাবে যেন সুখ হেৰাই গ'ল। ভদ্ৰলোকজনে (?) তাইৰ দেহাটো পালেও মন কিন্তু নাপালে। চিন্তাৰ সূঁতাডাল ছিঙিল। ছিমামূৰাই যেন সাৰ পাই উঠিলে। সন্মুখত তেওঁ দেখিলে, কোমাকোৱে যেন সন্তৰ্পণে চিনাকি কোঠাটোত সোমাই গ্ৰাহকজনক আহ্বান জনাইছে। কিন্তু ছিমামূৰাই নিৰাপদ দূৰত্বত ৰৈ তাইক নিৰীক্ষণ কৰিলে। কোমাকোৰ ইচ্ছা– ছিমামূৰাই যেন তাইক উপভোগ কৰক। তাইৰ মনৰ গেইছা মানুহজনী যেন চঞ্চল হৈ পৰিল। বাৰে বাৰে তাই চকুৰে ছিমামূৰাক নিমন্ত্ৰণ কৰিলে। তাইৰ কিতাপখন যেন বাৰে বাৰে পাত লুটিয়াই থাকিও ছিমামূৰাই পঢ়িব পৰা নাই। এতিয়া পঢ়াৰ সুবিধা কৰি দিয়াৰ দায়িত্ব তাইৰ নিজা। আগৰ চৰিত্ৰই বাধা দিলেও এতিয়াৰ চৰিত্ৰই আদৰণিহে জনাব। কিন্তু ছিমামূৰা তেতিয়া অমানুহ নহয়। কামনাৰ দাবাগ্নি তেওঁৰ অন্তৰত নুমাই গৈছিল। তেওঁৰ বাবে কোমাকো কামনাৰ পুতলা নহয়। এক মানৱীয় অজান পোহৰে তেওঁক পোহৰাই পেলাইছিল। কোমাকোক মৰমেৰে এটি চুমা খাই তেওঁ বিদায় দিলে। সেই চুমাত সোমাই আছিল স্বৰ্গীয় প্ৰেমৰ দীপ্তি।

কোমাকোৰ এজনী গেইছা বান্ধৱী য়ুকোৰ লগত ছিমামূৰাৰ পৰিচয় হ'ল। সেই পৰিচয়ে তেওঁলোকৰ মাজত বন্ধুত্ব স্থাপন কৰিলে। ছিমামূৰাই য়ুকোৰ ঘৰলৈ গ'লেও হিয়া-দিয়া-নিয়া সম্পূৰ্ণৰূপে নাছিল। য়ুকোৱে কিন্তু মনে মনে ছিমামূৰাক পোৱাৰ আশা কৰিছিল। য়ুকোৱে কেতিয়াবা পদস্খলিত হয় বুলি ভাবি বাহ্যিকভাৱে সাবধানে ছিমামূৰাৰ লগত ফুৰা-চকা কৰিছিল। আনহাতে ছিমামূৰাৰ প্ৰতি কোমাকোৰ আকৰ্ষণ বাঢ়িল। কিন্তু তাই একো ক'ব নোৱাৰে। কিবা কথাবোৰ চিন্তা কৰি থকা ছিমামূৰাক কোমাকোৱে চিন্তাৰ সূঁতাডাল পুনৰ ছিঙি দিলে। তাই আকৌ ছিমামূৰাক বিচাৰিলে। ছিমামূৰাই ধৈৰ্যৰে ৰ'ল। মনতে সিদ্ধান্ত ল'লে পাছদিনা পুৱাই তেওঁ সেই নগৰৰ পৰা গুচি যাব। ভুল কৰিলেও তেওঁ আৰু সেই নগৰলৈ নাহে। কোমাকোৰ আকুল আহ্বানক নেওচা দিয়া তেওঁৰ পৌৰুষত্বৰ অপমান যদিও মানৱীয় ভালপোৱাই তেওঁক এখোজো বিপথে যাবলৈ নিদিয়ে। কোমাকোয়েও শেষত ছিমামূৰাৰ মনৰ ভাৱ বুজি এটা হুমুনিয়াহ কাঢ়ি গুচি গ'ল।



দিন বাগৰিল। ছিমামূৰাই হোটেলখন ত্যাগ কৰিলেও নগৰখন এৰিব পৰা নাছিল। তেওঁ বহুদিন কোমাকোক দেখা নাই। কোমাকোক দেখা নিদিয়াটো তেওঁৰ ইচ্ছা।

এদিন ৰাতি। ব্যস্ত টোকিঅ' মহানগৰত মানুহৰ অহা-যোৱা। দিন-ৰাতিৰ হিচাপ নাই। মহানগৰৰ একাংশত হঠাৎ চিঞৰ-বাখৰ লাগিল। মানুহৰ হুৱাদুৱাত এক হুলস্থূলীয়া পৰিবেশৰ সৃষ্টি হ'ল। সেই অঞ্চলৰ এটা ৰেচম সূতাৰ গুদামত জুই লাগিল। জুইৰ শিখাই বহুত দূৰলৈকে পোহৰালে। জাৰকালি। বাহিৰত ভীষণ জাৰ। বাট-পথ বৰফেৰে আবৰি থৈছে। ছিমামূৰাই য়ুকোক লগত লৈ বৰফেৰে আবৃত পথেৰে আগবাঢ়িল জুইয়ে ধ্বংস কৰা ঠাইলৈ। এক অজানিত চিন্তাই পুনৰ ছিমামূৰাক ভীতি বিহ্বল কৰি তুলিলে। বৰফ গচকি গৈ থকা ছিমামূৰাই ভাবিলে সেই যাত্ৰাত যদি তেওঁৰ কোমাকোৰ লগত শেষ দেখা হয়। কোমাকোৰ স্মৃতিৰ ছবিবোৰ তেওঁৰ মনৰ এলবামত দেখা দিলে, তাইৰ ইচ্ছা পূৰণ নকৰাটো বাৰু তেওঁৰ ভুল হ'ল নেকি? কোমাকোৰ দৰে গাভৰুজনীক পায়ো বাৰু তেওঁ উপভোগ নকৰিলে কিয়? ছোৱালীজনীৰ প্ৰতি ইমান দৰদ হোৱাৰ কাৰণনো কি? পইচা দি তাইৰ নাচ-গান উপভোগ কৰিব– ইয়াত দোষ ক'ত? নাই, ছোৱালীজনীৰ প্ৰতি তেওঁৰ মৰম সোমাল। বেয়া চিন্তা তেওঁ কৰিব নোৱাৰে। কথাবোৰ ভাবি তেওঁ জুইৰ কাষ পালেগৈ। ইতিমধ্যে গুদাম ঘৰটো জুইয়ে আগুৰি পেলাইছিল। ওচৰৰ বৰফবোৰ গলি গৈছিল। ছিমামূৰাই অনুভৱ কৰিছে জাৰৰ মাজতো তেওঁ যেন ঘামিছে। কিবা ভাৱবোৰে তেওঁক পুনৰ জুমুৰি দি ধৰিলে। মানুহৰ চিঞৰ-বাখৰৰ মাজতো তেওঁ অন্যভাৱত বিভোৰ। 'হে তথাগত, তুমি যেন অঘটন নঘটোৱা।' হঠাৎ তেওঁৰ চিন্তাৰ সূঁতাডাল পুনৰ ছিগি গ'ল। বাস্তৱ ৰাজ্যলৈ তেওঁ ঘূৰি আহিল। মানুহে চিঞৰিছে। জ্বলন্ত ঘৰৰ ওপৰৰ পৰা এজনী গাভৰু ধুপুচকৈ মাটিত পৰিলহি। মানুহৰ মাজেৰে ছিমামূৰা দৌৰিছে। তেওঁৰ কাষৰ পৰা য়ুকোনো কেতিয়া ক'লৈ গ'ল তত ধৰিব নোৱাৰিলে। তেওঁ গৈ দুৰ্ঘটনাৰ ওচৰ পালেগৈ। তেওঁ দেখিলে মানুহে বেৰি ৰাখিছে এজনী গাভৰুৰ কোলাত মৃতপ্ৰায় আন এজনী গাভৰু। জুইৰ আধা পোহৰত তেওঁ দেখিলে বিৱৰ্ণময় কোমাকোৰ কোলাত চিৰদিনৰ বাবে শান্তিৰে শুই আছে য়ুকো। কোমাকোক ৰক্ষা কৰিবলৈ নিজৰ প্ৰাণ দিয়া য়ুকো। ছিমামূৰাৰ অন্তৰৰ এচকুত য়ুকোৰ বেদনাই ফেঁকুৰি পেলালে। য়ুকোৰ চকু দুটা তেতিয়াও জিলিকি আছিল। ছিমামূৰাই একান্ত মনে সেই চকুহাললৈকে চাই থাকিল।

উপন্যাসখনৰ সামৰণি অতি মহত্বপূৰ্ণ। বহল মানৱীয় দৃষ্টিভংগী উপন্যাসত পোৱা যায়। চেতনাস্ৰোতৰ আধাৰত ৰচনা কৰা এই উপন্যাসখনত ছিমামূৰা, কোমাকো আৰু য়ুকোৰ দৰে চৰিত্ৰবোৰে মানৱতাবাদেৰেই একোটা আদৰ্শৰ প্ৰতিনিধিত্ব কৰিছে।

উপন্যাসখনক কাব্যিক উপন্যাস হিচাপে স্বীকৃতি দিয়া হৈছে। নোবেল পুৰস্কাৰ লাভ নকৰা হ'লেও 'স্নৌ-কান্ট্ৰি' সৰ্বকালৰ যুগজয়ী উপন্যাস হিচাপে মৰ্যাদা পাই থাকিলহেঁতেন।

SNOW COUNTRY (1957), 1996 edn.
Vintage, 1st

* জেচিয়ান/১৯৯৮-৯৯, যোৰহাট কলেজ



# বৰিচ লিও নিদোভিচ পাষ্টাৰনাক ঃ ডাক্তৰ ঝিভাগো

(১)



পিতাকৰ একান্ত ইচ্ছা আছিল সন্তানটিক তেওঁৰ দৰে এজন শিল্পী কৰি তোলা। মাকেও ভাবিছিল পুতেকে তেওঁৰ দৰে পিয়ানো বজোৱাত পাৰ্গত হৈ যশস্যা আৰ্জক। ল'ৰাজনে সৰুৰে পৰা পিয়ানো বজোৱাত একান্ত মন দিছিল। কিন্তু দুয়োটাই তেওঁৰ জীৱনত হৈ নুঠিল। তেওঁ চিত্ৰশিল্পীও নহ'ল, পিয়ানো বাদকো নহ'লগৈ। হ'লগৈ এজন কবি-ঔপন্যাসিক। এইগৰাকীয়েই হ'ল বিশ্ববিখ্যাত লেখক বৰিচ পাষ্টাৰ নাক (Boris Leonidovich Pasternak)। ৰুছ দেশত মস্কোত ১৮৯০ খ্ৰীঃৰ ১০ ফেব্ৰুৱাৰীত জন্ম লাভ কৰা বৰিচে স্কুলীয়া শিক্ষা সমাপ্ত কৰি আইন অধ্যয়নৰ মানসে মস্কো বিশ্ববিদ্যালয়ত ভৰ্তি হয়। আইনে তেওঁক নুশুজিলে। দৰ্শন শাস্ত্ৰই তেওঁক আকৃষ্ট কৰাত পেৰিচলৈ যাত্ৰা কৰিলে। পেৰিচ বিশ্ববিদ্যালয়ত তেওঁ দৰ্শন বিভাগত ভৰ্তি হয়। প্ৰথম মহাসমৰৰ সময়ত তেওঁ তাতেই আছিল।




বৰিচ পাষ্টাৰ নাক মূলতে এজন কবি। কবি হিচাপেই তেওঁ সাহিত্য জগতত প্ৰৱেশ কৰিছিল। ১৯১৪

খ্ৰীঃত তেওঁৰ প্ৰথম কবিতা পুথিখন প্ৰকাশ পালেও যুদ্ধৰ পাছতহে তেওঁৰ কবিতাই সমাদৰ লাভ কৰে। সৰ্বমুঠ তেৰখন কবিতা পুথি তেওঁ ৰচনা কৰিছিল। *'লাইফ মাই চিষ্টাৰ'*(১৯২২), ১৯০৫ খ্ৰীঃ, *'লেফটেনান্ট স্মিডট*(১৯২৭) প্ৰভৃতি বিখ্যাত কবিতা পুথি। বৰিচে ছেক্সপীয়েৰ, গ্যেটেৰ কবিতা আৰু ৰবীন্দ্ৰনাথৰ কেইটামান কবিতা ৰুছ ভাষালৈ অনুবাদ কৰিছিল। যি সময়ত ৰুছ দেশত ৰাষ্ট্ৰ বিপ্লৱ হৈছিল, দেশত ৰাজনৈতিক গতিধাৰাই জনগণক বিপ্লৱমুখী কৰি তুলিছিল, দেশৰ কবি-সাহিত্যিকৰ ৰচনাত ৰাষ্ট্ৰ গঠনৰ পঞ্চবাৰ্ষিক পৰিকল্পনা আদি বিষয়বোৰেহে মুখ্য স্থান পাইছিল, সেইসময়তে কিন্তু পাষ্টাৰ নাকৰ কাব্যত প্ৰতিফলিত হৈছিল প্ৰাকৃতিক সৌন্দৰ্যৰ ছবি, মানৱ প্ৰেমৰ বাণী, মানৱ জীৱনৰ সমস্যা আৰু হৃদয়ৰ অনুভূতিৰ বিষয়বোৰ। সেইবাবে তেওঁ অনাদৃত হৈছিল। মাৰ্ক্স দৰ্শনৰ অভাৱে তেওঁৰ কাব্যই নতুন মোৰ লোৱাত সমালোচনাও হৈছিল। কমিউনিষ্ট সংঘৰ বিৰোধী বুলি তেওঁৰ অপবাদ হৈছিল। এইবিলাক বিষয় উত্থাপিত হ'লেও তেওঁ ছোভিয়েট ৰুছিয়াৰ 'ৰাজকবি' হিচাপেই খ্যাতি লাভ কৰিছিল। মানৱীয় জীৱনৰ অন্তৰ্বেদনা উপলব্ধিয়েই পাষ্টাৰ নাকৰ কাব্যৰ মূল কথা। বাস্তৱ জীৱনৰ ঘটনাই মানুহৰ অন্তৰত এক 'বাস্তৱ শিল্প'ৰো জন্ম দিয়ে। সেই শিল্পকে আত্ম প্ৰকাশ কৰাই কবিৰ উদ্দেশ্য। তেওঁৰ মতে, এই 'শিল্প' অন্তৰ সত্যৰ সূক্ষ্মতা, বিশিষ্টতা আৰু গভীৰতাৰ ৰূপ দিয়ে। তেওঁৰ দৃঢ় প্ৰত্যয়— "শিল্পস্ৰষ্টা মানুহৰ বাণী বাহক আৰু বিশ্বৰ সৃষ্টি ধাৰাৰ বাহক।" তেওঁ বিপ্লৱী আছিল, কিন্তু তেওঁ বিপ্লৱক ক্ষণিক ৰাজনৈতিক বাতাবৰণৰ মাজেৰে বিচৰা নাছিল। বিশ্বমানৱৰ মুক্তিৰ বাবে এক বহল দৃষ্টিৰেহে তাক অৱলোকন কৰিছিল। খ্ৰীষ্টীয় মানৱ প্ৰেমৰ বাণী, অহিংসপন্থী মানৱতাবাদৰ আদৰ্শ তেওঁৰ সাহিত্যত প্ৰতিফলিত হৈছিল। ইয়াৰ অন্তৰালত আছিল মহান ৰুছ সাহিত্যিক মহৰ্ষি টলষ্টয়ৰ প্ৰভাৱ। সেইবাবেই সমসাময়িক ছোভিয়েটপন্থী কমিউনিষ্ট সকলৰ বাবে তেওঁ আছিল বুৰ্জোৱা, প্ৰতিক্ৰয়াশীল আৰু স্বজাতি বিৰোধী ব্যক্তি।

এজন সুদক্ষ গদ্য লিখক হিচাপেও পাষ্টাৰ নাকৰ খ্যাতি আছে। গল্প-কাহিনী ৰচনা কৰাৰ উপৰি *'এন এছে ইন অট'বায়োগ্ৰাফী'*(১৯৩১-১৯৫৭) খন বিখ্যাত। পাষ্টাৰ নাকৰ অমৰ আৰু অমূল্য অৱদান হ'ল *'ডাক্তৰ ঝিভাগো'*(*Doctor Zivago*) নামৰ বৃহৎ উপন্যাসখন। এই উপন্যাসখন লেখাৰ সময় ১৯৪৮ খ্ৰীঃৰপৰা ১৯৫৩ খ্ৰীঃ। ১৯৫৭ খ্ৰীঃত বিদেশতহে উপন্যাসখন প্ৰকাশ হয়। এই উপন্যাসখনৰ সম্পৰ্কত যিমান আলোচনা-*সমালোচনা হৈছে, সম্ভৱ* পৃথিৱীত কোনো অন্য সাহিত্যৰ ক্ষেত্ৰত *হোৱা নাই।* উপন্যাসখনৰ বাবে তেওঁ দেশ বা সমাজত এঘৰীয়া হ'ব লগা হৈছিল। দেশৰ পৰা নিৰ্বাসিত কৰাৰ ভাবুকিও পাইছিল। ১৯৫৭ খ্ৰীঃত ৰুছ ভাষাৰ পাণ্ডুলিপিটো যেতিয়া ইটালীয় ভাষাত অনুবাদিত হৈ প্ৰকাশ পালে, তেতিয়াই উপন্যাসখনে আলোড়নৰ



সৃষ্টি কৰিলে। লগে লগে ইংৰাজী ভাষাতো ইয়াৰ সংস্কৰণ প্ৰকাশ হ'ল। ইংৰাজী অনুবাদে উপন্যাসখন বিশ্বৰ সকলো ঠাইতে বিয়পিল। উপন্যাসখনৰ অন্তৰ্নিহিত বিষয়ে সচেতন মহলত তোলপাৰ লগালে। বৰিচ পাষ্টাৰ নাক বিশ্ব সাহিত্যত পৰিচিত হ'ল। *ডাক্তৰ ঝিভাগো* ১৯৫৮ খ্ৰীঃৰ সাহিত্যৰ নোবেল পুৰস্কাৰৰ বাবে ঘোষিত হ'ল। ইয়াৰ লগে লগে পাষ্টাৰ নাকৰ জীৱনলৈও দুৰ্ভাগ্য আহিল। ছোভিয়েট কমিউনিষ্টধৰ্মী লেখক, বুদ্ধিজীৱী পাঠক আৰু ৰাজনীতিৰ অন্ধ বিশ্বাসীসকলে *'ডাক্তৰ ঝিভাগো'*ক প্ৰতিবাদ কৰিলে। বৰিচক 'কমিউনিষ্ট-নাস্তিক'পন্থী বুলি সমালোচনা কৰিলে। তেওঁলোকে জনমত গঢ়ি তুলিলে যে পাষ্টাৰ নাক জাতিদ্ৰোহী, বিপ্লৱদ্ৰোহী, গোপনে পাণ্ডুলিপি বিদেশত ছপাবলৈ দি ৰুছিয়াক অপমান কৰিছে ইত্যাদি। জনমতৰ প্ৰতি সজাগ দৃষ্টি ৰাখি চৰকাৰে তেওঁক দুটা স্বত্ব দিলে, হয় তেওঁ নোবেল পুৰস্কাৰ গ্ৰহণ কৰি জীৱনৰ বাবে ৰুছ দেশ ত্যাগ কৰক, নতুবা পুৰস্কাৰ প্ৰত্যাখ্যান কৰি দেশৰ নাগৰিক হৈ থাকক। দেশ আৰু স্বজাতিৰ প্ৰতি শ্ৰদ্ধাৱান, মানৱপ্ৰেমী পাষ্টাৰ নাকে শেষত নোবেল পুৰস্কাৰ প্ৰত্যাখ্যান কৰি দেশতে থকাৰ সিদ্ধান্ত ল'লে। তেওঁৰ মতে, "দেশৰ মাটি, জনসাধাৰণ নোবেল পুৰস্কাৰতকৈ শ্ৰেয়।" পাষ্টাৰ নাকৰ ভাগ্যত (ৰুছ সাহিত্যতো) নোবেল পুৰস্কাৰ নঘটিল। আনহাতে, তেওঁৰ জীৱনতো দুৰ্ভাগ্যই বেছিকৈহে আগুৰি ধৰিলে। পুৰস্কাৰ গ্ৰহণ নকৰিলেও তেওঁৰ সমাজচ্যুত হ'ল। এনে দুৰ্ভাগ্যৰ মাজতেই ১৯৬০ খ্ৰীঃত তেওঁৰ মৃত্যু হ'ল। ৰুছ ভাষাত উপন্যাসখন প্ৰকাশ নহ'লেও বিশ্বই আধুনিক ৰুছ সাহিত্যৰ তালিকাত *'ডাক্তৰ ঝিভাগো'*কেই প্ৰথমে নাম লয়।

(২)

*'ডাক্তৰ ঝিভাগো'* এখন বৃহৎ উপন্যাস। বৰ্তমান অ-কমিউনিষ্ট চৰকাৰে উপন্যাসখন ৰুছ ভাষাত প্ৰকাশ কৰাৰ অনুমতি দিছে। অৱশ্যে ইংৰাজী জনা সকলে উপন্যাসখন নপঢ়াকৈ থকা নাই। ৰুছিয়াত *'ডাক্তৰ ঝিভাগো'*ৰ ইংৰাজী সংস্কৰণ বৰ্তমান পোৱা যায়। উপন্যাসখনৰ দৰ্শনেই হ'ল পাষ্টাৰ নাকৰো দৰ্শন। উপন্যাসখনৰ সংক্ষিপ্ত কাহিনীটো হ'ল —

ওপৰজনা (চিনিয়োৰ) ঝিভাগো ৰুছ দেশৰ এজন সম্ভ্ৰান্ত ব্যক্তি। কেইবাটিও কল-কাৰখানাৰ মালিক হোৱাৰ উপৰি এজন ধনী ব্যৱসায়ী। লক্ষ্মীদেৱীয়ে তেওঁক সকলো ফালৰ পৰাই লাগ দিছিল। কিন্তু ভাগ্য সু-প্ৰসন্ন নহ'লে লক্ষ্মীয়েও গা এৰা দিয়ে। ঝিভাগোৰ জীৱনতো সেয়ে ঘটিল। মদ-জুৱা আৰু নাৰীৰ কু-সংগে তেওঁক বিপথে নিলে। কোমাৰোস্কোভ নামৰ এজন ধূৰ্ত উকীলৰ সংগত তেওঁ সৰ্বস্ব হেৰুৱাবলগীয়া হ'ল। জীৱনটো তেওঁ আন্ধাৰ দেখিলে। ফলত এদিন তেওঁ চলন্ত ৰেলগাড়ীৰ তলত পৰি মৃত্যুক সাৱটি ল'লে। তেওঁৰ একমাত্ৰ পুত্ৰ যুৰী তেতিয়া

নিচেই সৰু। বিবাহ-বিচ্ছেদ হোৱাত যুৰী মাকৰ লগতেই আছিল। পিতৃক তেওঁ দেখাই নাছিল বুলিয়েই ক'ব পাৰি। গতিকে পিতৃ সম্পৰ্কে তেওঁৰ কোনো ধাৰণা নাছিল। দহ বছৰ বয়সত যুৰীয়ে মাককো হেৰুৱালে। ঘাট-মাউৰা যুৰীক আশ্ৰয় দিলে মোমায়েক নিকোলায়ে। নিকোলাৰ প্ৰকৃতি বেলেগ আছিল। পাষ্টাৰ নাকে এই চৰিত্ৰটি অতি জটিলভাৱে অংকন কৰিছে। তেওঁ এজন দাৰ্শনিক। অনুসন্ধিৎসু দৃষ্টিৰে তেওঁ দৰ্শনৰ বিভিন্ন কাৰ্যত এনেভাৱে নিমগ্ন হৈ থাকে যে, নিজৰ ঘৰখনকে পাহৰি যায়। পৃথিৱীত শান্তিৰ পৰিৱেশ ঘূৰাই আনিবলৈ তেওঁ ভাব ৰাজ্যত বিচৰণ কৰে। যুৰীক আশ্ৰয় দিবলৈ আনিছিল, পঢ়ুৱাৰ দায়িত্ব লৈছিল, পাহৰি গ'ল। দুসাজ খুৱাবলৈকো পাহৰি গ'ল। কিন্তু নিকোলাৰ মন নিকা আৰু ওখ। এবাৰ সম্বিৎ বাস্তৱৰ প্ৰতি সচকিত হৈ তেওঁ যুৰীক, তেওঁৰ বন্ধু, মস্কোৰ বিখ্যাত শিক্ষক গ্ৰোমেকোৰ লগত ৰাখি পঢ়ুৱাৰ ব্যৱস্থা কৰিলে। গ্ৰোমেকোয়েও নিকোলাৰ চৰিত্ৰ বুজি যুৰীক ঘৰত ৰাখি পঢ়ুৱাৰ দায়িত্ব ল'লে। শিক্ষকৰ একমাত্ৰ কন্যা তোনিয়াৰ লগত যুৰীৰ পৰিচয় হ'ল। বাল্যবন্ধু হিচাপে দুয়ো যৌৱনৰ দুৱাৰ ডলিত ভৰি দিলে। ১৯১২ খ্ৰীঃত মস্কো বিশ্ববিদ্যালয়ৰ পৰা তোনিয়াই আইন বিষয়ত আৰু যুৰীয়ে চিকিৎসা বিষয়ত স্নাতক হয়। যুৰী এখন চৰকাৰী চিকিৎসালয়ত চিকিৎসক হিচাপে মকৰল হ'ল। তেতিয়াৰে পৰা তেওঁৰ নাম ডাক্তৰ ঝিভাগো হ'ল।

ডাক্তৰ ঝিভাগো যদিও চৰকাৰী আৱাস গৃহত আছিল, তেওঁ কিন্তু তোনিয়াহঁতৰ ঘৰলৈ অহা-যোৱা কৰিছিল। তোনিয়াৰ মাকৰ মৃত্যুৰ সময়ত যুৰী আৰু তোনিয়াৰ দুয়োখন হাত মিলাই তেওঁৰ শেষ ইচ্ছা প্ৰকাশ কৰিছিল তোনিয়া আৰু ঝিভাগোৰ যেন বিয়া হয়। মাকৰ মৃত্যুৰ পাছত তেওঁৰ ইচ্ছানুযায়ী দুয়ো বিবাহপাশত আৱদ্ধ হয়। দিন সুখেৰেই পাৰ হৈছিল। চিকিৎসালয়ত ব্যস্ত থাকিলেও ডাক্তৰ ঝিভাগোয়ে ঘৰুৱা কামতো মন-কাণ দিছিল।

(৩)

সেই সময়তে আৰম্ভ হ'ল আধুনিক বিশ্বৰ প্ৰথম মহাসমৰ। জাৰ্মানীৰ প্ৰচণ্ড আক্ৰমণ, ৰুছিয়াত অৰ্ন্তকন্দল। এক অসুস্থ পৰিবেশে ৰুছিয়াক অশান্ত কৰি তুলিলে। চিকিৎসক সকলক বিভিন্ন ঠাইলৈ বদলি কৰা হ'ল। ডাক্তৰ ঝিভাগোক সীমান্তৰ কোনো এখন চিকিৎসালয়লৈ আহত সৈনিকবোৰৰ চিকিৎসাৰ বাবে পঠোৱা হ'ল। তেওঁ সুখৰ সংসাৰৰ পৰিয়াল এৰি সীমান্তলৈ যাত্ৰা কৰিলে। সমগ্ৰ ৰুছিয়াত জাৰতন্ত্ৰ অৱসানৰ বাবে আন্তৰ্বিদ্ৰোহ আৰম্ভ হ'ল। বিদ্ৰোহৰ ফলত এঠাইৰ পৰা আন ঠাইলৈ অহা-যোৱাত বাধা আহিল। চৰকাৰী চাকৰিয়াল সকলৰ বাধা বেছি হ'ল। গতিকে ডাক্তৰ ঝিভাগোৱে সীমান্ততে বন্দী হৈ ৰ'ল। মস্কোৰ ঘৰত তোনিয়াই শিশুটি লৈ স্বামীৰ অপেক্ষাত দিন



কটালে। সীমান্তৰ চিকিৎসালয়তে ডাক্তৰে লগ পালে একালৰ পৰিচিতা লাৰাক। লাৰা সেই চিকিৎসালয়ৰ এগৰাকী নাৰ্চ। যুৰীয়ে লাৰাক চিনি পাবলৈ বেছি সময় নালাগিল। আগতে এবাৰ অসুস্থ পৰিবেশত তাইক লগ পাইছিল। আগতে উল্লেখ কৰা কোমাৰোস্কোভ লাৰাবো পিতৃৰ বন্ধু আছিল। লাৰাহঁতৰ ঘৰুৱা আৰ্থিক অৱস্থাৰ সুযোগ লৈ নাবালিকা লাৰাক ধৰ্ষণ কৰাৰ কথা যুৰীয়ে জানিছিল। অসহায়া লাৰাই সেই পাষণ্ডৰ ওচৰত আত্ম সমৰ্পণ কৰিছিল। ডাঙৰ হ'লত তাই কোমাৰোস্কোভৰ কবলৰ পৰা পলাই গৈছিল। তাই লিখা-পঢ়া কৰি নতুন জীৱন আৰম্ভ কৰিলে। এখন বিদ্যালয়ত শিক্ষয়িত্ৰী হ'ল। পাছা নামৰ যুৱক এজনক ভালপাই বিয়া কৰাই সংসাৰ পাতিলে। তেওঁলোকৰ এটি কন্যা সন্তানো জন্ম হ'ল। মানুহৰ মন কোনেও নুবুজে। সুখৰ সংসাৰ গঢ়ি তুলিছিল যদিও পাছাই এদিন সৈন্য দলত ভৰ্তি হৈ মনে মনে ঘৰৰ পৰা গুছি গ'ল। কোনখন অজান্তি মুলুকত পাছা আছেগৈ তাৰ দিকচৌ বাতৰি দিওতাও নোলাল। কেৱল লাৰাই জানিবলৈ পালে যে যুদ্ধত পাছাৰ মৃত্যু হ'ল। লাৰাই উৰা বাতৰিত বিশ্বাস নকৰি পাছাক লগ পোৱাৰ আশাৰে এদিন নাৰ্ছ হ'ল। হয়তো আহত সৈনিক হিচাপে লগ পাই যাব পাৰে। চিকিৎসালয়তে তাইৰ চিনাকী হ'ল ডাক্তৰ ঝিভাগোৰ। ডাক্তৰে সুন্দৰী লাৰাক দেখি আকৃষ্ট হ'ল।

যুদ্ধৰ বিভীষিকাৰ মাজতে ডাক্তৰ মস্কোলৈ আহিল। ৰেলগাড়ীৰ খিৰিকীৰে যুদ্ধই ধ্বংস কৰা পৃথিৱীখন তেওঁ ভালদৰে নিৰীক্ষণ কৰিলে। সেউজীয়া শস্য-শ্যামলা মস্কো হৈ পৰিছে যুদ্ধৰ ধ্বংসভূমি, ৰেলগাড়ীৰ শব্দৰ মাজতে তেওঁ মানুহৰ হাহাকাৰ ধ্বনিও শুনিবলৈ পালে। মস্কো ৰেল ষ্টেছনত নামি তেওঁ শুদ্ধ বগা বৰফৰ গাত যেন তেজৰ চেঁকুৰা লগা মলিন বৰফহে দেখিলে। তেওঁ জানিবলৈ পালে চহৰখনৰ অৱস্থা বেয়া। দুৰ্ভিক্ষই যেন গোটেই চহৰখন গিলি পেলাইছে। মানুহৰ মনত অবিশ্বাসৰ ছাঁ। দিনতেই দলাদলিহে বন্দুকৰ গুলীত প্ৰাণ গৈছে—ইত্যাদি। বৰফে চেঁচা কৰা দেহাটোত যেন তেওঁ উত্তাপহে অনুভৱ কৰিলে। নিজৰ ঘৰৰফালে তেওঁ আগবাঢ়িল।

(৪)

ঘৰুৱা পৰিবেশত কিছুদিন থাকিল। অক্টোবৰ মাহ আহিল। দেশত ৰাজনীতিৰ খেলখনৰ পট পৰিৱৰ্তন ঘটিলে। 'মহান অক্টোবৰ বিপ্লৱ'ক 'লাল চালাম' দি ছোভিয়েট কমিউনিষ্ট গণতন্ত্ৰ প্ৰতিষ্ঠা কৰা হ'ল। জাৰতন্ত্ৰৰ অৱসান ঘটিল। দেশত শাসন ব্যৱস্থাৰ পুৰ্নবিন্যাস ঘটিলে। নেপ (NEP) বা আৰ্থিক নতুন ব্যৱস্থাৰে লেনিনে কৃষক, মালিকসকলক একগোট কৰাৰ চেষ্টা কৰিলে। কিন্তু যুদ্ধই চহৰখনত মহামাৰীৰ বীজ সিঁচিলে। বেমাৰ-আজাৰ বিশেষকৈ মাৰাত্মক টাইফয়েড বেমাৰে মস্কোবাসীক হাহাকাৰ কৰিলে। চৰকাৰে তেওঁৰ ছুটী কৰ্তন কৰি কেন্দ্ৰীয় চিকিৎসালয়ত মকৰল কৰিলে।

অজস্র ৰোগীৰ চিকিৎসাত দিনে-ৰাতিয়ে লাগি (বিপদকালীন সেৱা) তেওঁ ভাগৰি পৰিলে। চৰকাৰৰ কাঢ়া আদেশ সৰু-বৰ কোনো কৰ্মচাৰীকে নিজৰ দায়িত্বৰ পৰা ছুটী দিয়া নহ'ব। চৰকাৰে কাক কেতিয়া গ্ৰেপ্তাৰ কৰে তাৰো ঠিকনা নোহোৱা হ'ল। দুদিন নৌ হওঁতেই কমিউনিষ্ট শাসনে মানুহক আমুৱালে। তথাপিও গণতন্ত্ৰ। ৰাইজৰ শাসন। জাৰৰ কবলৰ পৰা মুক্ত। এয়ে মানুহৰ সান্ত্বনা। ভগ্ন শৰীৰে ডাক্তৰ ঝিভাগোৱে কাম কৰিবলৈ অসমৰ্থ হ'ল। শহুৰেক আৰু স্ত্ৰী তোনিয়াৰ পৰামৰ্শমৰ্মে এদিন তেওঁ কোনোবা এখন অখ্যাত গাঁৱত থাকিবৰ বাবে সপৰিয়ালে ৰেলগাড়ীৰে যাত্ৰা কৰিলে। ৰেলগাড়ীত তেতিয়া ভগনীয়া শৰণাৰ্থীৰ ভিৰ, খাবলৈ নোপোৱা, অৰ্ধনগ্ন, জাৰত ঠেৰেঙা লগা মানুহৰ অৱস্থা তেওঁ স্ব-চক্ষুৰে দেখিলে। মানুহৰ বিলাই বিপত্তি দেখি তেওঁৰ অন্তৰাত্মাই কৈ উঠিল হায় গণতন্ত্ৰ! হায় সাম্যবাদী চৰকাৰ!!!

মস্কোৰ পৰা ইউৰাইললৈ ৰেলগাড়ীত যাত্ৰা কৰি তেওঁৰ প্ৰচুৰ অভিজ্ঞতা হ'ল। সাম্যবাদী ছোভিয়েট ৰুছিয়াৰ বৈষম্যৰ ছবিখন ডাক্তৰ ঝিভাগোৰ অভিজ্ঞতাৰে ঔপন্যাসিকে যথাযথভাৱে বৰ্ণনা কৰিছে। সস্ত্ৰীকে তেওঁ ইউৰাইলৰ কোনো এটি গাঁৱলীয়া ৰেল ষ্টেছনত নামি তাতেই শান্তিৰে থকাৰ মানস কৰিলে। যুদ্ধৰ বিভীষিকা আৰু নতুন চৰকাৰৰ কঠোৰ নীতি-নিয়মৰ প্ৰভাৱ সেই অঞ্চলত তেতিয়াও বৰ বেছি পৰা নাই। গাঁৱৰ এঠাইত তেওঁ পৰিশ্ৰম কৰি এখন ঘৰ পাতিলে। মস্কোৰ ভাগৰুৱা মন আৰু নাই। গাঁৱৰ মানুহৰ লগত তেওঁলোক মিলি গ'ল। সুখৰ সাংসাৰিক জীৱন আৰম্ভ হ'ল। কিন্তু সেই শান্তিও বেছিদিন নাথাকিল। এদিন মহকুমাৰ পৰা নিজা ঘৰলৈ আহি থাকোতে বাটতে বিদ্ৰোহীৰ দল এটাই তেওঁক অপহৰণ কৰি লৈ গ'ল। বিদ্ৰোহীৰ চকু তেওঁৰ ওপৰত পৰিছিল। দলটোৱে জানিবলৈ পাইছিল যে তেওঁ এজন অভিজ্ঞ চিকিৎসক। দলৰ চিকিৎসকজনৰ মৃত্যুৰ বাবেই তেওঁক এনেদৰে অপহৰণ কৰা হ'ল। চকুত কাপোৰ বান্ধি কেইবাদিনো বাটকুৰি বোৱাই তেওঁক লৈ গ'ল চাইবেৰিয়াৰ কলীয়াপানীলৈ। চাইবেৰিয়া জনশূন্য এক বিশাল অঞ্চল। সেই ঠাইৰ লগত ৰুছিয়াৰ সম্পৰ্কও নাছিল। বিদ্ৰোহীবোৰৰ আড্ডাৰ ঠাই চাইবেৰিয়া আছিল। ইউৰাইলৰ গাঁৱৰ ঘৰত থাকিল তোনিয়া আৰু সন্তানটি। চাইবেৰিয়াত বন্দীত্ব জীৱন কটালে ডাক্তৰ ঝিভাগোৱে। যোগসূত্ৰ হেৰাই গ'ল।

এনেকৈয়ে পাৰ হ'ল দুটা বছৰ। এদিন বিদ্ৰোহীৰ অজ্ঞাতে সন্ন্যাসীৰ বেশে তেওঁ পলাল। সুদীৰ্ঘ বাট খোজকাঢ়ি তেওঁ ইউৰাইলৰ মহকুমা চহৰত উপনীত হ'লহি। ইতিমধ্যে লাৰাক সেইখন চিকিৎসালয়লৈ বদলি কৰা হৈছিল। অৱশ মৃতপ্ৰায় ডাক্তৰে চিকিৎসাৰ বাবে চিকিৎসালয়ত প্ৰৱেশ কৰিয়েই লাৰাক দেখা পালে। লাৰাৰ ঘৰতে দুদিনমান থাকি তেওঁ দেহাটো ঠিক কৰি ল'লে। তাৰপাছত তেওঁ তোনিয়াৰ ওচৰলৈ



গ'ল। কিন্তু তোনিয়াক নাপালে। হতাশ হৈ পুনৰ লাৰাৰ ঘৰলৈ উভতি আহিল। তাতেই লাৰাই দিয়া তোনিয়াৰ চিঠি এখন পালে। তোনিয়াই নিখোজ স্বামীক বহু বিচাৰ কৰিও নোপোৱাৰ পাছত নিৰুপায় হৈ চিৰদিনৰ বাবে পেৰিচলৈ গুচি যোৱাৰ কথা চিঠিত উল্লেখ কৰিছিল। চিঠিখন পঢ়ি দুয়ো হতবাক হ'ল। যি আশাৰে ডাক্তৰ ঝিভাগোৱে পলাই আহি নতুনকৈ সংসাৰ কৰাৰ কথা ভাবিছিল, সেই আশাৰ চাকিও নুমাই গ'ল। লাৰাই ডাক্তৰক সান্ত্বনা দি জনালে যে তেওঁ আৰু তোনিয়া বা সন্তানৰ কথা চিন্তা কৰি একো লাভ নাই। পেৰিচৰ দৰে এখন জনবহুল নগৰত ক'ত তেওঁ তোনিয়াক বিচাৰি পাব? তদুপৰি কৰ্তব্যৰ পৰা পলাই অহা বাবে বিদ্ৰোহীহঁতে তেওঁক বিচাৰিব। তেওঁ ধনী ঘৰৰ সন্তান বুলিও হয়তো সিহঁতে জানে। সিহঁতে এইবাৰ তেওঁক বিচাৰি পালে বিপদ ভয়ানক হ'ব। গতিকে তেওঁ যেন বিলম্ব নকৰি কোনোবা অজ্ঞাত স্থানলৈ গৈ আত্মগোপন কৰি থাকেগৈ।

(৫)

লাৰাৰ কথাই ডাক্তৰক চিন্তাৰ সাগৰত ডুবালে। এহাতে গুচি গ'লে লাৰাৰ লগত তেওঁৰ বিচ্ছেদ হ'ব, আনহাতে থাকিলে বিদ্ৰোহীৰ হাতত প্ৰাণ দিব লাগিব। এনে দোমোজাত তেওঁ কিংকৰ্তব্যবিমূঢ় হৈ মৌন হৈ ৰ'ল। কিছুপৰৰ পাছত সম্বিত হৈ লাৰাক জনালে যে তেওঁ সেই ঠাই ত্যাগ কৰিব, যদিহে লাৰাও তেওঁৰ লগত যায়। কাৰণ তোনিয়াও নাই, লাৰাক তেওঁ এতিয়া এৰিব নোৱাৰে। লাৰাই ডাক্তৰক স্পষ্টভাৱে জনাই দিলে যে তেওঁ বিবাহিতা স্ত্ৰী, এজনক হিয়া দি বিয়া কৰাইছে, তেওঁৰ অবিহনে অন্য পুৰুষৰ জীৱন সংগিনী হ'বলৈ নিবিচাৰে। বন্ধুভাৱেহে তেওঁ ডাক্তৰক বিচাৰে। স্বামী বা অংকশায়িনী হিচাপে নহয়। তদুপৰি তেওঁ আশাবাদী। পাছা নিশ্চয় এদিন যুদ্ধক্ষেত্ৰৰ পৰা ঘূৰি আহিব। উপায়বিহীন হৈ ডাক্তৰে বন্ধুভাৱেৰেই লাৰাৰ ঘৰত কিছুদিন থাকিল। হঠাতে এদিন উপস্থিত হ'লহি দুষ্ট চৰিত্ৰৰ কোমাৰোস্কোভ। বয়স ভাটি দিলেও লাৰাৰ প্ৰতি লালসাৰ জুই তেওঁৰ অন্তৰত নুমুৱা নাছিল। তেওঁ বৰ্তমান নতুন ক্ষমতাধীন চৰকাৰৰ এজন প্ৰভাৱশালী নেতাও। কোমাৰোস্কোভে দুষ্ট বুদ্ধিৰে ডাক্তৰক বুজালে যে তেওঁলোকৰ জীৱন বিপন্ন। চৰকাৰী ৰোষত পৰাৰ উপৰি বিদ্ৰোহীহঁতৰ তালিকাত তেওঁলোকৰ নাম আছে। যদি তেওঁৰ লগত দুয়ো থাকেগৈ তেতিয়াহ'লে চৰকাৰী সুৰক্ষা পাব। কোমাৰোস্কোভৰ কথাত লাৰাই দৃঢ়ভাৱে জনালে যে ঝিভাগো লগত গ'লেহে তেওঁ যাব। ঝিভাগো কিন্তু মান্তি নহ'ল। উপায়বিহীন হৈ কোমাৰোস্কোভে ডাক্তৰক অকলে মাতি নি জনালে যে পাছাক গুলীয়াই হত্যা কৰা হৈছে। অথচ খবৰটো লাৰাক দিবলৈ তেওঁ বেয়া পাইছে। এইবাৰ লাৰাৰ পাল। তেওঁক ৰক্ষা কৰাটো জানো ডাক্তৰৰ ধৰ্ম নহয়? কথা শুনি ঝিভাগো বিচলিত হৈ পৰিল। তেওঁক লাৰাক বিপদৰ

পৰা সাৰিবলৈ যোৱাত সন্মত কৰালে, কথা দিলে তেৰোঁ পাছে পাছে যাব। কোমাৰোস্কোভৰ অভিসন্ধি দুয়ো নুবুজিলে। তেওঁ লাৰাক লৈ মাঞ্চুৰিয়াগামী ৰেলগাড়ীত কোনোবা দিকচৌলৈ গুছি গ'ল। ডাক্তৰে বৰফৰ ওপৰতে কিছু সময় বহি থাকিল। হয়তো সেই সময়ত ৰেলগাড়ীৰ নির্জন ডবাত কোমাৰোস্কোভে লাৰাক বুকুত সাৱটি লৈছিল।

সেই ৰাতি ডাক্তৰে বৰ অকলশৰীয়া অনুভৱ কৰিলে। এটা এটাকৈ জীৱন প্ৰবাহৰ ঘটনাবোৰ তেওঁৰ মনলৈ আহিল। বাহিৰত বৰফ পৰি আছিল। হঠাতে দুৱাৰত যেন কোনোবাই টোকৰ মাৰিলে। তেওঁ দুৱাৰখন খুলি দিলে। ভগ্ন স্বাস্থ্যৰে লাৰাৰ স্বামীৰ পাছা তেওঁৰ সমুখত। দুয়ো বহু কথাই পাতিলে। পিশাচ কোমাৰোস্কোভৰ পৰা কেনেকৈ লাৰাক উদ্ধাৰ কৰিব এয়ে তেওঁলোকে আঁচনি কৰিলে। কিন্তু পৰৱৰ্তী দিনা পুৱা ডাক্তৰে আগফালে বৰফে পুতি থোৱা পাছাৰ মৃতদেহটোহে পালে। দুই এজনৰ সহায়ত পাছাক সমাধিস্থ কৰিলে।

বছৰ বাগৰিল। ডাক্তৰ ঝিভাগোৱে মানুহৰ কাৰ্যবোৰ দেখি চিন্তান্বিত হৈ পৰিল। মানুহৰ মানৱতাবোধ ক'ত হেৰাল এই প্ৰশ্নই তেওঁক জুমুৰি দি ধৰিলে। ফলত হৃদৰোগত তেওঁ আক্ৰান্ত হ'ল। এদিন মস্কোৰ ৰাজপথত তেওঁ খোজকাঢ়ি ফুৰোঁতেই ঢলি পৰিল। লগে লগে জীৱন-শিখাও নির্বাপিত হ'ল। সেইদিনাই লাৰাও মাঞ্চুৰিয়াৰ পৰা ডাক্তৰক বিচাৰি আহিছিল। কিন্তু সকলো শেষ হৈ গ'ল। ডাক্তৰৰ ডায়েৰীৰ পৰা পাছা যে নির্দোষ, লাৰাৰ প্ৰতি তেওঁৰ প্ৰেম যুগমীয়া — সেই কথা জানিব পাৰিলে। লাৰাই যিমান পাৰে কান্দিলে, পাছত ডাক্তৰৰ ঘৰৰ দুৱাৰখন খুলি গুছি গ'ল — ক'লৈ গ'ল কোনেও নাজানিলে। সন্ধানো নাপালে।

এয়ে উপন্যাসখনৰ মূল কথা।

(৬)

উপন্যাসখনৰ মূল বিষয় মানৱ প্ৰেম। টলষ্টয়ৰ মানৱ প্ৰেম হ'ল ঔপন্যাসিকৰ আদর্শ। পূর্বসুৰী সাহিত্যিক মায়াকোভস্কি (Vladimir Mayakovski- 1893-1930)ৰ দৰে পাষ্টাৰ নাকো ফিউচাৰিষ্ট দলত অন্তর্ভূক্ত হৈছিল। ফিউচাৰিষ্ট বা ভৱিষ্যপন্থী ইউৰোপৰ এক শিল্প-সাহিত্যৰ আন্দোলন। ৰুছদেশত এই ইজমটোৰ এটা স্বতন্ত্র ৰূপ আছে। আনকি দলৰ মাজতো পন্থা বা ইজম লৈ মতানৈক্য আছে। সেইবাবেই বহুক্ষেত্ৰত মায়াকোভস্কিৰ লগত পাষ্টাৰ নাকৰ মতাদর্শ মিলা নাছিল। এই কথা ঠিক যে এই আন্দোলনে সনাতনী ৰুছ সাহিত্যৰ পৰিৱৰ্তন বিচাৰিছিল। বোৰিচ পাষ্টাৰ নাকে সেই সময়ত গঢ়ি উঠা মাৰ্ক্সীয় আন্দোলনৰ বিৰুদ্ধে নিজৰ মত প্ৰকাশ কৰিছিল। সেইবাবেই তেওঁৰ দর্শনত খ্ৰীষ্টীয় ধৰ্মৰ প্ৰভাৱ নপৰাকৈ থকা নাছিল। জাৰতন্ত্ৰক তেৰোঁ বিৰোধিতা কৰিছিল। কিন্তু ৰুছ বিপ্লৱৰ নেতিবাচক দিশবোৰ দেখুৱাই দিয়াত বা সমালোচনা কৰাত তেওঁ সমাজচ্যুত হ'ব লগা হৈছিল। *'ডাক্তৰ ঝিভাগো'*তাৰেই প্ৰতিধ্বনি। সমালোচকৰ ভাষাত *'ডাক্তৰ ঝিভাগো'*বৰিচ পাষ্টাৰ নাকৰ জীৱনাদর্শৰ ৰূপ মাথোন।

DOCTOR ZIVAGO (1957)

* জেচিয়ান/২০০০-০১, যোৰহাট কলেজ

# পাৰ ফেবিয়ান লাগেৰভিষ্ট ঃ বাৰাব্বাচ্



(১)

পাৰ ফেবিয়ান লাগেৰভিষ্টে, চুইডেনৰ এখন সৰু চহৰত ১৮৯১ চনৰ ২৩ মে'ত জন্মগ্ৰহণ কৰিছিল। তেওঁ আছিল এটি কৃষক পৰিয়ালৰ সন্তান। ধৰ্মীয় পৰিমণ্ডলত তেওঁৰ কিশোৰ জীৱন অতিবাহিত হ'লেও লাগেৰভিষ্ট কিন্তু ধৰ্মান্ধ নাছিল। ধৰ্মীয় নিয়মবোৰ তেওঁ বিচাৰ কৰিহে জীৱনৰ সৈতে খাপ খুৱাবলৈ যত্ন কৰিছিল। সময়ত তেওঁ চুইডিচ সাহিত্যৰ এজন আগশাৰীৰ ঔপন্যাসিক, গল্পকাৰ, কবি আৰু নাট্যকাৰ হিচাপে প্ৰতিষ্ঠিত হয়। তেওঁ সাহিত্য জীৱনত আত্মপ্ৰকাশ কৰিছিল কবিতাৰ মাধ্যমেৰে। বিশ্ববিদ্যালয়ৰ শিক্ষা ১৯১৩ চনত সমাপ্ত কৰি তেওঁ সমাজবাদী নেতা হিচাপে ইউৰোপৰ বিভিন্ন দেশ ভ্ৰমণ কৰিছিল। সাহিত্যিক হিচাপে লাগেৰভিষ্টে চুইডিচ সাহিত্যত এটি নতুন ধাৰা প্ৰৱৰ্তন কৰিবলৈ বিচাৰিছিল। ধ্ৰুপদী আখ্যান, সাহিত্য আৰু লোকসাহিত্যৰ বিষয়বস্তুক নতুনত্ব দি এবিধ নব্য সাহিত্যৰ আন্দোলন আৰম্ভ কৰিছিল। ১৯২৭ চনত প্ৰকাশিত *'দ্য ট্ৰাম্পটফ অভাৰ লাইফ'* এখন মনোধৰ্মী কথা-সাহিত্য। ১৯৩০-






৪০ৰ ভিতৰত তেওঁ অন্যায়, অনীতি, অধৰ্ম, একনায়ত্ব, হিংসা আদিৰ বিৰুদ্ধে এলানি সাহিত্য ৰচনা কৰিছিল। *'দ্য ডুয়াৰ্ফ'*(১৯৫৪) লাগেৰভিষ্টৰ এখন জনপ্ৰিয় উপন্যাস। ইয়াৰ ইংৰাজী সংস্কৰণটোৱে (মূল *Dvargen*) সমগ্ৰ বিশ্বতে অধিক পাঠকৰ দৃষ্টি আকৰ্ষণ কৰিছিল। পুৰণি কাহিনীৰ ভিত্তিত নতুন ৰূপ দিয়া *'বাৰাব্বাচ'*(১৯৫০) উপন্যাসৰ বাবে ১৯৫১ চনত লাগেৰভিষ্টে সাহিত্যত নোবেল বঁটা লাভ কৰিছিল। *'মেৰেইজ ফিষ্ট'*(১৯৭৩) তেওঁৰ চুটিগল্পৰ সংকলন।

জীৱনৰ শেষ পৰ্বত তেওঁ ষ্টকহোমৰ ওচৰৰ এটা নিৰ্জন দ্বীপত বাস কৰিছিল আৰু তাতেই ১৯৭৪ চনৰ ১১ জুলাইত মৃত্যু হয়।

(২)

পুৰণি কাহিনীক নতুন ৰূপ দি সাহিত্যত এটি নব্য-ধাৰা প্ৰচলনৰ বাবে লাগেৰভিষ্টে লিখিছিল বাইবেলৰ কাহিনী য'ত যীশুখ্ৰীষ্টৰ ক্ৰুছবিদ্ধ সম্পৰ্কে বৰ্ণনা আছে। উপন্যাসখনৰ মূল কাহিনী ৰূপ এনেধৰণৰ—

কুখ্যাত, দুৰ্দান্ত বাৰাব্বাচ অৱশেষত মুক্ত হ'ল। অবিশ্বাস্য হ'লেও কথাটো সঁচা। ইহুদীসকলৰ জাতীয় উৎসৱৰ দিনা সেই কুখ্যাত চোৰৰ বিচাৰ হোৱাত পুৰোহিতবোৰৰ প্ৰৰোচনাত দুৰ্দান্ত বাৰাব্বাচে মুক্তি পালে। তাৰ ঠাইত বিচাৰ চ'ৰাত দোষী সাব্যস্ত হ'ল যীশুখ্ৰীষ্ট। শান্ত, সমাহিত যীশুৱে যেতিয়া সেই নিষ্ঠুৰ শাস্তিৰ আদেশ শুনিবলৈ পালে, তেওঁ মাথোঁ তেতিয়া ভগৱানৰ উদ্দেশ্যেই কৈছিল— "হে প্ৰভু, তেওঁলোকক যেন ক্ষমা কৰা।" সদ্যমুক্ত আনন্দত মতলীয়া বাৰাব্বাচে যীশুৰ কথাষাৰ শুনি এবাৰ তেওঁৰ মুখলৈ চালে। স্বৰ্গীয় জ্যোতিয়ে যেন তেওঁৰ মুখমণ্ডল পোহৰাই তুলিছে। নিৰপৰাধী সাত্ত্বিক যীশুক অন্যায়ভাৱে দণ্ড দিয়াত যীশুৰ মানসিক দ্বন্দ্ব কি হ'ব পাৰে সি নিজৰ মনতে চিন্তা কৰি চালে। কি যে আশ্চৰ্য কথা! কিছু সময়ৰ পাছতে নিষ্ঠুৰভাৱে ক্ৰুছবিদ্ধ কৰি মানুহটোক মাৰিব, অসহ্য বিষ-যন্ত্ৰণাত চটফটাব অথচ যীশু বিচলিত হোৱা নাই। মানুহজনে, যিসকলে অন্যায় বিচাৰ কৰি তেওঁক দণ্ড বিহিছে সেইসকলক ক্ষমা কৰিবলৈহে ভগৱানৰ ওচৰত প্ৰাৰ্থনা কৰিছে! বাৰাব্বাচে কেতিয়াও এনে মানুহক লগ পোৱা নাই, শুনাও নাছিল। সি মনতে ভাবিলে, হয়তো পৃথিৱীত এনে চৰিত্ৰৰ দ্বিতীয়জন মানুহ নোলাব। এই কথাবোৰ ভাবিয়ে সি মুক্তি পালেও আনন্দিত নহ'ল। মনটোও কিবা চিন্তাতে বান্ধ খাই থাকিল। তাৰ অন্তৰত যীশুৰ প্ৰতি এটি ভক্তি ভাব অজানিতভাৱে জাগিল। সেইবাবে সি সেইস্থান পৰিত্যাগ নকৰি যীশুক ক্ৰুছবিদ্ধ কৰালৈকে থকাৰ সিদ্ধান্ত ল'লে।

(৩)

বধ্যভূমিত বাৰাব্বাচে দেখিবলৈ পালে, পৃথিৱীখন যেন ক্ৰমান্বয়ে মহা অন্ধকাৰে গ্ৰাস কৰিবলৈ ধৰিছে। পোহৰৰ লেশমানো যেন নাথাকিব। অবৰ্ণনীয় শোকৰ ক'লা মেঘে যেন আকাশখন ঢাকি পেলাব। মানুহৰ মৃত্যুতকৈও সেই মৃত্যুৰ অসহ্য বেদনাইহে বেছিকৈ দগ্ধ কৰে। বাৰাব্বাচে ধৈৰ্যৰে ৰ'ব নোৱাৰিলে। গধুৰ চিন্তাৰ বোজাই তাক যেন শক্তিহীন কৰি পেলালে। মনৰ বলৰে সি ক্ৰুছ দিয়া বধ্যভূমিলৈ আগবাঢ়িল।

বধ্যভূমিত ক্ৰুছত ওলমি থকা মানুহকেইটাক বাৰাব্বাচে চালে। অনতি দূৰৈত ওলমি থকা যীশুখ্ৰীষ্টৰ প্ৰশান্তিময় মুখখন তেতিয়াও স্বৰ্গীয় জ্যোতিৰে জ্যোতিষ্মান। অন্যই দেখিছেনে নাই ক'ব নোৱাৰে। কিন্তু সি সেই দৃশ্য দেখা পাইছে। সি সেই দৃশ্য বেছি সময় চাব নোৱাৰিলে। তাৰপৰা সি খোজকাঢ়ি জেৰুজেলম পালেগৈ। জেৰুজেলমত তাৰ সমনীয়াবোৰক বিচাৰিলে। এটা আড্ডাত দলটো বিচাৰি পাই তাৰ মুক্তিৰ ৰহস্যৰ কথা বিৱৰি ক'লে। যীশুখ্ৰীষ্টৰ সহনশীলতা আৰু ব্যক্তিত্ব সম্পৰ্কে সি আন্তৰিকতাৰে প্ৰকাশ কৰি, মহা অন্ধকাৰৰ ৰহস্যৰ কথাও উল্লেখ কৰিলে। লগৰীয়াবোৰেও প্ৰথমে বিশ্বাস কৰিব পৰা নাছিল যদিও বাৰাব্বাচে যে মিছা নকয় সেই কথা পতিয়ন গৈ বিস্ময়বোধ কৰিলে। বিশ্বাস-অবিশ্বাসৰ কুঁৱলীয়ে ঢাকি ৰখা সমনীয়াসকলৰ মনত সি প্ৰত্যয় জন্মাই তুলিলে যে যীশুখ্ৰীষ্টৰ অদ্ভুত শক্তি। বাৰাব্বাচে হে যোৱা ঘটনাবোৰ পাহৰিবলৈ যত্ন কৰিলে যদিও নোৱাৰিলে। তাৰ চকুত অনবৰতে ভাহিবলৈ ধৰিলে যীশুৰ জ্যোতিৰ্ময় মুখমণ্ডল। সেই দৃশ্য পাহৰিবৰ বাবে সি অত্যন্ত পৰিমাণে মদ্যপান কৰিলে, পতিতালয়ত নাৰীৰ সংগ লাভ কৰিলে। কিন্তু সকলো অথলে গ'ল আৰু মনৰ দাপোণত যীশুৰ ছবি নাতৰিল।

ঈশ্বৰপ্ৰেৰিত যীশুৰ ক্ৰুছবিদ্ধৰ পাছৰ পৰাই নানা তৰহৰ বাতৰি, উৰা বাতৰি বতাহৰ দৰেই বিয়পিবলৈ ধৰিলে। এই সকলোবোৰ বাতৰিয়েই অতিপ্ৰাকৃত কথাৰে ভৰপূৰ। ঠিক তেনেকুৱা বাতৰিৰে ভিতৰত এটা আছিল যে কবৰ দিয়াৰ তিনি দিনৰ দিনা ৰাতি, অন্ধকাৰ ভেদি কবৰৰ পৰা যীশু ওলাই আহিব। তেওঁ প্ৰেতাত্মা ৰূপত নহয়, মানৱ ৰূপেৰে ওলাই আহি পৃথিৱীত শত-সহস্ৰ বছৰ ৰাজত্ব কৰিবহি। কোনো কোনোৱে যীশুৱে সাধন কৰা কিছুমান অলৌকিক কামৰো বৰ্ণনা দি সেইবোৰ তেওঁলোকে নিজ চক্ষুৰে দেখা বুলিও ক'লে। এগৰাকী মাতৃয়ে তেওঁৰ মৃত সন্তানটি যীশুৰ হাতৰ পৰশ পাই জীৱিত হোৱা বুলিও কৈছিল। এনে ধৰণৰ প্ৰচাৰেৰে যীশুক অতিমানৱৰ (চেন্ট) শাৰীলৈ জনসমাজে লৈ গ'ল। ভক্তসকলে যীশুৰ অমৃতময় বাণী, ভগৱানৰ প্ৰতি থকা অচল ভক্তিৰ কথা প্ৰচাৰ কৰাত বাৰাব্বাচো যীশুৰ প্ৰতি আকৃষ্ট হ'ল আৰু ভক্তিভাবত গদগদ হৈ পৰিল। যীশুৰ এই কথাবোৰ শুনি, নিজেও



ভক্তিত অচলা হ'লেও মনত সংশয়ো হ'ল— প্ৰকৃততে সেই তৰুণ দোষী যীশু নামৰ মানুহজননো কোন? তেওঁৰ সম্পৰ্কে প্ৰচাৰ হোৱা কথাবোৰ সত্যনে? যদি সত্য হয়, তেন্তে নিশ্চয় তেওঁ ঈশ্বৰপ্ৰেৰিত দেৱদূত। কিন্তু মানুহ জানো দেৱতা হ'ব পাৰে? বাৰাব্বাচে চিন্তা কৰিলে— যিজনে কষ্টকৰ মৃত্যুকো হাঁহি হাঁহি গ্ৰহণ কৰিব পাৰে, অন্যায় বিধান দিওঁতাকো ক্ষমাৰ বাবে প্ৰাৰ্থনা কৰিব পাৰে— তেওঁ সাধাৰণ মানুহ হ'ব নোৱাৰে। সেইবাবে জনৰৱ প্ৰচাৰ হোৱা মতে, তেওঁ যীশুখ্ৰীষ্টৰ পুনৰ উত্থানৰ সময় প্ৰত্যক্ষ দৰ্শনৰ বাবে আগ্ৰহশীল হ'ল।

বাৰাব্বাচে যীশুৰ কথা চিন্তা কৰি থাকিলেও সৰ্বসাধাৰণে কিন্তু তাক সহজভাৱে গ্ৰহণ কৰা নাছিল। সি তেতিয়াও সমাজৰ বাবে সন্ত্ৰাসবাদী হৈয়ে আছিল। যীশুৰ প্ৰতি তাৰ অন্তৰ দয়াৰ অনুভূতিৰে সিক্ত হ'লেও বাটে-পথে মানুহে সমালোচনা কৰিছিল যে তাৰ বাবেই নিৰীহ যীশুৱে অবাবত প্ৰাণ দিবলগীয়া হ'ল। হয়তো তাৰ দৰে দুৰ্দান্ত প্ৰকৃতিৰ মানুহক ভয় কৰি বিচাৰকে শান্ত-শিষ্ট যীশুক নিৰ্মম শাস্তি বিহিবলগীয়া হ'ল, নতুবা সেয়া বাৰাব্বাচৰে এক চক্ৰান্ত আছিল। বাটে-পথে চৰ্চিত এই সমালোচনাবোৰেও তাক বিব্ৰত কৰিলে। মানুহৰ মাত বন্ধ কৰিবলৈকো তাৰ কোনো ভাষা নাছিল। এনে অৱস্থাত আগতে হোৱা হ'লে সি মদ্যপান কৰি, নাৰীৰ সঙ্গ লৈ পাহৰি গ'লহেঁতেন। কিন্তু এতিয়া সেইবোৰৰ প্ৰতি তাৰ বিতৃষ্ণা জন্মিল। মনতে তাৰ ভাব হ'ল যে সেইবোৰে তাৰ অশান্ত মন শান্ত কৰিব নোৱাৰে। যীশুৰ প্ৰতি তাৰ মনত যি চাপ বহিল, সেই চাপ কোনেও মচিব নোৱাৰে। সেইবাবে যীশুৰ প্ৰতি থকা তাৰ চিন্তাধাৰাও কোনেও সলনি কৰিব নোৱাৰিলে। তাৰ মনত যীশুৰ প্ৰতি অন্য এটা ৰহস্যৰ ভাবো সোমাল। এটা কথাই সদায় মনত তোলপাৰ কৰে— বয়সত তৰুণ যীশুৰ মনত প্ৰশান্তিৰ ভাব কিয়? সঁচাই মানুহজন ভগৱানৰ দূতনে? তেওঁৰ অলৌকিক কামবোৰৰ কথা সত্যনে? নতুবা সেইবোৰ মানুহজনক বিখ্যাত কৰিবলৈ তেওঁৰ সহধৰ্মীসকলৰ প্ৰচাৰো হ'ব পাৰে। বাৰাব্বাচে খ্ৰীষ্টীয় সম্পৰ্কীয় ধৰ্মীয় সভাবোৰলৈ গৈ বক্তৃতাবোৰ শুনিলে যদিও সেই বক্তৃতাবোৰে তাৰ মনৰ সন্দেহ দূৰ কৰিব নোৱাৰিলে। সি অনুভৱ কৰিলে, খ্ৰীষ্টীয়ান হ'লেও এই মানুহবোৰে যেন প্ৰকৃত যীশুক বুজিব পৰা নাই।

(৪)

মানসিক দ্বন্দ্বত অশান্ত বাৰাব্বাচ কিছুদিন নীৰৱে থাকিল। তাৰ পাছত এদিন সি ঠিক কৰিলে, এনেকৈ চিন্তা কৰি বহি থাকি লাভ কি? যীশু সম্পৰ্কে চিন্তা-ভাবনা কৰি থাকিলে জানো তাৰ জীৱিকা নিৰ্বাহৰ উপায় ওলাব? গতিকে সেইবোৰ ভাবনা-চিন্তা বাদ দি সি তাৰ লগৰীয়াবোৰক পুনৰ একত্ৰিত কৰি ডকাইতি কৰাত মনোনিবেশ কৰিবলৈ দৃঢ় হ'ল। দল গঠন কৰি বাৰাব্বাচৰ বাহিনী জেৰুজেলামৰ

বাহিৰ হ'ল। কিন্তু যীশুৰ আত্মাই যেন তাৰ পাছ নেৰা হ'ল। সি পুনৰ চিন্তা কৰিলে। সিহঁতে ডকাইতি কিহৰ বাবে কি কাৰণত কৰিছে— সেইটো সিহঁতৰ বাবে জীৱিকাৰ শুদ্ধ পথ নে? বা অন্য লোকেও সমৰ্থন কৰিছে? যদি নাই কৰা কিহৰ বাবে নাই কৰা— এই প্ৰশ্নবোৰ তাৰ মনত খেলিবলৈ ধৰিলে। সেইবাবেই আচম্বিতে এদিন সি লগৰীয়াহঁতক সেই বিদ্যা ত্যাগ কৰাৰ কথাও ব্যক্ত কৰিলে। আকৌ অনিৰ্দিষ্ট জীৱন-যাত্ৰা, জীৱন জিজ্ঞাসাৰ উত্তৰ বিচাৰি অঘৰীৰ দৰে ঘুৰি ফুৰিবলৈ ধৰিলে। কিন্তু সকলো বৃথা— তাৰ সু-সমিধান বিচাৰি নাপালে।

বাৰাব্বাচৰ বাবে জেৰুজেলাম বা সমীপৱৰ্তী ঠাইবোৰ ভাল নলগা হ'ল। এই স্থানবোৰত কোনো শান্তি বিচাৰি নাপালে। কোনেও যেন তাৰ মনৰ ভাব বুজিব পৰা নাই। এইদৰে ভাবি-চিন্তি এদিন সি ৰোম নগৰত উপস্থিত হ'লগৈ। দুদিনমান ঘূৰা-পকা কৰি শেষত তামৰ খনি এটাত ক্ৰীতদাস হিচাপে সোমালেগৈ। সেই খনিত কাম কৰা ক্ৰীতদাসবোৰৰ ভিতৰৰে এটাৰ সৈতে তাৰ পৰিচয় হ'ল। দাসটো তাৰ সমভাগী বন্ধুত পৰিণত হোৱাত বাৰাব্বাচে আজৰি সময়ত যীশুৰ কথা শুনায়— বন্ধুৱে শুনে। বাৰাব্বাচৰ অভিজ্ঞতা হ'ল যে কোনো ব্যক্তিৰ সম্পৰ্কে শ্ৰেষ্ঠতা প্ৰমাণ কৰিবলৈ হ'লে সাধাৰণ মানুহক সেই ব্যক্তি সম্পৰ্কে কিছুমান অতিৰঞ্জিত কথা ক'ব লাগিব। অলৌকিক মহত্ত্ব আৰোপ কৰিব লাগিব। সেইবাবেই বাৰাব্বাচে যীশু সম্পৰ্কে শুনি অহা অলৌকিক কথাবোৰ দুগুণ কাল্পনিক ৰহণেৰে বোলাই প্ৰচাৰ কৰিলে। সহকৰ্মী বন্ধুজনে কথাবোৰ শুনি যীশুক ভগৱানৰ অৱতাৰ বুলি বিশ্বাস কৰিলে। তেওঁ ইমানেই যীশুৰ প্ৰতি আকৃষ্ট হ'ল যে ডিঙিত ওলমাই ৰখা ক্ৰীত দাসৰ পৰিচয় ফলকত যীশুৰ নাম খোদিত কৰি ল'লে। বাৰাব্বাচে বন্ধুৰ যীশুপ্ৰেমত মুগ্ধ হৈ নিজৰ ফলকতো সেই নাম খোদিত কৰাই ল'লে।

(৫)

বাৰাব্বাচ আৰু বন্ধুজনৰ যীশুভক্তিৰ কথা সদৰি হ'ল। খনিৰ চৌহদৰ পৰা সেই বাতৰি ৰজাৰ প্ৰতিনিধিৰ কাণত পৰিলগৈ। ৰোমৰ শাসনকৰ্তাই (গভৰ্নৰ) সেই কথা জানিব পাৰি দুয়োকে বিচাৰ দৰবাৰলৈ মাতি নিয়ালে। সিহঁতৰ ডিঙিত ওলোমাই ৰখা ফলক দুখন চাই ক'লে যে ৰোম দেশৰ নিয়মমতে, ক্ৰীত দাসবোৰে ডিঙিত ওলোমাই ৰখা পৰিচয় ফলকত মুৰব্বী হিচাপে ৰজাৰ নামহে থাকিব লাগে, কিন্তু সিহঁতৰ ফলকত তাৰ পৰিৱৰ্তে আনৰ নাম খোদিত হোৱাটো অপৰাধ। ৰাজ বিষয়াই সেই নামটো কাৰ বুলি প্ৰশ্ন কৰাত বাৰাব্বাচৰ বন্ধুজনে অতি বিনয়ী স্বৰত ক'লে যে সেইটো সিহঁতৰ প্ৰভু যীশুখ্ৰীষ্টৰ নাম। সিহঁত একমাত্ৰ প্ৰভু খ্ৰীষ্টৰহে অনুগত। যীশু যিহেতু সিহঁতৰ প্ৰভু, গতিকে অন্যৰ ক্ৰীত দাসো সিহঁত নহয়। বিষয়াজনে সেই



কথা শুনি অত্যন্ত ক্ৰোধিত হ'ল। বিষয়াজনৰ খং দেখি বাৰাব্বাচে কিছু সময় মৌনতা অৱলম্বন কৰিলে। তাৰ পাছত সি ক'লে যে ঈশ্বৰৰ প্ৰতি গভীৰ বিশ্বাস জন্মাবৰ বাবে প্ৰাণপণে চেষ্টা কৰিলেও, প্ৰভু যীশুতে শৰণাপন্ন হ'লেও, সি কিন্তু কোনোপধ্যেই ঈশ্বৰৰ প্ৰতি গভীৰ বিশ্বাস আনিব পৰা নাই। সকলো কু-কৰ্ম বাদ দি ঈশ্বৰৰ সেৱাতে আত্মোৎসৰ্গ কৰিলেও, ঈশ্বৰক সাক্ষাৎ নোপোৱাৰ বাবেই আস্থাও হেৰাল। গতিকে ঈশ্বৰৰ অস্তিত্ব সি কোনোপধ্যেই স্বীকাৰ নকৰে। ৰাজবিষয়াই বাৰাব্বাচৰ কথাবোৰ শুনি সি যে কাৰোবাৰ প্ৰৰোচনাতহে খ্ৰীষ্টৰ প্ৰতি আকৰ্ষিত হৈছে বুজিব পাৰিলে। তেওঁৰ মতে সিজনেহে বাৰাব্বাচক এনেকৈ যীশুৰ প্ৰতি আকৃষ্ট কৰিছিল। সেইবাবে বাৰাব্বাচক দোষমুক্ত কৰি লগৰীয়াজনক প্ৰাণদণ্ডৰ আদেশ দিলে।

বাৰাব্বাচ মুকলি হ'ল— কিন্তু মনটো মুকলি নহ'ল। যি স্থানত লগৰীয়াজনক ক্ৰুছবিদ্ধ কৰা হৈছিল তাৰ অনতি দূৰৈৰ হাবিৰ মাজৰ পৰা বাৰাব্বাচে সেই নিৰ্মম মৃত্যুৰ যন্ত্ৰণা চাই আছিল। যীশুৰ দৰে বন্ধুজনৰো মন প্ৰশান্ত— মুখমণ্ডলত নিষ্পাপ জ্যোতি দেখিবলৈ পালে। কিন্তু শৰীৰী যন্ত্ৰণাত যেন বন্ধুজন চট্‌ফটাবলৈ ধৰিছে। বাৰাব্বাচে সেই দৃশ্য বেছি সময় চাব নোৱাৰিলে। সি সেই ঠাই পৰিত্যাগ কৰিলে।

সময়ত বাৰাব্বাচ হৈ পৰিল ৰজাঘৰীয়া মানুহ। ৰজাঘৰীয়া পৰিবেশৰ মাজতে থাকিবলৈ পালে যদিও তাৰ মন পুনৰ অসুখী হ'ল। যীশু আৰু সেই বন্ধু জনৰ মুখ দুখনে অনবৰতে তাক আমনি কৰিবলৈ ধৰিলে। যীশুৰ অন্তিম সময়ৰ কথা আৰু জনৰৱৰ কথাবোৰে তাৰ মনত খেলা খেলিলে।

দেশত খ্ৰীষ্টীয়ানসকলে ৰজা আৰু শাসক শ্ৰেণীৰ ভয়তে গোপনে ধৰ্মালোচনা কৰিছিল। তেওঁলোকে সেইবাবে এডোখৰ নিৰাপদ ঠাইৰ মাটিৰ তলত উপাসনা গৃহ এটা নিৰ্মাণ কৰি ধৰ্ম-চৰ্চা কৰিছিল। বাৰাব্বাচে তাৰ সম্ভেদ পাই মনৰ অশান্তি দূৰ কৰিবৰ বাবে সেই স্থানত উপস্থিত হ'লগৈ। কিন্তু সি নিৰাশ হ'ল। সেই সময়ত সেই স্থান জনশূন্য আছিল। বিষন্ন মনেৰে সেই স্থানৰ পৰা ঘূৰি আহোঁতে সি দূৰৈত জুইৰ শিখাৰ দৰে কিবা এটা উজ্জ্বল বস্তু দেখিবলৈ পালে। বাৰাব্বাচ বৈ গ'ল। তাৰ চকু সেই শিখাৰ ওপৰত। সি শিখাক খিয়াই আগবাঢ়িল। বাৰাব্বাচ নিশ্চিত হ'ল যে প্ৰভু যীশু এইবাৰ নিশ্চয় পৃথিৱীলৈ আহিছে। তেওঁ জুইৰ পোহৰৰ দৰে ধৰ্মৰ পোহৰ বাণী প্ৰচাৰ কৰিব। ফলত পৃথিৱীত শান্তিৰ নিজৰা ব'ব। কিন্তু তাৰ আগতে ধ্বংস কৰিব লাগিব অন্যায়-অত্যাচাৰী ৰাজ শাসকসকলক। নিঃচিহ্ন কৰিব লাগিব ধৰ্মান্ধ ৰাজনীতিক। সেয়েহে বাৰাব্বাচে ধ্বংসৰ বাবে প্ৰথমে বিচাৰি পালে ৰোম সাম্ৰাজ্য। ৰোম নগৰী চাৰখাৰ কৰি দিয়াই হ'ব তাৰ প্ৰথম কাম। সি মনতে ভাবিলে, বিধৰ্মী ৰোমানবোৰেই প্ৰভু যীশুৰ অমৃত বাণী অৱমাননা কৰিছে। বাৰাব্বাচ আগবাঢ়িল প্ৰজ্জ্বলিত শিখাৰ ফালে।

বাৰাব্বাচ কিছুদূৰ গৈ প্ৰজ্জ্বলিত জুই শিখাৰ সন্মুখত দণ্ডয়মান হ'ল। প্ৰজ্জ্বলিত জুই থকা কাঠ এডাল সি হাতত তুলি ল'লে। সি বুকুৰ ওচৰত কাঠডাল লগাই এফালৰ পৰা ৰোম নগৰৰ ঘৰবোৰ জুই দি গ'ল। সি হৈ পৰিল এটা উন্মাদ। দপ্দপকৈ জ্বলি থকা ঘৰবোৰত মানুহৰ চিঞৰ-বাখৰত বাৰাব্বাচৰ সন্ত্ৰাসে ভয়াৱহতাৰ সৃষ্টি কৰিলে। অৱশেষত বাৰাব্বাচক সৈন্যবোৰে কবায়ত্ত কৰিবলৈ সক্ষম হ'ল। বন্দী হিচাপে তাৰ পৰিচয় সোধাত সি নিৰ্ভীকভাৱে উত্তৰ দিলে যে সি এজন খ্ৰীষ্টীয়ান। তাৰ বাহিৰে তাৰ অন্য একো পৰিচয় নাই। অন্যান্য খ্ৰীষ্টধৰ্মীসকলক যি পোতাশালত বন্দী কৰি থৈছিল, বাৰাব্বাচকো তাতেই সুমাই থোৱা হ'ল। কিন্তু বন্দীসকলে তাক খ্ৰীষ্টীয়ান হিচাপে স্বীকৃতি নিদিলে, কাৰণ সি হিংসাৰ দাস। পৰম কাৰুণিক যীশুৰ শিষ্যত্ব গ্ৰহণৰ সি অনুপযুক্ত। বন্দীসকলে যেতিয়া তাক লগ নিদিলে, তেতিয়া তাৰ মন বিচলিত হৈ পৰিল। আমনে-জিমনে পোতাশালৰ এচুকত বহি থাকিল। কিছু সময়ৰ পাছত সি দেখিলে এজন বৃদ্ধ বন্দী খ্ৰীষ্টীয়ান তাৰ ওচৰত বৈ আছে। বৃদ্ধই বাৰাব্বাচক ক'লে যে সি যি পথেৰে ৰোম জয় কৰিবলৈ বিচাৰিছিল, সেয়া শুদ্ধ পথ নহয়। প্ৰভু যীশুৰ পথ হ'ল অহিংস মানৱ প্ৰেম। মানৱ প্ৰেমেহে মানুহ-দেশ জয় কৰিব পাৰে। বাৰাব্বাচে গ্ৰহণ কৰা পদ্ধতিটো হ'ল ৰোমৰ একনায়কত্ব ৰজা জুলিয়াচ চিজাৰৰহে। গতিকে তেওঁ যীশুৰ পবিত্ৰ ধৰ্মও ৰক্ষা কৰা নাই, সহায়ো কৰা নাই, কৰিছে কেৱল চিজাৰকহে। বাৰাব্বাচে বৃদ্ধৰ কথা শুনিলেহে, উত্তৰ নিদিলে। মনত তেতিয়া তাৰ অনুতাপৰ বহ্নিয়ে দগ্ধ কৰিছিল। বৃদ্ধয়ো বাৰাব্বাচৰ মনৰ ভাব বুজিব পাৰিলে। তেওঁ তেতিয়া লগৰীয়াবোৰক বাৰাব্বাচক ক্ষমা কৰিবলৈ অনুৰোধ জনালে। তেওঁ লগৰীয়াসকলক ইয়াকো ক'লে যে মানুহটোৱে হিংসাৰ প্ৰশ্ৰয় ল'ব পাৰে, কিন্তু যীশুক পাহৰা নাই। তাৰ ডিঙিত ওলোমাই থোৱা ক্ৰীতদাসৰ পৰিচয় ফলকত যীশুৰ নাম জিলিকি আছে। মানুহটোৱে হয়তো চেষ্টা কৰিছে যীশুৰ আস্থা লভিবলৈ, কিন্তু তাৰ মনত সোমাই থকা অ-মানুহটো এতিয়াও আঁতৰি যোৱা নাই— আঁতৰ হোৱা নাই তাৰ ভ্ৰান্তি।

(৬)

সেই একে বিচাৰ। একে শাস্তি দান। খ্ৰীষ্টীয়ান বন্দীসকলৰ বিচাৰ হ'ল একপক্ষীয়। ক্ৰুছবিদ্ধ কৰি প্ৰাণদণ্ড। শাৰী শাৰীকৈ বন্দীসকলক ক্ৰুছবিদ্ধ কৰা হ'ল। ইজনে সিজনক মৰণৰ আগ মুহূৰ্তত মাত লগাই ক্ৰুছবিদ্ধ হ'ল। বাৰাব্বাচকো বধ্যভূমিলৈ লৈ যোৱা হ'ল। কিন্তু তাক খ্ৰীষ্টীয়ান বন্দীসকলৰ পৰা দূৰৈতহে ক্ৰুছ দিয়াৰ ব্যৱস্থা কৰিলে। তাক কোনেও এষাৰো মাতো নিদিলে। কেৱল ঘৃণাৰ চকুৰে চালে। বাৰাব্বাচে মানুহৰ এনে কাণ্ডত হতাশ হ'ল। মৃত্যুৰ আগমুহূৰ্ততো মানুহৰ মনৰ পৰা বিভেদ



ভাব দূৰ নোহোৱাটোও তাৰ বাবে বুজিব নোৱৰা সাঁথৰ হৈয়ে ৰ'ল। মানুহে যে বাহ্যিকতাৰ বাবেহে ধৰ্ম আচৰণ কৰে— অন্তৰত সেই ভাব শূন্য— সেই কথাও বুজিব পাৰিলে। তাৰ যীশুলৈ পুনৰ মনত পৰিল— মানুহজনক মানুহবোৰে বুজিব নোৱাৰিলে। মৃত্যুৰ আগমুহূৰ্তত বাৰাব্বাচৰ মনত পুনৰ সেই ভণ্ড ধৰ্মীয় লোকসকলৰ প্ৰতি ঘৃণা জন্মিল। সেই ঘৃণা যেন তাৰ শাৰীৰিক কষ্টতকৈও বেছি যন্ত্ৰণাদায়ক।

বধ্যভূমিত তেতিয়া অন্ধকাৰ নামি আহিছিল। শাৰী শাৰী ক্ৰুছবিদ্ধ বন্দী। নিমাত-নিথৰ পৃথিৱী। তাৰ মাজতো বাৰাব্বাচৰ ওঁঠদুটা কঁপি আছিল। সি যেন কৈছিল, "হে প্ৰভু, মোক ক্ষমা কৰি গ্ৰহণ কৰা। মোৰ আত্মা তোমাত মিলাই দি সুখী কৰা।"*

* বাৰাব্বা (বাৰাব্বাচ) প্ৰথম শতিকাৰ এক দুৰ্দান্ত হত্যাকাৰী। পবিত্ৰ বাইবেলৰ 'নতুন নিয়ম'ৰ মাৰ্ক-১৫, লুকৰ-২ নং বিৱৰণত উল্লেখ পোৱা যায়। বিচাৰ সভাত এক শ্ৰেণী পুৰোহিতৰ প্ৰৰোচনাত প্ৰধান শাসনকৰ্তা গীলাতে দুৰ্দান্ত বাৰাব্বাক মুকলি কৰি দি যীশুখ্ৰীষ্টক দোষী সাব্যস্ত কৰি ক্ৰুছত দিয়ে।

BARA BBAS (1950)
Albert Bonnies, Swedn

# পাৰ্ল এচ (চিডেনষ্ট্ৰিকাৰ) বাক ঃ
# দ্য গুড় আৰ্থ

(১)



আমেৰিকাত জন্মগ্ৰহণ কৰা, বিশ্ব উপন্যাস সাহিত্যৰ এটি যুগমীয়া নাম পাৰ্ল এচ (চিডেন ষ্ট্ৰিকাৰ) বাক। আমেৰিকাৰ পশ্চিম ভাৰ্জিনিয়াৰ হিলচ্‌বৰোত ২৬ জুন, ১৮৯২ চনত জন্ম গ্ৰহণ কৰা বাকে কেঁচুৱা কালৰেপৰা চীন দেশত ডাঙৰ-দীঘল হৈছিল। বাকৰ পিতৃ চীন দেশত মিছনেৰী কামত নিযুক্ত থকাত পৰিয়ালটো তাতেই আছিল। বাকক মাকেই ঘৰতে প্ৰাথমিক শিক্ষা দিছিল। চীনদেশত থকা বাবে চীনা বুঢ়ী এগৰাকীয়ে বাকক চোৱা-চিতা কৰিছিল আৰু চীনদেশৰ পুৰণি সাধুকথা, কাহিনীবোৰ শুনাইছিল। সেই কাহিনীবোৰেই কিশোৰী বাকৰ সাহিত্য চৰ্চাত আৰু ৰচনাত মন বহুৱায়। লেখা-পঢ়াত আগবঢ়াৰ লগে লগে সাহিত্য-চৰ্চাত একান্তমনে লাগি বিভিন্ন প্ৰতিযোগিতাত পাৰদৰ্শিতা দেখুৱাই চৈনিক সাহিত্যিক সমাজত সমাদৃত হয়। চীনৰ বিশ্ববিদ্যালয়ত পঢ়া শেষ কৰাৰ পাছত আমেৰিকালৈ ঘূৰি গৈ ভাৰ্জিনিয়া কলেজত ভৰ্তি হয়।






পাৰ্ল বাকে আমেৰিকাৰ এজন চিকিৎসক ডাঃ লেচিং বাকৰ সৈতে বিবাহপাশত আবদ্ধ হয়। বাক পৰিয়ালৰ দুটি সন্তান আছিল। পাৰ্ল বাক কিছুদিন চীনৰ নানকিন বিশ্ববিদ্যালয়ৰ ইংৰাজী বিভাগৰ অধ্যাপিকাও আছিল। বিয়াৰ পাছত তেওঁ চীনলৈ আহি দেশখনৰ সামাজিক জীৱনৰ, বিশেষকৈ গ্ৰাম্য কৃষি জীৱন সম্পৰ্কে অধ্যয়ন কৰেহি। সেই অধ্যয়নৰে ফলশ্ৰুতি হ'ল তেওঁৰ বিখ্যাত উপন্যাস আৰু চুটিগল্পসমূহ।

বিশ্ব উপন্যাস জগতত তেওঁৰ অনবদ্য উপহাৰ– *দ্য গুড আৰ্থ*। এই উপন্যাসত ঊনবিংশ শতিকাৰ চীনা কৃষকৰ এখন বাস্তৱ ছবি পোৱা যায়। উপন্যাসখন ১৯৩১ চনত প্ৰকাশ পায় আৰু পৰৱৰ্তী বছৰতে পুলিৎজাৰ বঁটা লাভ কৰিবলৈ সক্ষম হয়। প্ৰকৃততে, এই উপন্যাসৰ বাবে বাকে ১৯৩৫ চনত সাহিত্য বিষয়ত নোবেল বঁটাও লাভ কৰিছিল। তদুপৰি উপন্যাসখনে 'আমেৰিকান একাডেমী অব আৰ্টচ্ এণ্ড লেটাৰ্চ'ৰ পুৰস্কাৰো লাভ কৰিছিল।

বাকৰ অন্যান্য দুখনমান উপন্যাস হ'ল– *'চনচ্'* (১৯৩২), *'এ হাউচ্ ডিভাইড'* (১৯৩৫)। *'দ্য গুড আৰ্থ'*সহ তিনিওখন উপন্যাস একত্ৰিতভাৱে প্ৰকাশ পায় *'দ্য হাউচ্ অব আৰ্থ'* নামেৰে ১৯৩৫ চনত। *'দ্য পেট্ৰিয়ট'* (১৯৩৯) আৰু *'দ্য ড্ৰেগন ছীড'* (১৯৫২) তেওঁৰ আন দুখন বিখ্যাত উপন্যাস। তেওঁৰ পিতৃ-মাতৃৰ স্মৰণত দুখন জীৱনীভিত্তিক উপন্যাস ৰচনা কৰে। এই দুখন হ'ল– *'দ্য এক্সিল'* (১৯৩৬) আৰু *'ফাইটিং এঞ্জেল'* (১৯৩৬)। তেওঁ অসংখ্য চুটিগল্পও ৰচনা কৰিছিল।

১৯৭৩ চনৰ মাৰ্চৰ ৬ তাৰিখে বাকৰ মৃত্যু হয়।

(২)

ঊনবিংশ শতিকাৰ চীনৰ জন-জীৱন, বিশেষকৈ কৃষকসকলৰ বাস্তৱ ৰূপ দিয়া *'দ্য গুড আৰ্থ'*ৰ সংক্ষিপ্ত গল্পৰূপ এনে ধৰণৰ–

ওৱাংলুঙে বিয়া কৰাবৰ বাবে প্ৰস্তুত হ'ল। মাইকী মানুহ নোহোৱা ঘৰ। বুঢ়া বাপেকে ওৱাংলুঙৰ কথা শুনি অত্যন্ত সুখী হ'ল। তেওঁ পুতেকক ক'লে যে– ছোৱালীজনী জমিদাৰৰ ঘৰৰ দাসী হ'লেও ঘৰ সুমুৰাব পাৰিলে ঘৰখনৰ চেহেৰাই সলনি হোৱাৰ লগতে পুতেকৰো উন্নতি হ'ব। বৰ্তমান তেওঁলোকৰ খেতি কৰাত দুৰৱস্থা হৈছে। বোৱাৰীজনী আহিলে খেতি-পথাৰতো যথেষ্ট সহায় হ'ব। ওৱাংলুঙে বাপেকৰ কথাবোৰ শুনিলেহে কিন্তু উত্তৰ একো নিদিলে। জমিদাৰৰ ঘৰৰ ক্ৰীত দাসীজনীক যে বোৱাৰী হিচাপে আনিব সেয়াও আগতেই বন্দোবস্ত কৰি থোৱা আছিল।

পাছদিনা পুৱাই ওৱাংলুঙে মনত আশা লৈ জমিদাৰৰ ঘৰত উপস্থিত হ'লগৈ। সকলো কথা ঠিক কৰি ভাবী স্ত্ৰী ওলানক লগত লৈ ওৱাঙে ঘৰলৈ বুলি যাত্ৰা কৰিবলৈ ঠিক কৰোঁতে জমিদাৰে আশীৰ্বাদো দিলে। বাটত সেই পুৰণি মন্দিৰত দুয়ো সোমাই দেৱতাৰ সন্মুখত সেৱা জনালে। দুয়ো এতিয়া স্বামী-স্ত্ৰী। ভক্তিৰে বিগ্ৰহৰ সন্মুখত ধূপ-চাকি জ্বলালে। পৰস্পৰে মালা পিন্ধাই স্বামী-স্ত্ৰী হিচাপে অংগীকাৰবদ্ধও হ'ল।

ওলানৰ বিষয়ে বুঢ়াই যি কৈছিল সেই কথাবোৰ যেন বাস্তৱত পৰিণত হ'বলৈ ধৰিলে। ওলানৰ স্ত্ৰীসুলভ হাতৰ পৰশত যাদুকৰী ৰূপ পালে। ক্ৰমাৎ উৰলি যোৱা ঘৰখনে 'শ্ৰী'ৰূপ পাবলৈ ধৰিলে। শহুৰেকৰ আলপৈচান ধৰাত বুঢ়ায়ো যেন নতুন জীৱন পালে। ওৱাংলুঙেও দুগুণ উছাহত কামত ধৰিলে। গোটেই দিনটো ঘৰুৱা কামতে ব্যস্ত মানুহজনীয়ে নকৰে কি? ভাত-শাক ৰন্ধাৰপৰা হাবিলৈ গৈ খৰি লুৰি অনা, পুৰণা, ফটা কাপোৰ-কানি চিলোৱা, ঘৰ মচা আদি সকলো কাম হাঁহিমুখে কৰাৰ উপৰিও সময়-সুবিধা বুজি গিৰীয়েকক সহায় কৰিবৰ বাবে পথাৰলৈকো যায়। ওলানৰ লখিমী গুণৰ বাবে ওচৰ-চুবুৰীয়াই সন্তোষ পাইছিল যদিও কাৰোবাৰ হিংসাও হৈছিল। মুঠতে ওলানে বছৰটোৰ ভিতৰতে দাল-দৰিদ্ৰ ওৱাংলুঙৰ ঘৰখন সজীৱ কৰি তুলিলে। সেই বছৰতে এটি পুত্ৰ সন্তানো ওলানে জন্ম দিলে। মানুহৰ ভাগ্য চকৰি যেতিয়া ভালৰ দিশত ঘূৰে— সকলো ফালৰ পৰাই ভাগ্যই উন্নতি দেখুৱায়। সন্তানটোৰ জন্মৰ পাছতেই সেইবাৰ খেতিও নদন-বদন হ'ল। ধান আৰু ঘেঁহু খেতি কৰি ওৱাংলুঙে বহুতো ধন ঘটিলে। দুবেলা-দুমুঠি খোৱাৰ চিন্তাও দূৰ হ'ল, ফটা কাপোৰো সি মেলি পিন্ধিব লগা নহ'ল। বজাৰৰ নতুন কাপোৰহে ব্যৱহাৰ কৰিলে। এদিন ওৱাংলুং আৰু ওলান জমিদাৰৰ ঘৰলৈ গ'ল। বিয়াৰ পাছত তেওঁলোক যোৱাও নাছিল, গতিকে মালিকৰ পৰিয়ালক যৎকিঞ্চিত উপহাৰ দিয়া আৰু সেৱা জনোৱাই আছিল তেওঁলোকৰ ঘাই উদ্দেশ্য। মালিকৰ ঘৰ পাই জ্যেষ্ঠসকলক সেৱা জনাই উপহাৰ দিলে। জমিদাৰে দুয়োকে আশীৰ্বাদ দিয়াত ওৱাংলুঙে খেতি উপযোগী কিছু মাটি বিচাৰিলে। জমিদাৰেও সেই আশা পূৰণ কৰিলে। মাটিৰ পৰিমাণ কম যদিও, সাৰুৱা হোৱা বাবে খেতিও ভাল হ'ল। সেই মাটিতে ওৱাংলুঙে দুবছৰমান খেতি কৰি লাভৱান হ'ল। ইতিমধ্যে ওলানৰ আন এটি পুত্ৰৰ জন্ম হ'ল।

(৩)

বিয়া হৈ যোৱা তৃতীয় বছৰটো ওৱাংলুঙৰ বাবে অভিশপ্ত হ'ল। সেই বছৰৰ গৰমকালি ওলানে এজনী কন্যা সন্তান জন্ম দিলে। ছোৱালীজনীয়েই যেন আগন্তুক বিপদৰ সংকেতধ্বনি শুনালে। ছোৱালীজনীৰ জন্মৰ দিনাই ঘৰৰ ওপৰত কাউৰীৰ জাক এটা ক'ৰবাৰ পৰা উৰি আহি ৰমলিয়াবলৈ ধৰিলে।



সঁচাকৈয়ে এটা বিপদজনক সময় পৰিয়ালৰ ওপৰলৈ আহিল। বাৰিষা বতৰ যদিও প্ৰকৃতিৰ ৰোষ হ'ল। দেশত অনাবৃষ্টি, খেতিৰ পথাৰ পানীৰ অভাৱত চিৰাল ফটা দিলে। ওৱাংলুঙে তাৰ মাজতেই যিমান পাৰে কেইডৰামানত খেতি কৰিলে। সেই খেতিৰ পৰা যিখিনি ফচল গোটালে সেইখিনিৰে কেইমাহমানহে যাব— তাৰ পাছত দুৰ্ভিক্ষ। দুৰ্ভিক্ষৰ কৰাল ছায়াই খেতিয়কসকলক গ্ৰাস কৰিলে। পেটৰ জ্বালাত থাকিব নোৱাৰি মানুহে যি পালে তাকে ভক্ষণ কৰিবলৈ ধৰিলে। হালৰ গৰুও সাৰি নগ'ল। তাৰ পাছত কি হ'ব? এক অনিৰ্দিষ্ট দুৰ্ভিক্ষৰ ক'লা মেঘৰ ছাঁ। সেই দুৰ্ভিক্ষত হয়তো তেওঁলোক মৃত্যু দেৱতাৰ কোলাত আশ্ৰয় ল'ব লাগিব। ইতিমধ্যে তেনে পৰ্ব আৰম্ভ হৈছে। সেই দুৰ্ভিক্ষৰ পৰা হাত সাৰিবৰ একমাত্ৰ উপায় নতুন সাৰুৱা মাটিৰ সন্ধানৰ বাবে অবিৰত যাত্ৰা। এনে এটি ভয়াবহ অৱস্থাতে ওলানে এটি মৃত সন্তান জন্ম দি একেবাৰে দুৰ্বল হৈ পৰিল। ওৱাংলুঙৰ মূৰত যেন আকাশী স্বৰগ ভাগি পৰিল। কি কৰিব নকৰিব এইবোৰ চিন্তাই মানুহটোক অস্থিৰ কৰি পেলালে। শেষত উপায়বিহীন হৈ ঘৰৰ বয়-বস্তু এপদ-দুপদকৈ বিক্ৰী কৰিবলৈ ধৰিলে। হলা গছ দেখিলে বাগি কুঠাৰ মৰাৰ দৰে, কিনোতাই খুচীমতে দাম-দৰ কৰি ওৱাংলুঙৰ সম্পত্তি কিনি লাওলোৱা কৰিলে। শেষত এদিন পৰিয়ালটো লৈ ওৱাংলুঙে যাত্ৰা কৰিলে নতুন মাটিৰ আশাত। বাটত লগ পালে সমদুখী শৰণাৰ্থী কিছুমানক। সকলো গৈ এটা ৰেল ষ্টেছনত সমবেত হ'ল। তেওঁলোকে এখন ৰেলগাড়ীত উঠি দক্ষিণ দিশলৈ যাত্ৰা কৰিলে।

ওৱাংলুঙৰ পৰিয়ালটো গৈ এখন নতুন নগৰত প্ৰৱেশ কৰিলে। হাতত ধন-বিত কম থকাত কোনোমতে এটুকুৰা মাটি কিনি তাতে এটা সাধাৰণ ঘৰ সাজিলে। কিন্তু সমস্যা হ'ল, কি কৰি ওৱাংলুঙে পৰিয়ালটো পোহপাল দিব? খেতি কৰি খাবলৈ মাটি নাই। শেষত কষ্টকৰ ৰিক্সা চলোৱা জীৱিকা গ্ৰহণ কৰিলে। ওলানেও ল'ৰা দুটা লৈ ঘৰে ঘৰে ভিক্ষা মাগিবলৈ ধৰিলে। জাৰকালি তেওঁলোকৰ কষ্টৰ সীমা নাথাকিল। জাৰৰ দিন অন্ত পৰাৰ লগে লগে নগৰখনত জনৰৱ প্ৰচাৰ হ'ল যে অনতিপলমে তাত এখন যুদ্ধ হ'ব। প্ৰতিপক্ষৰ লগত যুদ্ধ কৰাৰ ক্ষমতা নগৰবাসীৰ নাছিল। নিতৌ ন-ন উৰা বাতৰি প্ৰচাৰ হ'বলৈ ধৰিলে। সেই উৰা বাতৰিত ত্ৰাসিত হৈ নগৰৰ ধনী মানুহবোৰ ঘৰ-দুৱাৰ এৰি পলাল। শাৰীৰিকভাৱে অক্ষম, দুখীয়া, ৰুগীয়া মানুহবোৰ পলাই যাব নোৱৰাত ভূতৰ ওপৰত দানহ পৰাদি একশ্ৰেণী মানুহে সেইবোৰৰ ওপৰত আক্ৰমণ কৰি লাম-লাকটুখিনিও কাঢ়ি ল'লে। নগৰখনত অবৰ্ণনীয় অৰাজকতাই দেখা দিলে।

ওৱাংলুঙৰ চকু পৰিল এঘৰ ধনী মানুহৰ ওপৰত। নিৰীহ ওৱাংলুঙো পৰিস্থিতিত পৰি হিংস্ৰ হৈ পৰিল। ধনী মানুহজন শাৰীৰিকভাৱে পংগু আছিল।

বিপদৰ আগজাননী পাই তেওঁ পৰিয়ালটোক আন ঠাইলৈ স্থানান্তৰিত কৰি সম্পত্তিখিনি ৰখি আছিল। ওৱাংলুঙে এদিন মানুহঘৰত সোমাই গৃহস্থজনক প্ৰাণনাশৰ ভাবুকি দিলে। মানুহজনেও প্ৰাণৰ ভয়তে সমস্ত সম্পত্তি ওৱাংলুঙক দি দিলে। সেই সম্পত্তিৰে ওৱাংলুং পুনৰ ধনী মানুহত পৰিণত হ'ল। ওৱাংলুং তাত বেছিদিন নাথাকিল। পুনৰ পৈত্ৰিক গৃহলৈ ঘূৰি গ'ল।

(৪)

ওৱাংলুঙে গাঁৱৰ পৰিত্যক্ত ঘৰটো পুনৰ সাজিলে। অৱশ্যে নতুনকৈ সজাৰ বাবে খৰচো যথেষ্ট হ'ল। তথাপিও লুণ্ঠিত ধন হাতত তেতিয়াও বহুতো আছিল। ওৱাংলুঙে এদিন নীৰৱে বহি স্থিৰ কৰিলে যে ধনী হৈ ঘৰত বহি থকাতকৈ খেতিত মন দিয়া উচিত হ'ব। কাৰণ তাৰ প্ৰকৃত পৰিচয় খেতিয়ক হিচাপেহে। ওৱাংলুঙে আগৰ স্বভাৱ ত্যাগ কৰি আদৰ্শ খেতিয়কৰ জীৱন আৰম্ভ কৰিলে। ওলানেও দুৰ্দিনৰ দিনত ভিক্ষা মাগি যি ধন পাইছিল সেইখিনিও কৃষিকৰ্মতে খৰচ কৰিবলৈ গিৰিয়েকক দিলে। ওৱাংলুঙে অনুভৱ কৰিলে তাৰ যেন এতিয়া ধনৰ চিন্তা নাই। সেইবাবে এদিন জমিদাৰৰ ঘৰলৈ গৈ খেতিৰ বাবে কেইবিঘামান মাটি কিনিলে। মাটি কিনাই নহয়, সেই মাটিত উন্নতমানৰ ফচল কৰাৰ বাবে এজন পাৰদৰ্শী বিষয়া আৰু কেইজনমান কৰ্মীও নিযুক্তি দিলে। এসময়ৰ ভিকহু খেতিয়ক ওৱাংলুং হৈ পৰিল বিশিষ্ট খেতিয়ক— নাগৰিক, সমাজতো আগস্থান পালে। এনে সমৃদ্ধিশালী দিনতে ওলানে যঁজা সন্তান এহালো জন্ম দিলে। গাঁৱলীয়া ঘৰত পঢ়া-শুনাৰ অসুবিধাৰ বাবে ডাঙৰ ল'ৰাহালক নগৰত ৰাখি পঢ়ুওৱাৰো ব্যৱস্থা কৰিলে। ছোৱালীজনী পংগু বাবে তাইৰ পঢ়া নহ'ল। তদাৰক কৰিবৰ বাবে এগৰাকী পৰিচাৰিকা বন্দোবস্ত কৰি দিলে।

(৫)

সময় বাগৰিল। আকৌ বিপৰ্যয়। দেশত কাকতি ফৰিঙৰ উৎপাত। প্ৰবল বানপানী। ফলত খেতি-পথাৰ উচ্ছন্ন। ওৱাংলুঙৰ খেতি পথাৰতো জাক জাক কাকতি ফৰিঙে ফচল শেষ কৰিলে। বানপানীয়েও পথাৰ ডুবালে। খেতিৰ কাম বন্ধ হোৱাত ওৱাংলুঙে নগৰলৈ গৈ চাহৰ দোকান, মদৰ দোকানত আড্ডা দিবলৈ ধৰিলে। যিখন চাহৰ দোকানত আড্ডা দিছিল তাতেই তাৰ পৰিচয় হ'ল সুন্দৰী লোটাচৰ সৈতে। লোটাচৰ মনোমোহা দৃষ্টি আৰু শাৰীৰিক অবয়বৰ ওপৰত ওৱাংলুঙৰ লুভীয়া চকু পৰাত প্ৰেম নিবেদনো কৰিলে। দুয়ো ওচৰ চাপিল। এদিন ওৱাংলুঙে লোটাচক গাঁৱৰ ঘৰলৈ লৈ আহিল। কিন্তু সি ওলানৰ প্ৰতিও অন্যায় নকৰিলে। পৰিয়ালৰ মাজত যাতে লোটাচক লৈ অশান্তিৰ সৃষ্টি নহয়, তাৰ বাবে সুকীয়াকৈ এটি ঘৰ সাজি তাতেই লোটাচক থাকিবলৈ দিলে।



ওৱাংলুঙৰ বৰপুত্ৰ তেতিয়া যুৱক হ'ল। নগৰত থাকি পঢ়া-শুনা কৰিলেও মাজে-সময়ে গাঁৱৰ ঘৰলৈ আহে। বাপেকে লোটাচ নামৰ ৰক্ষিতা এজনী সুকীয়া ঘৰত ৰখাৰ খবৰো পালে। গাঁৱৰ ঘৰলৈ আহিলে সিও লোটাচক মনে মনে চাই নয়ন সাৰ্থক কৰিছিল। এদিন পিতাকৰ অনুপস্থিতিত সি সুযোগ বিচাৰি লোটাচৰ ঘৰত উপস্থিত হ'লগৈ। তাৰ হাতত সতেজ গোলাপৰ ফুল। ফুলপাহ লোটাচৰ হাতত গুজি দি সি একান্তমনে চাই থাকিল। লোটাচেও তালৈ চাই ধন্যবাদ জনাই ক'লে যে ফুলপাহ অতি সুন্দৰ। বৰপুত্ৰই সেই উত্তৰৰ বাবেই যেন বাট চাই আছিল। লগে লগে সি উত্তৰ দিলে যে ফুলপাহতকৈও লোটাচ বেছি সুন্দৰ। কিন্তু সি দুঃখিত যে ইমান সুন্দৰী, যৌৱনভৰা দেহ লৈ তেওঁ কিয় নিৰস বুঢ়া এজনৰ প্ৰেমত পৰিছে? লোটাচো যেন ওৱাংলুঙৰ পুতেকৰ প্ৰতি আকৃষ্ট হ'ল। কিছু সময় প্ৰেমালাপ চলাৰ পাছত অন্য দিশলৈ আগবাঢ়িব নোৱাৰিলে। হঠাতে ওৱাংলুঙৰ আগমনত পুতেক পাছফালৰ দুৱাৰেদি পলাই গ'ল। ঘটনাটোৰ পাছত ওৱাংলুঙে চিন্তা কৰিলে যে ল'ৰাৰ বিয়া কৰোৱাৰ বয়স হৈছে। এই বয়সত তাক বিয়া কৰাই নিদিলে বিপদো আছে। সেইবাবে, পুতেকৰ কাৰণে নগৰৰ এজন ধনী সদাগৰৰ ছোৱালীৰ অনুসন্ধান কৰিলে। তেওঁ মনে বিচৰামতে ছোৱালীও পালে। ওৱাংলুং পিছ পৰি থকা মানুহ নহয়। শুভ কাম সোনকালে হোৱা উচিত বুলি ভাবি তেওঁ বিচৰামতেই ধনী এঘৰৰ ছোৱালী ল'ৰালৈ বিয়া কৰায়ো আনিলে। বোৱাৰীয়েও ঘৰ ধৰিলেহি। কিন্তু মানুহৰ ভাগ্য একেদৰে নাথায়। আকৌ চকৰি ঘূৰিল। বৰ পুতেকৰ বিয়াৰ পাছতে ওলানৰ অসহ্য পেটৰ বিষ হ'ল। সেই বিষতেই এদিন ওলানৰ মৃত্যু ঘটিল। অদৃষ্টৰ কি পৰিহাস! এমাহৰ পাছতে বুঢ়া পিতাকৰো পৰলোক ঘটিল। ওচৰা-উচৰিকৈ দুটা শোকাৱহ ঘটনাৰ পাছতো ওৱাংলুং হতাশ নহ'ল। নিজৰ কৰ্তব্যৰ পৰাও নাতৰিল। নগৰৰ ধনী সদাগৰজনৰ পুতেকলৈ নুমলীয়া ছোৱালীজনী বিয়া দি সম্পৰ্ক দৃঢ় কৰি ৰাখিলে।

দিন বাগৰিল। সুখে-সন্তোষে ঘৰ চলিল। এদিন তেওঁৰ ঘৰত উপস্থিত হ'লহি আত্মীয় বুলি পৰিচয় দিয়া এজন বয়সিয়াল মানুহ, তেওঁৰ পত্নী আৰু এটি ল'ৰা। টোপোলা-টাপলি লৈ আহোঁতেই ধৰিব পাৰিলে যে পৰিয়ালটো প্ৰকৃততে ওৱাংলুঙৰ সম্পত্তি দেখিয়ে আহিছে। ওৱাঙে তেওঁলোকক চিনি নাপালে কিন্তু আত্মীয় বুলি কোৱাত ঘৰত স্থান দিয়াতো কাৰ্পণ্য নকৰিলে। কিন্তু মাত্ৰ এটা কথাতহে তেওঁ বেজাৰ পালে— পৰিয়ালটোৱে দুখৰ দিনত মাত দিবলৈকো অহা নাছিল। ঘৰৰ পৰা মূল দুজন আঁতৰিলেও পুনৰ পৰিয়ালটো ডাঙৰ হ'ল। ধনী মানুহ হোৱাৰ বাবেই চিন্তা কৰিবলগীয়া নাছিল। কিন্তু গাঁৱত আকৌ বানপানীৰ তাণ্ডৱ লীলা আৰম্ভ হ'ল। বিপদ

অকলে নাহে, এফালে বানপানী, আনফালে ডকাইতৰ উপদ্ৰৱ। গাঁওবাসী ত্ৰাহি কম্পমান হ'ল। এদিন ওৱাংলুঙৰ ঘৰৰ কাষৰে মধ্যবিত্ত পৰিয়ালৰ এঘৰত ডকাইতি হ'ল। ওৱাংলুঙৰ দৰে ধনীৰ ঘৰ এৰি সাধাৰণ মানুহৰ ঘৰত ডকাইতে কিয় উপদ্ৰৱ কৰিলে— তাৰ ৰহস্যহে তেওঁ বুজিব নোৱাৰিলে। এদিন সেই ৰহস্যও ভেদ হ'ল। যিজন পুৰুষ তেওঁৰ আত্মীয় বুলি আছেহি, প্ৰকৃততে তেওঁ ডকাইতৰ চৰ্দাৰ। ওৱাংলুঙে ডকাইতৰ পৰিয়ালটো খেদিও দিব নোৱৰা হ'ল, থাকিলেও কোন দিনা কি কৰে সেই বিষয়েও চিন্তিত হ'ল। শেষত তেওঁ সহ-অৱস্থানৰ বাবে সেই পৰিয়ালটো আত্মীয় ভাবতে ৰখাৰ কথা ভাবিলে। ওৱাংলুঙে আত্মীয় স্বামী-স্ত্ৰীহালক নিচাসক্ত কৰি ৰাখিবৰ বাবে নিতৌ কানিৰ যোগান ধৰে যদিও সেই নিচাই তেওঁলোকক একোৱে কৰিব নোৱাৰিলে। মুঠতে অপকাৰ নকৰিবৰ বাবে ওৱাংলুঙে তেওঁলোকক ৰাজসুখতে ৰখাৰ সকলো ব্যৱস্থা ল'লে। তথাপিও তেওঁৰ সমস্যা আঁতৰি নগ'ল। আত্মীয় পৰিয়ালৰ ল'ৰাটো অত্যন্ত কামুক। তাৰ চকু পৰিল ওৱাংলুঙৰ বোৱাৰীয়েকৰ ওপৰত। তেওঁ ল'ৰাটোৰ গতি-মতি কেইবাদিনো লক্ষ্য কৰিছিল। কিন্তু প্ৰকাশ্যে একো ক'ব নোৱাৰে। এনে এক সমস্যাত ডুবি থাকোঁতে এদিন খেতিৰ তদাৰক কৰা প্ৰবীণ বিষয়াজনৰো মৃত্যু হ'ল। বিষয়াজনৰ মৃত্যুৰ পাছত ওৱাংলুঙৰ কৃষি-কৰ্মৰ প্ৰতি অনীহা জন্মিল। সাতে-সোতৰই চিন্তা কৰি তেওঁ গাঁও এৰি নগৰলৈ গৈ বসতি কৰাৰ কথাহে চিন্তা কৰিলে। তেওঁ পৈত্ৰিক গাঁৱৰ সম্পত্তিৰ মোহ ত্যাগ কৰি ঘৰখন আত্মীয় পৰিয়ালক চমজাই, খেতিৰ মাটি অন্যক আধিয়াৰলৈ দি নগৰলৈ গ'ল। তেওঁ নগৰত এটি অজ্ঞাত অঞ্চলত ঘৰ সাজিলে। নগৰৰ সেই অঞ্চলত থাকিও ওৱাংলুঙৰ আমনি লাগিল। তেওঁ পুনৰ চিন্তা কৰিলে, নগৰৰ গণ্য-মান্য ধনী ব্যক্তি হ'লেও তেওঁৰ প্ৰকৃত পৰিচয় কৃষক হিচাপেহে। খেতি-মাটিৰ মোহে তেওঁৰ আকৌ মন আচ্ছন্ন কৰিলে। নিতৌ তেওঁৰ চকুত ভাহি থাকে সুজলা-সুফলা শস্য-শ্যামলা খেতি-পথাৰ কেইখন আৰু চপাই আনি সযতনে ভঁৰালত ভৰোৱা শস্যখিনি। পুনৰ গাঁৱলৈ গৈ গাঁৱলীয়া খেতিয়ক হোৱাৰ প্ৰবল ইচ্ছা জন্মিলেও বয়সে কিন্তু বাধা দিলে। ওৱাংলুঙৰ ইচ্ছা আছিল তেওঁৰ পাছত পৈত্ৰিক কৃষি বৃত্তিক জীয়াই ৰখা। সেইবাবে মাজু পুত্ৰক (দ্বিতীয়) এজন আদৰ্শ কৃষক হিচাপে গঢ়ি তোলাৰ স্বপ্নও দেখিছিল। কিন্তু ভবা কথা নহয় সিদ্ধি, বাটত আছে কণা বিধি— আধুনিক শিক্ষা পোৱা ল'ৰাই খেতি কৰিবলৈ সংকোচ কৰিলে। তদুপৰি সেই ল'ৰাটিও উদণ্ড স্বভাৱৰ। কেইবাটাও অপৰাধো কৰিছে। এদিন সি পলায়ো গ'ল। পাছতহে ওৱাংলুঙে জানিব পাৰিলে যে দ্বিতীয় পুত্ৰই সৈন্য বাহিনীত নামভৰ্তি কৰিলে। বয়সে হেঁচা মাৰি ধৰা ওৱাংলুঙে কথাবোৰ জানিও মনে মনে থাকিল। এতিয়া তেওঁ শক্তিহীন, নিৰুপায়।



(৬)

বয়স বাঢ়ি অহাৰ লগে লগে ওৱাংলুঙৰ মনত মৃত্যুভয়ৰ চেতনাই আমনি কৰিবলৈ ধৰিলে। নীৰৱে বহি গাঁৱৰ খেতি-ফচললৈ মনত পেলায়। তেওঁ যেন আগৰ দৰে কৰ্মঠ হৈ খেতিত ধৰিব। এই দুৰ্নিবাৰ বাসনাই তেওঁক উন্মনা কৰিলে। এদিন তেওঁ দৃঢ় সংকল্প ল'লে, তেওঁ আৰু নগৰত নাথাকে। পুনৰ গাঁৱলৈ ঘূৰি যাব— খেতিত লাগিব। গাঁৱৰ খেতিৰ জীৱনহে সত্য। সেইবাবে এদিন তেওঁ শাৰীৰিকভাৱে অক্ষম পংগু জীয়েক, ঘৰৰ কাম কৰা লগুৱালৈ গাঁৱৰ ঘৰলৈ ঘূৰি আহিল। গাঁৱলীয়া পথেৰে যেতিয়া তেওঁ গাড়ীত আহি আছিল, বাটৰ দুয়োফালে বিস্তীৰ্ণ অঞ্চলত খেতিৰ শোভাই তেওঁৰ মন-প্ৰাণ আকৰ্ষণ কৰিলে। ৰ'ব নোৱাৰি গাড়ীৰ পৰা নামি সেই শোভা অপলক দৃষ্টিৰে চাই ৰ'ল। ইতিমধ্যে গাড়ীখন যে আগবাঢ়ি গ'ল তেওঁ গমকে নাপালে। মনত অলেখ সপোন, অপাৰ আনন্দৰে খেতি পথাৰলৈ চকু দি থাকোঁতেই গাঁৱৰে কিছুমান ল'ৰাই চিঞৰ-বাখৰ কৰা তেওঁ শুনিলে। ক্ৰমাৎ ল'ৰাবোৰ তেওঁৰ ওচৰ চাপিল। ল'ৰাবোৰে ইতিকিং কৰি তেওঁক শুনাই ক'বলৈ ধৰিলে, "হেৰৌ! সৌ বুঢ়াটোৰ হেঁপাহ দেখিছহঁক? মাটিৰ খঁকত আকৌ গাঁৱলৈ আহিল। চালাই আমাক মাটিবোৰ দি গৈছিল নহয়— এতিয়া সেইবোৰ আমাৰ— এইবোৰ বেচি-মেলি টকা-পইচা ভগাই ল'মহঁক— বুঢ়াই কি কৰে চাওঁ।"

ল'ৰাহঁতৰ কথা শুনি বৃদ্ধ ওৱাংলুঙে ৰ'ব নোৱাৰি ল'ৰাহঁতক ক'লে,—

"— হেৰৌ। তহঁতনো কোন— পাহৰি গ'লি কিয়? তহঁতো খেতিয়কৰে ল'ৰা! কৃষিৰ বাদে খেতিয়কৰ কোনো অস্তিত্বই নাই, বোপাইহঁত! খেতিয়েই সৰ্বস্ব। পৃথিৱীখন লখিমীস্বৰূপ! খেতিয়কে খেতি নকৰিলে কৰিব কোনে? সোণ-মাটি বেচাৰ কথা তহঁতে ভুলতো নাভাবিবি। এই মাটিয়ে মোক মানুহ কৰিলে— তহঁতকো কৰিব।"

কিন্তু বুঢ়া ওৱাংলুঙৰ কথা নতুন পুৰুষে জানো শুনিব?

ল'ৰাহঁতে বুঢ়ালৈ চাই কেৱল বিদ্ৰূপহে কৰিলে।

THE GOODEARTH (1932)
John Day, U.S.

# আৰ্নেষ্ট (মিলাৰ) হেমিংওৱে ঃ
## ফৰ হুম দ্য বেল টলচ

(১)



*'দ্য অল্ড মেন এণ্ড দ্য চি'*(১৯৫২), *'এ ফেয়াৰওৱেল টু আৰ্ম'*(১৯২৯) আদি জগতবিখ্যাত উপন্যাস ৰচনা কৰোঁতা আমেৰিকাৰ তথা বিশ্বৰ এগৰাকী ঔপন্যাসিক আৰ্নেষ্ট (মিলাৰ) হেমিংওৱেৰ জন্ম আমেৰিকাৰ চিকাগোত (অ'ল্ডপাৰ্ক) ১৮৯৯ চনৰ ২৯ জুলাইত। বিদ্যালয়ত পঢ়ি থকা সময়তে তেওঁৰ নামৰ সৈতে সংযোজিত 'মিলাৰ' অংশ বাদ পৰে। পিতাক এজন অভিজ্ঞ চিকিৎসক। সেইবাবে পুত্ৰ আৰ্নেষ্টকো এজন চিকিৎসক হিচাপে গঢ় দিবলৈ বিচাৰিছিল। আনফালে মাক আছিল সংগীতসেৱী। তেওঁ পুত্ৰক তেওঁৰ দৰে সংগীত সাধক হৈ 'শিল্পী' হোৱাহে কামনা কৰিছিল। কিন্তু সময়ত দেউতাক আৰু মাকৰ ইচ্ছাৰ বিপৰীতে তেওঁ অন্য পথহে বিচাৰি ল'লে। স্কুলীয়া শিক্ষা সমাপ্ত কৰি হেমিংওৱেই 'কনচাচ চিটি ষ্টাৰ' নামৰ কাকত এখনৰ সংবাদদাতা হিচাপে আত্মপ্ৰকাশ কৰিলে। কিন্তু তেওঁ সেই কামত বেছি দিন নাথাকিল। প্ৰথম মহাযুদ্ধৰ সময়ত তেওঁ ইটালীৰ সৈন্যবাহিনীত যোগ দি এম্বুলেঞ্চ গাড়ীৰ চালক পদত নিযুক্ত হয়। সেই সময়তে দুৰ্ঘটনাত পতিত হৈ পুনৰ আমেৰিকালৈ ঘূৰি যায়।






কিছুদিন থাকি আকৌ সংবাদদাতা হিচাপে তুৰস্কলৈ যাত্ৰা কৰিলে। কিন্তু তুৰস্কতো বেছি দিন নাথাকি ফ্ৰান্সৰ পেৰিচতে স্থায়ীভাৱে থকাৰ বাবে সিদ্ধান্ত গ্ৰহণ কৰিলে যদিও তাতো বেছি দিন নাথাকিল। সেই সময়ত স্পেইনত হোৱা গৃহযুদ্ধত তেওঁ সাংবাদিক হিচাপে গৈ যুদ্ধৰ তথ্য-পাতি সংগ্ৰহ কৰিছিল। যুদ্ধতকৈও তেওঁ আকৰ্ষিত হৈছিল সেই দেশৰ জাতীয় খেল, মানুহ আৰু ষাঁড়গৰুৰ যুঁজ খেলতহে। ১৯৪০ৰপৰা ১৯৫৯ চনলৈকে তেওঁ কিউবাতো আছিল। হেমিংওৱেৰ পাৰিবাৰিক জীৱনো আছিল বৈচিত্ৰ্যপূৰ্ণ। প্ৰথমগৰাকী পত্নী তেওঁৰ বাল্য বান্ধৱী আছিল। তাৰ পাছতো তেওঁ তিনিগৰাকীক বিয়া কৰাইছিল। শেষ বয়সত তেওঁ অসুখত ভুগি থকা বাবে ১৯৬১ চনৰ ২১ জুলাইত বন্দুকেৰে আত্মহত্যা কৰে।

হেমিংওৱেৰ সাহিত্যকৃতি তেওঁৰ উপন্যাসৰাজি। ১৯২৫ চনত তেওঁৰ প্ৰথম প্ৰকাশিত গল্প সংকলন *'ইন আৱাৰ টাইমচ'*, *'দ্য চান অলচ' ৰাইজেচ'*(১৯২৬), *'এ ফেয়াৰওৱেল টু আৰ্মচ'*(১৯২৯), *'টু হেভ এণ্ড হেভ নট'*(১৯৩৭), *'ফৰ হুম দ্য বেলচ্ টলচ'*(১৯৪০) আৰু *'দ্য ওল্ড মেন এণ্ড দ্য চি'*(১৯৫২) তেওঁৰ বিখ্যাত উপন্যাস। হেমিংওৱেৰ চুটিগল্প সংকলনসমূহ— *'মেন উইদাউট্ অ'মেন'*(১৯২৭), *'উইনাৰ টেক নাথিং'*(১৯৩৩) আৰু *'দ্য ফিফ্থ কলম'*(১৯৩৮)।

*'দ্য ওল্ড মেন এণ্ড দ্য চি'* উপন্যাসৰ বাবে ১৯৫২ চনত পুলিৎজাৰ বঁটা লাভ কৰিছিল। ১৯৫৪ চনত হেমিংওৱেই সাহিত্যত নোবেল বঁটা লাভ কৰে।

*'ফৰ হুম দ্য বেল টলচ্'*— সমালোচকসকলৰ মতে তেওঁৰ শ্ৰেষ্ঠ কৃতি। এই বৃহৎ উপন্যাসখনৰ অসমীয়া অনুবাদ কৰিছে ড° বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যই, *'দেৱ দুন্দুভি বাজে কাৰ বাবে'* নামকৰণ কৰি।

(২)

স্পেইন দেশত ৰিপাব্লিকান আৰু ফেচিষ্ট দলৰ মাজত হোৱা গৃহযুদ্ধত (১৯৩৬-৩৯) ৰিপাব্লিকান দলৰ সমৰসজ্জা, জনসাধাৰণৰ অফুৰন্ত সমৰ্থন আৰু এচাম লোকৰ ত্যাগ সম্পৰ্কে হেমিংওৱেই তেওঁৰ *'ফৰ হুম দ্য বেল টলচ'* উপন্যাসত বিস্তৃতভাৱে বৰ্ণনা কৰিছে। বৃহৎ আকাৰৰ উপন্যাসখনৰ সংক্ষিপ্ত গল্পৰূপ এনে ধৰণৰ—

আমেৰিকাৰ এজন যুৱক ৰবাৰ্টো জৰ্ডান। পেচাত তেওঁ শিক্ষক। বিস্ফোৰকৰ দ্বাৰা দলং আদি ধ্বংস কৰা সম্পৰ্কে অধ্যয়ন কৰি সেই কামত অভিজ্ঞ হৈ পৰিল। যি সময়ত স্পেইন দেশত গৃহযুদ্ধ হৈছিল, সেই সময়তে তেওঁ তালৈ আহিবলগীয়া হৈছিল। ডেকাজন প্ৰজাতন্ত্ৰীবাদৰ বিশ্বাসী। সেইবাবে স্পেইনৰ গৃহযুদ্ধত তেওঁ ৰিপাব্লিকান দলৰ হৈ একনায়কত্ববাদী ফেচিষ্টসকলৰ বিৰুদ্ধে কাম কৰাৰ বাবে সংকল্পবদ্ধ হ'ল। ৰিপাব্লিকান দলৰ সমৰ্থক আছিল সাম্যবাদী-কমিউনিষ্ট, আধুনিকবাদী-সমাজবাদী

আৰু সমধৰ্মী কেইটিমান দল। ফেচিষ্ট দলৰ সমৰ্থক বুৰ্জোৱা পুঁজিপতিসকল, ধৰ্মীয় সংৰক্ষণবাদী, একনায়কত্ববাদী ফ'লনজিষ্টসকল। এওঁলোকো অস্ত্ৰ-শস্ত্ৰত পাকৈত, গেৰিলা প্ৰশিক্ষণপ্ৰাপ্ত আৰু সংখ্যাতো অধিক।

ৰবাৰ্টো গেৰিলা-যুদ্ধৰ প্ৰশিক্ষণপ্ৰাপ্ত এজন যোদ্ধা। সকলো প্ৰকাৰৰ দলং ধ্বংস কৰাৰ বাবে তেওঁৰ চাহিদাও বেছি। গতিকে ৰিপাব্লিকানসকলে তেওঁৰ ওপৰতে নিৰ্ভৰ কৰিছিল লো-তীখাৰে নিৰ্মিত সেই দলংখন ধ্বংস কৰা বিষয়ত। দলংখন এটি পাহাৰীয়া নিজৰাৰ ওপৰত আছিল। নিজৰাৰ দৰে দলংখনো চুটি, ঠেক যদিও গুৰুত্বপূৰ্ণ। সেই দলংখনৰ ওপৰেদিয়েই শত্ৰুপক্ষৰ অহা-যোৱা, ৰচদ-পাতি অনা-নিয়া কৰা হয়। এবাৰ যদি কেনেবাকৈ দলংখন উৰাই দিব পৰা যায়, তেতিয়াহ'লে শত্ৰুদলৰ কঁকাল ভাগিব।

স্পেইনত ভৰি দিয়েই ৰবাৰ্টোৱে মাত্ৰ এটাহে চিন্তা কৰিলে, যিকোনো উপায়েৰে দলংখনৰ বিস্ফোৰণ ঘটোৱা। সেই কামত যদি তেওঁ সফল হ'ব পাৰে, তেন্তে ভাগ্যৰবিও তেওঁৰ হাতৰ মুঠিত আপোনা-আপুনি সোমাবহি। কথাবোৰ চিন্তা কৰি কৰি তেওঁ দুৰ্গম পথেৰে বাট বুলিলে। পাইন গছৰ মাজে মাজে আগবাঢ়োতে তেওঁ প্ৰতি খোজতে শত্ৰুপক্ষৰ ভয়ত শংকা অনুভৱ কৰিলে। যুৱক শিক্ষক ৰবাৰ্টোৰ স্বাধীন মন— মানুহক মুক্তি দিয়াই তেওঁৰ উদ্দেশ্য। সেই মুক্তিৰ বাবেই তেওঁ আগবাঢ়িছে। তেওঁৰ লক্ষ্য হ'ল দুৰ্গম বাটৰ শেষত সেই গেৰিলা যুদ্ধৰ নিপুণ দলপতিজনক সাক্ষাৎ কৰা। ৰবাৰ্টোক পথৰ সন্ধান দিয়াৰ বাবে মকৰল কৰা হৈছিল বুঢ়া আনশ্বেলমোক। বুঢ়া হ'লেও মানুহজনৰ দেশপ্ৰেম শলাগিবলগীয়া। তেওঁৰ ঘৰ বাৰ্ক ডি আভিলাত। মানুহজন গাঁঠলু, পাহাৰ বগোৱাত পাকৈত। দুয়ো বেলি ওলোৱাৰ আগতেই দলপতিক সাক্ষাৎ কৰিবলৈ ওলাইছিল। যিমানেই তেওঁলোক আগবাঢ়ে বাটো যেন সিমানেই আগবাঢ়ি যায়। ভোকত ৰবাৰ্টোৰ পেট শুকাল। খোৱাৰ বাবেও বাটত একো নাছিল। পেটৰ ভোক পেটতে সামৰি দুয়ো আকৌ পাহাৰীয়া পথেৰে আগবাঢ়িল। তেওঁলোকৰ সেই যাত্ৰা যে সেন্দূৰীয়া নহয়, ৰবাৰ্টোৱে নজনা নহয়। কিন্তু বিপদক ভয় কৰি বহি থাকিলে জানো হ'ব? প্ৰকৃতপক্ষে ৰবাৰ্টোৰ বাবে কামটো সহজ। কেৱল দলং বিস্ফোৰণ কৰাই নহয়, তেওঁ ইতিমধ্যে ৰেলগাড়ীও বিস্ফোৰণেৰে চূৰ্ণ-বিচূৰ্ণ কৰাৰ অভিলেখ আছে। সেইবাবে আঁচনিমতে ভাঙিবলগীয়া দলংখন যিমানেই ডাঙৰ নহওক, তেওঁৰ নিজৰ বুদ্ধি, বিচক্ষণতা আৰু গেৰিলা অভিজ্ঞতাৰে সেই কাম যে সহজে কৰিব পাৰিব, সেই বিষয়ত নিজৰ ওপৰতে সম্পূৰ্ণ আস্থাও আছে। তাৰ বাবে প্ৰয়োজনীও সামগ্ৰীও তেওঁৰ মজুত আছে।

দুয়ো আগবাঢ়িল। ৰবাৰ্টোৰ মনত পৰিলে, অভিযান আৰম্ভ কৰাৰ আগতে যেতিয়া দলৰ নায়ক গ্ল'জক তেওঁ লগ ধৰিছিল, গ্ল'জে তেওঁক কেইবাটাও প্ৰয়োজনীয়



পৰামৰ্শ দিছিল। এখন নক্সা আৰু গুৰুত্বপূৰ্ণ কাগজ দেখুৱাই গ্ল'জে ৰবাৰ্টোক স্থান ডোখৰৰো এটা বিৱৰণ দিছিল। গ্ল'জে পৰিষ্কাৰ কৰি বুজাই দিছিল যে বিদ্ৰোহীসকলৰ কাম-কাজ পৰিকল্পিত হ'ব লাগিব। সদায় মগজু শীতল কৰি ৰাখি আগ-পাছ চিন্তা কৰি ল'ব লাগে। তেওঁ বুজাই দিছিল— দলং এখন বিস্ফোৰণ কৰা সহজ, কিন্তু তাৰ আগত চিন্তা কৰিব লাগিব সেই বিস্ফোৰণৰদ্বাৰা প্ৰকৃত কাম হ'বনে নহয়। শত্ৰুসেনাৰ আহ-যাহৰ ভিত্তিতহে কাম কৰিব লাগে যাতে এজনো শত্ৰু সাৰি নাযায়। সেনাৰ বাবে দলংখন গুৰুত্বপূৰ্ণ। দুয়ো ফালৰ ছাউনী (Sentry)ৰ সংযোগ হ'ল সেই দলংখনহে। চোৰাংচোৱাৰ তথ্যমতে, দলঙৰ ওপৰত কেৱল দুটা সৈন্যইহে পহৰা দিয়ে। অৱশ্যে সময়ৰ বিৰতিত দুয়োটাই সলনি হৈ নতুনকৈ আহে। সৰু নিজৰাৰ দলং বাবেই হয়তো দুটা সৈন্যহে মকৰল কৰা হৈছে। তলত সৈন্যৰ দল এটাই মাজে মাজে পহৰা নিদিয়া নহয়। গ্ল'জে এই কথাও বুজাই দিছিল যে দলংখন যেন নিৰ্দিষ্ট সময়ৰ আগতে উৰাই দিয়া নহয়। কাৰণ তেনে কৰিলে বিপক্ষই বিকল্প ব্যৱস্থা গ্ৰহণ কৰিব পাৰে, নতুবা অধিক তৎপৰতাও অৱলম্বন কৰিব। আন শ্বেল মোৰ সম্পৰ্কেও নায়কজনে ইতিবাচক মন্তব্য দি কৈছিল যে মানুহজন দেখাত বুঢ়া হ'লেও কৰ্মঠ আৰু বিশ্বাসী।

পাইন গছৰ মাজে মাজে লুংলুঙীয়া পাহাৰীয়া পথ। দুয়ো আগবাঢ়ি গৈ আছে। হঠাতে আনশ্বেলমো ৰৈ গ'ল। ৰবাৰ্টোৱে ভাবিলে হয়তো বুঢ়াৰ জিৰণিৰ প্ৰয়োজন হৈছে। কিন্তু আনশ্বেলমোৱে ক'লে যে তেওঁ এক বিশেষ কামত এফালে যাবলৈ বিচাৰিছে। ৰবাৰ্টোৱে যেন গছৰ ছাঁতে বহি কিছু সময় জিৰণি লয়। জিৰণি ল'বলৈ কৈয়েই বুঢ়াই কিছু দূৰ গৈ গ্ৰেনাইট শিলেৰে পৰিপূৰ্ণ ওখ পাহাৰটো বগাবলৈ ধৰিলে। মিহি পিছল শিলৰ ওপৰেদি বগুৱাই বাই যোৱা আনশ্বেলমোৰ শাৰীৰিক ছন্দ ৰবাৰ্টোৱে পাইন এজোপাত আঁউজি চাই থাকিল।

কিছু সময়ৰ পাছত আনশ্বেলমোৱে এজন মানুহ লগত লৈ ৰবাৰ্টোৰ ওচৰ চাপিল। আগন্তুকৰ নাম পাবলো। সেই অঞ্চলৰ আত্মগোপনকাৰী ঘাটিৰ দলপতি। মানুহটো দেখাত সম্পূৰ্ণ গাঁৱলীয়া। চেপেটামুখীয়া মানুহটোৰ দাড়ি-চুলিৰে ভোবোকাৰ, চুলিত তেলৰ মুখ দেখাই নাই। মুখত কটাৰ দাগ বিদ্যমান। ৰবাৰ্টোৱে পাবলোৰ সৈতে পৰিচয় হ'ল যদিও ৰবাৰ্টোৰ প্ৰতি তাৰ এটি সন্দেহৰ ভাবো আছিল। সেয়েহে সি প্ৰথমেই ৰবাৰ্টোৰ পৰিচয় পত্ৰ চাবলৈকো বিচাৰিছিল। ৰবাৰ্টোৱে জানিব পাৰিলে পাবলোৰ ঘৰ আভিলা বোলা অখ্যাত ঠাই এখনত। পাবলোৱে কথাৰ মাজতে এবাৰ ৰবাৰ্টোৰ বিস্ফোৰক সামগ্ৰী থকা মোনা দুটা ভৰিৰে ঠেলি দি ক'লে যে— সেই বস্তুবোৰেই সকলো অশান্তিৰ মূল। ৰবাৰ্টো সচকিত হ'ল। পাবলোৰ ওপৰত খং উঠিছিল যদিও দমাই ৰাখিলে। ঈষৎ হাঁহিৰে তেওঁ পাবলোক ক'লে যে কামটো যে গৰ্হিত, সেই কথা

তেওঁ জানে। কিন্তু উপায় নাই, দলপতিৰ আদেশ তেওঁ পালন কৰিবলৈকে আহিছে। তেওঁ বিদেশী যদিও বিশেষ দায়িত্ব দিহে আনিছে। সেইবাবে, বিদেশী যদিও তেওঁ কৰ্তব্যক অৱহেলা নকৰে। অৱশ্যে ঠিক যে স্পেনিজ নাগৰিক হ'ব পৰা হ'লে তেওঁ সুখী হ'লহেঁতেন। ৰবাৰ্টোৰ কথাত পাবলো আশ্বস্ত হ'ল।

এইবাৰ তিনিও যাত্ৰা আৰম্ভ কৰিলে। অটব্য হাৰিৰ মাজত কেৱল এটা ঠেক পথ। তিনিও গৈ এখন সমতল ভূমিত উপস্থিত হ'লগৈ। ঘাঁহ-বনেৰে ভৰা ঠাইখনত ঘাঁহ কাটি নিয়াৰ চিন আছে। অনতি দূৰৈত তেওঁলোকে কেইটিমান তজবজীয়া ঘোঁৰাও দেখিলে। সময়ত যে ঘোঁৰাকেইটা কামত আহিব সেই বিষয়ে ৰবাৰ্টোৱে চিন্তা কৰি পাবলোৰ আগত ঘোঁৰাকেইটাৰ স্বাস্থ্য-গঢ়-গতি সম্পৰ্কে প্ৰশংসাও কৰিলে। কথা প্ৰসংগতে ৰবাৰ্টোৱে জানিব পাৰিলে যে এইজন পাবলোৱেই সেই 'এৰিভেল' নামৰ ৰেলগাড়ীখন উৰাই দিছিল।

কিছু সময় ৰৈ পুনৰ তিনিও গতি কৰিলে অটব্য হাবিৰ মাজেৰে। হাবি-বন কাটি গৈ আন এখন সমতল ভূমি পালেগৈ। পৰ্বতৰ মাজৰ উপত্যকা। উপত্যকাৰ চাৰিওফালে বেৰৰ দৰে শিলৰ পাহাৰ। ঠিক চৰিয়া এটাৰ দৰে। তাৰ মাজতে এটা গহ্বৰ। গহ্বৰটোৱেই সম্ভৱ তেওঁলোকে বিচাৰি অহা সেনা নায়কৰ শিবিৰ। ৰবাৰ্টোৱে লক্ষ্য কৰিলে ঠাইখন সুৰক্ষিত আৰু গহ্বৰটোৰ চাৰিওফালে সুৰক্ষা দিয়া বেৰা। বাহিৰৰ পৰা তাত মানুহ থাকিব পাৰে বুলি কাৰোৱে সন্দেহো নহয়। গহ্বৰৰ মুখত জন্তু ধৰা কাঠৰ ফান্দ এখন সাজি থকা ৰাফেল নামৰ মানুহ এজন দেখিলে। পাবলোৱে মোনা দুটা গহ্বৰৰ ভিতৰত থ'বলৈ ওলাওঁতে সি মাত দি ক'লে যে ভিতৰত যাতে মোনা দুটা নুসুমাই গহ্বৰৰ মুখতে থৈ দিয়ে। ক'ব নোৱাৰি— কেনেবাকৈ বিস্ফোৰণ ঘটিলে গহ্বৰো উৰি যাব— সিহঁতৰো ভিকাচন ভাগিব। পাবলোৱে গহ্বৰৰ ভিতৰ সোমাল। বাহিৰত বহি থকা অঘৰীজাতীয় মানুহটো ৰবাৰ্টো আৰু আনশ্বেলমো। গহ্বৰৰ ভিতৰত ৰন্ধা খাদ্যৰ গোন্ধে তেওঁলোকৰ ভোক বঢ়াই তুলিলে।

(৩)

ৰবাৰ্টোৰ আমনি লাগিছিল। ৰাফেলে গহ্বৰৰ ভিতৰলৈ মোনা দুটা নিবলৈ মানা কৰাত বাহিৰৰ গছ এজোপাৰ তলতে থৈ দিছিল। ৰবাৰ্টোৰ কান্ধত তেতিয়াও এটা মোনা আছিল, সম্ভৱ তেওঁৰ কাপোৰ-কানি। আমনি লগাত মোনাটো কান্ধৰ পৰা নমাই মাটিত থওঁতেই গহ্বৰৰ ভিতৰৰ পৰা পাবলোৰ সৈতে এজনী শকত-আৱত, ক'লা বৰণীয়া বিগতাযৌৱনা গাভৰু ওলাই আহিল। তাইৰ মুখত দৃঢ়তাৰ পৰিচয়। মানুহজনীৰ মাতটোও গলগলীয়া। ৰবাৰ্টোৱে মন কৰিলে মানুহজনীয়ে ওলাই আহোঁতে পাবলোক অবুজ ভাষাৰে যেন গালিহে পাৰিছে। ৰবাৰ্টোৰ সৈতে মানুহজনীৰ পৰিচয়



হ'ল। বৈপ্লৱিক কৰমৰ্দনো কৰিলে। ৰবাৰ্টোৱে তেতিয়াহে জানিব পাৰিলে মানুহজনী পাবলোৰে পত্নী আছিল। এতিয়া ৰিপাব্লিকান দলৰ আগশাৰীৰ নেত্ৰী— অভিযানটোৰ অন্যতম গুৰি ধৰোঁতা— নাম পিলাৰ। পিলাৰে ভাবিছিল ৰবাৰ্টোক ৰেলগাড়ী বিস্ফোৰণৰ বাবেহে ওপৰৱালাই পঠাই দিছিল। কিন্তু ৰবাৰ্টোৱে দলংখন ভঙাৰ উদ্দেশ্যেই যে তেওঁক পঠোৱা হৈছে সেই কথা সদৰি ক'লে। ইতিমধ্যে গহ্বৰৰ ভিতৰত খোৱাৰ বন্দোবস্ত কৰা হৈছিল। আটাইকেইজন খাবলৈ সোমাল। খোৱাৰ মেজত ৰবাৰ্টোৰ চকু পৰিল এজনী যুৱতীৰ ওপৰত। খোৱাৰ পৰিৱেশন তায়েই কৰিছিল। পিলাৰে তাইক মেৰীয়া আৰু সেই শিবিৰতে থকা দ্বিতীয় গৰাকী মহিলা বুলি পৰিচয় কৰি দিলে। মেৰীয়াই ৰবাৰ্টোলৈ এবাৰ যৌৱনসুলভ দৃষ্টিৰে চাই 'কমৰেড' বুলি সম্ভাষণো জনালে। ৰবাৰ্টোৱে মন কৰিলে ছোৱালীজনীৰ চুলিবোৰ মতা মানুহৰ দৰে ঠৰঙা। কৌতুহল সামৰিব নোৱাৰি সোধাত তাই ক'লে যে তাই ৱল্লাভালভেৰ কাৰাবাসত থাকোঁতেই চুলি খুৰাই দিছিল। মেৰীয়াক দেখি ৰবাৰ্টোৰ মনত যেন নতুন শিহৰণ জাগিল। স্পেনিজ গাভৰুৰ কমনীয় ৰূপ-মাধুৰীত তেওঁ মুগ্ধ হ'ল।

মেৰীয়াৰ জীৱন কাহিনীও দুখময়। সীমান্তৰ এখন গাঁৱৰ ছোৱালী মেৰীয়াক শাসনাধীস্থ ফেচিষ্ট দলে পাশৱিক অত্যাচাৰ কৰিছিল। সিহঁতৰ গাঁৱৰ বহুতকে বন্দী কৰি জাহাজেৰে দক্ষিণৰ ফালে পঠাই দিছিল। পাছে ফেচিষ্ট দলে জাহাজখন ধ্বংস কৰিলে। তাই সেই সুযোগতে পলাল। তাইক উদ্ধাৰ কৰিলে প্ৰজাতন্ত্ৰী লোকে। সেই দলৰে অন্যতম নেত্ৰী পিলাৰে তাইক আশ্ৰয় দিলে। মেৰীয়া হৈ পৰিল পিলাৰৰ আশ্ৰিতা সহকৰ্মী। তাইৰ মনতো জাগ্ৰত হ'ল ফেচিষ্ট-বিৰোধী মনোভাব। সেই দলক যিকোনো প্ৰকাৰে প্ৰতিশোধ ল'বলৈ তাই দৃঢ়প্ৰতিজ্ঞ। মেৰীয়াই তাইৰ জীৱনৰ আদ্যোপান্ত কথা ৰবাৰ্টোক ক'লে। খোৱাৰ সময়ত স্পেনীয় প্ৰথামতে কথা পতা নিষেধ, কিন্তু বিদেশী বুলিয়েই হ'বলা ৰবাৰ্টো তাৰপৰা ৰেহাই পালে। একেদিনাই ৰবাৰ্টো আৰু মেৰীয়াৰ মাজত প্ৰেমৰ বান্ধোনো দৃঢ় হ'ল।

(৪)

প্ৰেমত মগ্ন হৈ থাকিলেই জাৰ্নো প্ৰকৃত কাম সম্পন্ন হ'ব?— ৰবাৰ্টোৰ মনলৈ সেই চেতনা ঘূৰি আহিল। খোৱা পৰ্ব সমাপ্ত কৰি তেওঁ বিশ্বস্ত এজন গেৰিলা আৰু আনশ্বেলমোক লৈ দলংখন এবাৰ নিজে চাই অহাৰ কথা ভাবিলে। শিবিৰতে মোনাৰ পৰা উলিয়াই দলঙৰ আৰু সেই অঞ্চলৰ ৰৈখিক চিত্ৰখন পৰীক্ষা কৰি, সেইখন নুৰিয়াই মোনাত ভৰাই দুপৰীয়া তেওঁলোকে যাত্ৰা আৰম্ভ কৰিলে। একেই পাহাৰীয়া পথ— শাৰী শাৰী পাইন গছ। বেলিৰ পোহৰ পাইনৰ মাজে মাজে আহি বিক্ষিপ্তভাৱে পৰিছে। তিনিও আগবাঢ়ি গৈ আবেলি সময়ত দলংখনৰ কাষ পালেগৈ। তেওঁলোক

থিয় হোৱা ঠাইৰ পৰা দূৰত্ব প্ৰায় পঞ্চাশ গজমান হ'ব। দলঙৰ দুয়োমূৰে দুটা সেনাৰ শিবিৰ। দলংখনৰ ওপৰত দুটা সেনাই ইফাল-সিফাল কৰি পহৰা দি আছিল। ৰ'দৰ পোহৰত সিহঁতৰ বন্দুকৰ আগত থকা বেয়নেট দুখন তিৰবিৰাই আছিল। ৰবাৰ্টোৱে দলংখন বাইনেকুলাৰেৰে চাই দলপতিৰ বৰ্ণনা যে সঠিক সেই বিষয়ে নিশ্চিত হ'ল। লো-তীখাৰে নিৰ্মিত দুখন মাত্ৰ গাড়ী একেলগে পাৰ হ'ব পৰা ঠেক দলং। তলেদি বৈ গৈছে ঝৰঝৰ শব্দৰে পাহাৰীয়া নিজৰাটো। নিজৰাটো চাই কোনেও অনুমান কৰিব নোৱাৰে দলংখনৰ গুৰুত্ব, ৰবাৰ্টো বৈ নাথাকিল। আন শ্বেল মোৰে সজাগ প্ৰহৰীৰ দৰে চাৰিওফালে সতৰ্ক দৃষ্টি ৰাখিছিল। ৰবাৰ্টো জৰ্ডানে ৰেখাচিত্ৰখন উলিয়াই পেঞ্চিলেৰে কিছুমান দাগ দি নোট বহীটোত কিবা লিখিলে। ঠিক সেই সময়তে তেওঁলোকৰ মূৰৰ ওপৰেদি এখন মনো-এৰোপ্লেন উৰি গৈছিল। 'বহু, হৈ যাব'— ৰবাৰ্টোৱে স্বস্তিৰ নিশ্বাস এৰি পুনৰ শিবিৰৰ বাটত অগ্ৰসৰ হ'ল। বাটত আহোতে অগষ্টিন নামৰ গ্ৰাম্য ভাষাতে কথা কোৱা পহৰীয়া এজনকো লগ পালে। ইতিমধ্যে আন্ধাৰো নামিছিল— কুঁৱলীয়েও পৃথিৱী আবৰি ধৰিছিল।

তেওঁলোক গহ্বৰৰ কাষ পোৱা মানে আন্ধাৰ বাৰুকৈয়ে হ'ল। কুঁৱলীও ক্ৰমাৎ বাঢ়িল। জাৰৰো প্ৰকোপ চৰিবলৈ ধৰিলে। গহ্বৰৰ ভিতৰত কেৱল ক্ষীণ পোহৰৰ চাকি এটা জ্বলি আছিল। বাহিৰলৈ যাতে পোহৰ নাযায়, তাৰ বাবে কম্বল এখনেৰে গহ্বৰৰ মুখখন ঢাকি ৰাখিছিল। ৰবাৰ্টো আৰু আনশ্বেলমো ভিতৰলৈ সোমাই গ'ল। পাবলোৱে প্ৰথমে ডিনামাইট ৰখা মোনাটো ভিতৰলৈ নিয়া বিষয়টো ভাল পোৱা নাছিল। তাৰ শংকা হৈছিল— যদি গহ্বৰত সেই ডিনামাইটে কিবা অঘটন ঘটায়। পাছে ৰবাৰ্টোৱে সামগ্ৰীবোৰ বাহিৰত ৰখা নিৰাপদ নোহোৱা বুলি জনোৱাত যেনিবা পাবলো মান্তি হ'ল। খোৱাৰ সময়ত সকলোৱে অভিযানটোৰ সম্পৰ্কে বিশদ আলোচনা কৰিলে। অভিযানটো গুৰুত্বপূৰ্ণ— ৰিপাব্লিকান দলৰ ভৱিষ্যতো তাৰ সৈতে জড়িত, সেইবাবে সকলোৱে সংঘবদ্ধভাৱে কাম কৰাৰো অংগীকাৰ কৰিলে। খোৱা-বোৱা শেষ কৰি ৰবাৰ্টো জৰ্ডান গহ্বৰৰ বাহিৰলৈ আহিহে ভালদৰে উশাহ ল'ব পাৰিলে। কাৰণ গহ্বৰৰ ভিতৰত ৰন্ধা-বঢ়াৰ গোন্ধ, মদৰ গোন্ধে যেন বতাহ কলুষিত কৰি থৈছিল। বাহিৰত জাৰ পৰিলেও মুকলি বতাহে তেওঁক আনন্দ দিলে। গহ্বৰৰ পৰা কিছু আঁতৰত খোলা ঠাইত ৰবাৰ্টোৰ বাবে এটি তম্বু তৰি শোৱাৰ ব্যৱস্থা কৰা হৈছিল। ৰবাৰ্টোৱে সেই বিছনাত পৰি এবাৰ দিনটোৰ কথাবোৰ চিন্তা কৰি চালে। তাৰ পাছত পৰৱৰ্তী দিনটোৰ কথাবোৰো মনলৈ আহিল। দিনটোৰ ভাগৰে ৰবাৰ্টোক ভাগৰুৱা কৰিছিল। এবাৰ মন কৰিলে শোৱাৰ বাবে গাৰু নাই। বুট জোতাযোৰকে গাৰু কৰি লৈ শুই পৰিল। কিছু পৰলৈ টোপনি অহা নাছিল যদিও কেতিয়া তেওঁৰ টোপনি আহিল ক'বকে নোৱাৰিলে। জাৰ বেছি যদিও পিলাৰে দুখনমান কম্বল বেছিঁকৈ দিছিল বাবে জাৰে আমনি কৰা



নাছিল। হঠাতে ৰাতি কাৰোবাৰ স্পৰ্শত ৰবাৰ্টোৰ টোপনি ভাগিল। খপজপকৈ বিছনাৰ শিতানত ৰছীৰে বান্ধি থোৱা পিষ্টল হাতত তুলি ল'লে। চাৰিওফালে চাই কাকোৱে নেদেখি পুনৰ শুবলৈ যত্ন কৰিলে। আকৌ সেই হাতৰ স্পৰ্শ অনুভৱ কৰিলে। কোনোবাই যেন তেওঁৰ মূৰত হাত বুলাইছে। সোঁহাতেৰে পিষ্টল লৈ বিছনাত বহি দেখিলে মেৰীয়াক। মেৰীয়া তম্বুটোৰ দুৱাৰমুখত তেতিয়া থিয় দি আছে। তাই দুৱাৰমান শুই থকা ৰবাৰ্টোক স্পৰ্শ কৰি যোৱা কথাটো ক'বলৈকো লাজ অনুভৱ কৰিলে। ৰবাৰ্টোৱে তাইক ভিতৰলৈ সোমাই আহিবলৈ ক'লে। প্ৰথম অৱস্থাত মেৰীয়াই তম্বুৰ ভিতৰলৈ আহিবলৈ সংকোচ কৰিছিল। তাই এবাৰ কৈয়েই দিছিল যে ভিতৰলৈ যাবলৈ তাইৰ ভয় হৈছে। কিন্তু ৰবাৰ্টোৰ নিৰ্ভয় বাণীত তাই ভিতৰলৈ সোমাই গ'ল। ৰবাৰ্টোৱে আগবাঢ়ি গৈ তাইৰ হাতত ধৰি বিছনাত শুৱাই সাবটি ধৰিলে। দুয়ো এক হৈ পৰিল। জাৰৰ মাজতো দুয়ো উত্তাপ অনুভৱ কৰিলে। ৰবাৰ্টোৱে তাইৰ ওঁঠত চুমা খাই ভৱিষ্যতে নিজৰ কৰি লোৱাৰ কথাও জনালে। ফেচিষ্টৰ কবলত তাইৰ শৰীৰ যে চুৰা হৈছিল— বহুতৰ অংগ স্পৰ্শত তাই যে ধৰ্ষিতা হৈছিল সেই কথাও অকপটভাৱে জনোৱাত ৰবাৰ্টোৱে সেই কথাবোৰ পাহৰি যাবলৈ কৈ স্পেইনৰ গৃহযুদ্ধৰ পাছতে তাইক আমেৰিকালৈ লৈ যোৱাৰ প্ৰতিশ্ৰুতি দিলে। সেই প্ৰতিশ্ৰুতিত তাই নতুনৰ সন্ধান পালে। তাইৰ মানসপটত ভাহি আহিল অটব্য সেই হাবি-গহ্বৰৰ ঠাইত এখনি সুন্দৰ পৰিকল্পিত ঘৰ-বাৰী। য'ত এজনী আদৰ্শ গৃহিণী হৈ ৰবাৰ্টোক সহায় কৰিব। আলিঙ্গনাবদ্ধ প্ৰেমিক-প্ৰেমিকা যুগল এটা সময়ত শিথিল হৈ পৰিল। বাহুবন্ধন খোল খালে যদিও মেৰীয়াই ৰবাৰ্টোক সজোৰে ধৰি থাকিলে। তাইৰ ভয় হ'ল জানোচা ৰবাৰ্টো আঁতৰি যায়। তাই মুক্তি বিচাৰিছে। ফেচিষ্ট দলৰ পাশৱিক অত্যাচাৰৰ পৰা মুক্তি পালেও প্ৰজাতন্ত্ৰী বিদ্ৰোহীৰ মাজতো যেন তাই মুক্ত নহয়। তাইৰ দেহৰ ওপৰত বহুতৰে চকু। আকৌ গহ্বৰৰ ভিতৰত, বিদ্ৰোহৰ কথা-বতৰা আৰু বন্দুক-বাৰুদৰ শব্দৰ মাজত জানো মানুহৰ মন মুকলি হ'ব পাৰে? এতিয়া তাইৰ সাহস জন্মিছে— আশাৰ উদয় হৈছে, নিশ্চয় ৰবাৰ্টোৱে তাইক মুকলি বতাহৰ সোৱাদ লোৱাৰ বাট মুকলি কৰি দিব। এতিয়াও ৰবাৰ্টো বিদেশী, পৰৰ মানুহ হ'লেও তাইৰ বাবে আপোন হ'ল।

(৫)

আনদিনাতকৈ ৰবাৰ্টোৱে সেইদিনা পলমকৈ সাৰ পালে। হয়তো যোৱাৰাতি সুখাবহ সজাগ সময়বোৰৰ বাবে পুৱতি নিশা টোপনি আহিছিল। সাৰ পাই দেখিলে মেৰীয়া নাই। কিন্তু বিছনাখনত তাই শুই থকাৰ ভাঁজটো আছে। হয়তো পুৱা ধৰা পৰাৰ ভয়তে বেচেৰী গহ্বৰলৈ ঘূৰি গ'ল। গহ্বৰৰ দুৱাৰমুখত বৰফৰ টুকুৰাবোৰ ওলমি আছিল। ৰবাৰ্টোৱে পাৰ হৈ যোৱা ৰাতিটোৰ কথা ভাবি পাছ মুহূৰ্ততে আগন্তুক দিনটোৰ কথাবোৰ

চিন্তা কৰিলে। বাহিৰলৈ চাওঁতে দেখা পালে পাবলোৱে মুৰে-গায়ে কম্বল এখন মেৰিয়াই গহ্বৰৰ ভিতৰলৈ গৈছে। কিছু সময়ৰ পাছতে আকাশেদি তিনিখন ফেচিষ্ট বাহিনীৰ ফিয়েট বিমান উৰি যোৱা ৰবাৰ্টোৱে মন কৰিলে। বিমানৰ শব্দ শুনি পাবলো আৰু আন এজন গহ্বৰৰ ভিতৰৰ পৰা ওলাই আহিল। দেখা পালে কাণ তাল মৰা শব্দৰে তিনিখন 'হেইংকেল ১১১' বিমান উৰি গৈছে। সেই বিমান কেইখনে কেইবাবাৰো আকাশত তহল দিছিল। ৰবাৰ্টোৱে সতৰ্ক হৈ গহ্বৰৰ মুখ পালেগৈ। পাবলোহঁতে তেতিয়াও বিমান নিৰীক্ষণ কৰি আছিল। ৰবাৰ্টোৱে গহ্বৰৰ ভিতৰলৈ গৈ পিলাৰৰ সৈতে যাবতীয় আলোচনা কৰি খোৱা-বোৱা কাম সমাপ্ত কৰিলে। খোৱা কাম সমাপ্ত কৰি পাবলোক লগত লৈ তেওঁ ওচৰৰ গাঁও এখনলৈ ওলাই গ'ল। তেতিয়াও আকাশত যুদ্ধৰ ফিয়েট বিমান অহা-যোৱা কৰি আছিল। সেইবাবেই তেওঁলোকে অতি সাৱধানেৰেহে আগবাঢ়িব পাৰিছিল। গাঁৱৰ মুখিয়ালজনক লগ ধৰি কেইটামান ঘোঁৰাও বিচাৰিলে। অভিযানত যথেষ্ট ঘোঁৰাৰ প্ৰয়োজন হ'ব। তেওঁলোক যিখন গাঁৱলৈ গৈছিল তাত অ'ত-ত'ত সিঁচৰতিভাৱে কেইঘৰমান আদিবাসীহে আছিল। গাঁৱৰ মানুহকেইঘৰৰ যাতায়াতৰ একমাত্ৰ সাৰথি আছিল ঘোঁৰা। ঘোঁৰাবোৰ প্ৰশিক্ষণপ্ৰাপ্ত। ৰবাৰ্টোৱে অনুসন্ধান কৰি তেনেকুৱা আন কেইখনমান গাঁৱৰো খবৰ কৰিলে। কিন্তু যি আশা কৰিছিল সেয়া সফল নহ'ল। গাঁৱৰ মুখিয়াল বা অন্যই হওক, সদায় বাহিৰা মানুহৰ পৰা আঁতৰি থাকে। সিহঁতে নিজৰ দোৱানৰ বাদে একো ভাষা নাজানে। তদুপৰি মানুহখিনিয়ে সংঘৰ্ষও নিবিচাৰে। ৰাজনৈতিকভাৱে অপৰিপক্ক। আদিবাসীবিলাকৰ পৰা সঁহাৰি নাপালেও ৰবাৰ্টো কিন্তু হতাশ নহ'ল। যিখিনি পোৱা হ'ল সেয়ে যথেষ্ট বুলি সন্ধ্যাৰ আগে আগে শিবিৰ পালেহি।

শিবিৰ পোৱাৰ সময়ত গোটেইখনতে বৰফ পৰি বগা হ'ল। ধাৰাসাৰ বৰফৰ বৰষুণত জাৰো বৃদ্ধি পালে। অভিজ্ঞ পাবলোৱে সেইবাৰে বৰফ বেছিকৈ পৰিব বুলি আগজাননীও দিছিল। তেওঁলোকে শিবিৰত উপস্থিত হৈহে দেখিলে আনশ্বেলমো আৰু ৰখীয়াটো তেতিয়াও অহা নাছিল। ৰবাৰ্টোৰ যে ভাগৰ লাগিছিল সেইয়া তেওঁৰ চলন-ফুৰণতে গম পোৱা হৈছিল যদিও বিদ্ৰোহীৰ অভিধানত 'ভাগৰ', 'জিৰণি' শব্দবোৰ অবান্তৰ। 'জাগি শুৱা বাচি খাবা'— এয়ে তেওঁলোকৰ মন্ত্ৰ। নৈশ আহাৰৰ পাছতে লোকচক্ষুৰ আঁৰতে মেৰীয়াৰ সৈতে কথা পাতি ৰবাৰ্টো নিজৰ শিবিৰলৈ গ'ল। অৱসাদ ভৰা দেহটো যেন বিছনাত থৈহে আৰাম লাগিল। গহ্বৰৰ ভিতৰতে পৰৱৰ্তী কামবোৰৰ চিজিল লগাই পাবলো, পিলাৰহঁতক কি কৰিব লাগিব সেই বিষয়ে ৰবাৰ্টোৱে ভালদৰে বুজাই দি আহিছিল। তেওঁলোকৰ বৈচিত্ৰ্যময় বিদ্ৰোহী জীৱনৰো



কথাবোৰ আলোচনা কৰিছিল। কথা প্ৰসংগত যাঁড়-যুঁজৰ কথাও ওলাইছিল। সেই যে যাঁড়-যুঁজৰ এজন সাহসী সহচৰ ভেলেলিয়াৰ ব্লেংকোৱেষ্ট— তেওঁৰ কথাই মানুহক উৎসাহিত কৰিব পাৰে— যুঁজাৰু মনোভাব জগাই তুলিব পাৰে। গহ্বৰৰ পৰা ফাৰ্নাণ্ডো নামৰ এজনে ৰবাৰ্টোক আগবঢ়াই দিলেহি। নিজৰ তম্বুত সোমোৱাৰ আগতে ফাৰ্ণাণ্ডোক শুভৰাত্ৰি জনাই ৰবাৰ্টোৱে অভিযান পুৱা চাৰিমান বজাত আৰম্ভ কৰিব বুলিও জনালে। হঠাতে মোনা দুটা নেদেখি ৰবাৰ্টোৱে ভয়েই খাইছিল, পাছত মনত পৰিলে যে পিলাৰে সেই দুটা গহ্বৰৰ নিৰাপদ ঠাইত সযতনে থৈ দিছিল। সেই ৰাতি ইচ্ছা কৰিয়েই ৰবাৰ্টোৱে মেৰীয়াৰ আগমন কামনা কৰা নাছিল। কাৰণ তাই অহা মানে আন এটা উজাগৰী ৰাতি কটোৱা। কিন্তু পৰৱৰ্তী দিনটো হ'ব সজাগ দুঃসাহসিক কামৰ ব্যস্ততাপূৰ্ণ সময়। তাত প্ৰেমিক-প্ৰেমিকাৰ লেহেমীয়া গতি নাথাকিব, থাকিব অনাগত বিপদৰ মৃত্যু-ঘণ্টাৰ জাননীহে।

শোৱাৰ পাছতে ৰবাৰ্টোৰ টোপনি আহিল। মাজৰাতি হঠাৎ নাৰীকণ্ঠৰ মাত শুনিবলৈ পালে। এবাৰ ভাবিলে মেৰীয়া নেকি? কিন্তু তাই নিঃশব্দে অভিসাৰিকাৰ দৰেহে আহিব। মাতটো কোমল নহয়— দৃঢ়। ৰবাৰ্টোৱে ভাবি থাকোতেই পিলাৰ আহি তম্বুৰ ভিতৰ সোমাল আৰু ৰবাৰ্টোক জনালে যে পাবলোৱে মোনা দুটাৰ কিছুমান বিস্ফোৰক পদাৰ্থ লৈ পলাল। ৰবাৰ্টোৱে মুৰে-কপালে হাত দি মোনা দুটা বিচাৰিলে। মোনাত তেওঁ বেটেৰী আৰু ডিটানেটৰকেইটা নাপালে। নিশ্চয় পাবলোৱে সেই কেইটা চুৰি কৰি নিলে। ৰবাৰ্টোৰ সৰ্বশৰীৰ কঁপিল। কেৱল বস্তু হেৰোৱাৰ বাবেই নহয়— পাবলোৰ দৰে কৰ্মী এজনৰ বিশ্বাসঘাতকতা আৰু এজন অভিজ্ঞ কৰ্মীক হেৰুওৱাত তেওঁ চিন্তিত হ'ল। কিন্তু তেওঁ নিজৰ দুৰ্বলতা প্ৰকাশ নকৰিলে। পিলাৰে কিন্তু ৰবাৰ্টোৰ অৱস্থা বুজি পাই নিৰ্ভয় দিলে, সেই অভিযানত তেওঁ মুখ্য সহযোগী হ'ব। ৰবাৰ্টোৱেও চিন্তা কৰিলে, মোনাত থকা হাত-বোমাই তেওঁৰ কামত আহিব। পিলাৰক নিৰ্ভয় মনে শুবলৈ কৈ ৰবাৰ্টোৱে মুকলি আকাশলৈ চাই শোৱাৰ চেষ্টা কৰিলে। শুব খোজোতেই মেৰীয়া আহি বিছনাৰ কাষ চাপিল। দুয়োৰে মাজত প্ৰেমালাপ হ'ল। প্ৰেমালাপৰ পাছত আদিম বাসনাৰ তৃপ্তি। তাৰ পাছত দুয়ো শুই পৰিল পৰিতৃপ্ত মনেৰে।

বোৱাৰী পুৱাতে ৰবাৰ্টোৱে সাৰ পালে। ঘড়ীটোলৈ চালে- তেতিয়াও পুৱা চাৰি বাজিবলৈ কিছু সময় বাকী। বাহিৰ জগতখন নিথৰ! কেৱল বৰফৰ ঘৰ ঘৰ শব্দ। মেৰীয়া তেতিয়াও শুই আছিল। বাহিৰত ঘোঁৰাৰ শব্দ শুনিবলৈ পালে। ৰবাৰ্টোৱে বিছনা ত্যাগ কৰি মেৰীয়াক শুই থাকিবলৈ কৈ বাহিৰলৈ চালে- দেখিলে কোনোবা এজনে হাতত পিষ্টল লৈ সেইফালে আহিছে। মানুহজনৰ চোলাত লগাই থোৱা তৰাৰ

চিনৰ প্ৰতীকটোৰ পৰাই সেইজন যে শত্ৰু গুপ্তচৰ বা সৈন্য জানিব পাৰি ৰবাৰ্টো জৰ্ডানে নিজৰ পিষ্টলেৰে মানুহটোলৈ টোঁৱাই গুলিয়াই দিলে। ঘোঁৰাটো তেতিয়া বৰফৰ মাজেৰে দৌৰি হাবিত লুকাই পৰিল। বন্দুকৰ শব্দত শিবিৰৰ সকলো মানুহ সাৰ পালে। পিলাৰে গহ্বৰৰ পৰা ওলাই বাহিৰত কি হৈছে চাবলৈ আহোঁতেই দেখিলে ৰবাৰ্টোৱেই বন্দুক চলাইছিল। ৰবাৰ্টোৱে তাইক সকলো কথা বুজাই ক'লে। পিলাৰে আগষ্টিন নামৰ ৰখীয়াটোক মাতি বন্দুক আৰু গুলী কিছুমান অনাই দুজনমানক ঘোঁৰাটো অনুসৰণ কৰিবলৈ পঠালে। পিলাৰ-ৰবাৰ্টো গহ্বৰৰ ভিতৰ সোমাল। পিলাৰ ব্যস্ত হ'ল ৰন্ধা-বঢ়াত। দিনটো ক'ত কি হ'ব— কোনে জানে? গতিকে যোৱাৰ আগতে ভালদৰে খুৱাই পঠোৱা উচিত বুলি খাদ্যবস্তু প্ৰস্তুত কৰা সময়তে পাবলো আহি উপস্থিত হ'লহি। পাবলোক দেখি সকলো আচৰিত হ'ল। ৰবাৰ্টোৰ মুখলৈ পানী আহিল। পাবলোৱে মনে মনে গুচি যোৱাৰ বাবে দুখ প্ৰকাশ কৰি অভিযানৰ বাবে যে মানুহ আৰু ঘোঁৰা সংগ্ৰহৰ বাবে গৈছিল সেই সম্পৰ্কেও ক'লে।

(৬)

বাহিৰত ডাঠ কুঁৱলী। বসন্ত কালৰ শেষ সময়। সেইবাবে কুঁৱলী যে ৰ'দ ওলোৱাৰ পাছতে আঁতৰিব সেয়া নিশ্চিত। দিনৰ ভাগত হাবিত বৰফো নপৰিব। গৰম গৰম ভাব এটাও অনুভৱ হ'ব। কিন্তু তেতিয়াও বেলি ওলোৱাৰ উম-ঘাম নাই। ক'ৰবাত দুটামান চৰায়ে চি-চিয়নি আৰম্ভ কৰিছিলহে। খোৱা-বোৱা সমাপ্ত কৰি বিদ্ৰোহী অভিযাত্ৰীসকলে তেতিয়া যোৱাৰ যো-জা কৰিছিল। সকলোৱে নিজৰ নিজৰ দায়িত্ব বুজি ল'লে। ইজনে সিজনক শুভেচ্ছা বিনিময় কৰিলে। পাবলোৰ নেতৃত্বত দলটো কিছু সময়ৰ পাছতহে যাত্ৰা কৰিলে। কাৰণ সেই দলৰ ওপৰতে আগতে যোৱা দলটোৰ ৰক্ষণাবেক্ষণৰ দায়িত্ব আছিল।

ৰবাৰ্টো জৰ্ডানৰ দল আগবাঢ়িল। দুটা পাহাৰৰ মাজৰ পৰা ৰঙচুৱা বেলিটো ওলাই আহিছিল। ইতিমধ্যে কুঁৱলীও আঁতৰিবলৈ আৰম্ভ কৰিছিল। ৰবাৰ্টোহঁত যোৱা পিলাৰ আৰু মেৰীয়াই চাই আছিল। আলি কেঁকুৰিৰ পৰা ৰবাৰ্টোৱে মেৰীয়াক শেষ বিদায় দি শিবিৰলৈ উভতি যাবলৈ ক'লে। তাই প্ৰথমে ৰবাৰ্টোৰ সৈতেই যোৱাৰ কথা কৈছিল— কিন্তু মানা কৰিলে।

দুৰ্গম পথ অতিক্ৰম কৰি তেওঁলোক আগবাঢ়িল। মেৰীয়াৰ দায়িত্ব ঘোঁৰাবোৰৰ ওচৰত থাকি সতৰ্ক পহৰা দিয়া আৰু পিলাৰে সকলো গতি-বিধি নিৰীক্ষণ কৰাত ব্যস্ত। বিস্ফোৰণৰ মূল নায়ক ৰবাৰ্টোৱে আনশ্বেলমোক লৈ আগুৱাই গ'ল। তেতিয়া মে' মাহ বাবে বৰফ বা কুঁৱলীৰ অত্যাচাৰ নাছিল। আকাশখনো পৰিষ্কাৰ। দুয়ো বগুৱা বাই পাহাৰীয়া পথেৰে গৈ দলঙৰ কাষ চাপিল। দলঙত দুটা পহৰাদাৰীয়ে



ইফাল-সিফাল কৰি পহৰা দিয়াত ব্যস্ত। কৰ্তব্যৰত সেনাই একোলৈকে ভয় নকৰে। অতি সন্তৰ্পণে ৰবাৰ্টো আৰু আন শ্বেল মোৱে দলঙৰ তলেদি গৈ দলংখন পৰীক্ষা কৰিলে। তেওঁলোকে লক্ষ্য কৰিলে অন্য ঠাইৰ দৰে দলঙৰ ওপৰত বা সেই অঞ্চলত কুঁৱলীমুক্ত নহয়— ডাঠ কুঁৱলীৰে ভৰা। পহৰাদাৰী দুটাই মাজে মাজে জুই পুঁৱাই হাত সেকি আছে। দলং অভিযানৰ আগতে এবাৰ গল্‌ফৰ সৈতে আলোচনা কৰিবলৈ গহ্বৰৰ পৰাই আন্দ্ৰেজক পঠাই দিয়া হৈছিল যদিও কি হ'ল তেতিয়াও জনা নগ'ল। কিন্তু সুযোগমতে কাম কৰিব লাগিব। ৰবাৰ্টোৱে বিস্ফোৰণ ঘটোৱাৰ আগ মুহূৰ্তত গোটেই পৰিস্থিতিটো এবাৰ চিন্তা কৰি চালে। পৰিকল্পনা কৰিলে ভৱিষ্যত কাৰ্যপন্থা। ৰবাৰ্টোৱে ঘড়ীলৈ চাই আনশ্বেলমোক লৈ দলঙৰ তলৰ পৰাই অতি সতৰ্কতাৰে পহৰাদাৰীলৈ গুলী মাৰিলে। দুয়োটা ঢলি পৰিল। নিষ্কণ্টক হোৱা যেন ভাবি দুয়ো লৰালৰিকৈ দলঙত উঠি ক'ত কেনেকৈ বিস্ফোৰক পদাৰ্থবোৰ থ'ব লাগিব— সেইমতে কামবোৰ কৰি গ'ল।

পাবলোৱে অনতি দূৰৈত শত্ৰু সৈন্য নিৰীক্ষণ কৰি আছিল। হঠাতে তাক শত্ৰু সেনাই আক্ৰমণ কৰিবলৈ অহাত সি কেইজাঁইমান গুলী এৰি দিলে। দলঙৰ ওপৰত থকা ৰবাৰ্টোৱে সেই সংকেত বুজি পালে। গতিকে তেওঁ সময় নষ্ট নকৰিলে। তেওঁৰ হাতত থকা যন্ত্ৰটোৰ তাঁৰেৰে বন্ধা পিনটো টান মাৰি ধৰিলে। লগে লগে ভয়ানক শব্দ কৰি দলংখনত বিস্ফোৰণ ঘটিল। দলংখনৰ মাজভাগ যেন আকাশলৈ উৰাহে মাৰিলে। লোহাৰ টুকুৰাবোৰ ছিটিকি পৰিবলৈ ধৰিলে। ৰবাৰ্টোৱে নিজকে বচাবৰ বাবে তলৰ নিজৰালৈ জাঁপ মাৰি দিলে। তপ্ত তীখাৰ টুকুৰা এটা আহি আনশ্বেলমোৰ মূৰত পৰিল। বুঢ়াই গমকে নাপালে। সেই ঠাইতে বেচেৰাৰ মৃত্যু হ'ল। বেচেৰাৰ কঁকালত তেতিয়াও ওলমি আছিল এমুঠি তাঁৰৰ মেৰ। ফাৰ্নেণ্ডো আঘাতপ্ৰাপ্ত হৈ এঠাইত পৰি আছিল। কিন্তু মাতবোল নাছিল। বুঢ়া আনশ্বেলমোৰ মৃত্যুত ৰবাৰ্টো অনুতপ্ত হ'ল। তেওঁ চিন্তা কৰি গোটেই ঘটনাৰ বাবে একমাত্ৰ জগৰীয়া কৰিলে পাবলোকে। সি যদি বেটেৰী আৰু ডিটাৰনেটৰ চুৰি কৰি নিনিলেহেঁতেন, তেন্তে সেইখিনি ব্যৱহাৰ কৰা হ'লেই ভীষণ শব্দও নহ'লহেঁতেন আৰু দলংখনো চূৰ্ণ-বিচূৰ্ণ নহ'লেহেঁতেন। কিন্তু যি হৈ গ'ল তাক ভাবি কি লাভ? ৰবাৰ্টোৱে আনশ্বেলমোক শেষ বিদায় জনাই তেওঁৰ সঙ্গীহঁত থকা ঠাইলৈ উভতি গ'ল। তাতহে তেওঁ জানিব পাৰিলে যে বিস্ফোৰণত তেওঁলোকৰ কেইবাজনো নিহত হৈছে আৰু কম-বেছি পৰিমাণে আহতো হৈছে। ঘোঁৰাৰ লোভতে পাবলোৱে অনা মানুহ কেইটাকো হত্যা কৰিলে। সময়টো জটিল বাবে পাবলোক বিচাৰ কৰাৰ সময় নহ'ল। তদুপৰি দোষী হ'লেও পাবলোক এৰিও যাব নোৱাৰি। তাৰ গেৰিলা যুঁজৰ অভিজ্ঞতা যথেষ্ট, তদুপৰি বাট-পথবোৰো চিনাকি। ক'ৰবাত বিঘিনি ঘটিলে বিকল্প পথৰ সন্ধান দিব পাৰে।

সময় হাতত যথেষ্ট কম আছিল। ক্রমাৎ পোহৰো তীব্র হ'বলৈ ধৰিলে। কুঁৱলী নাছিল। দলং ভঙাৰ শব্দ শুনি শত্রুপক্ষ আহি পোৱাৰ আশংকা বাঢ়িল। ইতিমধ্যে আকাশত যুঁজাৰু বিমানে টহল দিয়াও দেখা গ'ল। অলপ পাছতে ভঙা দলঙত ৰকেট পৰাৰ শব্দ হ'ল। তাৰ পাছত বৰটোপ কামানৰ অবিৰত শব্দ। গতিকে তেওঁলোকে সেই ঠাই পৰিত্যাগ কৰি শিবিৰলৈ যাত্রা কৰিলে। পাবলো পথ-প্রদর্শক হ'ল। আগষ্টিন, ফার্নাণ্ডো, আদিম বাসীজন, ৰাফেল আদিয়েও নিজৰ নিজৰ বয়বস্তু লৈ ঘোঁৰাত উঠি সমদলত যোগ দিলে। পিলাৰ আৰু মেৰীয়াও ঘোঁৰাবোৰৰ লগতে আগবাঢ়িল। পিলাৰৰ ঘোঁৰাৰ বোজা বেছি। সর্বশেষত এটা ধোঁৱা বৰণীয়া ওখ-পাখ ঘোঁৰাত উঠি ৰবার্টো জৰ্ডান সমদলত যোগ দিলে। দলৰ ওভতনি যাত্রাত কাৰোৱে মাত-বোল নাছিল। তেওঁলোক আগবাঢ়ি যাওঁতে ক্রমাৎ গোলা-বাৰুদৰ শব্দ বাঢ়িবলৈ ধৰিলে। ৰবার্টোৱে মন কৰিলে, তেওঁৰ বোজা কঢ়িওৱা ঘোঁৰাটো যেন ক্রমাৎ নিশকতীয়া হৈ পৰিছে। মাল বোজাই কৰি পাহাৰীয়া পথত আগবঢ়াৰ যেন তাৰ শক্তি নাই। সোঁফালে থকা হ'লেও তাক যিকোনো উপায়েৰে টানি নিব পাৰিলেহেঁতেন। দূৰৈত বন্দুকৰ শব্দ তেওঁ শুনিবলৈ পালে। ঘোঁৰাটো তেওঁ ৰছী এডালেৰে বান্ধি পাছফালে টানি নি পাহাৰীয়া পথেদি আগবাঢ়িল। কিছু দূৰ যোৱাৰ পাছত তেওঁ ভঙা দলঙৰ ওপৰত মানুহ গোট খোৱা দেখিলে। বিপদ এনেকৈয়ে আহে। ৰবার্টোৱে যিমান পাৰে ঘোঁৰাটো টানি নিবলৈ চেষ্টা কৰিও ব্যর্থ হ'ল। উপায় নাপাই তেওঁ ঘোঁৰাটোক গছৰ ডাল এটাৰে কোবাই দিয়াত সি থিয় গৰা এটাত দৌৰিবলৈ ধৰিলে। নিজে উঠি যোৱা ঘোঁৰাটোৰে তেওঁ প্রাণপণে গৈ এটা আলি কেঁকুৰি পালেগৈ। তাৰ পৰাও দলংখন দেখিলে— তাত তেতিয়া সমৰ-সজ্জা। টেংক, মটৰ গাড়ী, মেচিন গান সকলো দেখা পালে। ৰবার্টোৱে ভালদৰে জানিব পাৰিলে যে অতি সোনকালেই ফেচিষ্ট বাহিনীয়ে তেওঁলোকলৈ চোঁচা ল'ব। ইতিমধ্যে টেংকৰ পৰা ধাৰাসাৰ গুলী চালনা হৈছিল। সেই শব্দত ঘোঁৰাই ভয় খাই ধুপুচকৈ পাহাৰীয়া ঠটা মাটিত পৰিল। ৰবার্টোও যে তাৰ ওপৰৰ পৰা মাটিত পৰিলে সেই কথা কিছু সময়লৈ তেখোঁ গম পোৱা নাছিল— নিশ্চয় অজ্ঞান হৈ পৰাৰ বাবে। যেতিয়া তেওঁৰ জ্ঞান ঘূৰি আহিল, দেখিলে তেওঁৰ বাঁওভৰিখন ঘোঁৰাটোৰ দেহৰ ভৰত থৰ হৈ পৰিল। তেওঁ নিজকে ঘোঁৰাৰ হেঁচাৰ পৰা উলিয়াবলৈ চেষ্টা কৰিলে। সোঁ ভৰিটোহে মাত্র লৰচৰ কৰিব পাৰিছিল। কিন্তু সম্পূর্ণৰূপে ওলাই আহিব পৰা নাছিল।

শহাকণীয়া পাবলোৱে এবাৰ পিছলৈ ঘূৰি চালে। সমদলটো ঠিকমতে আহিছেনে নাই চাবৰ বাবে। সি ৰবার্টোক অহা নেদেখি চিন্তিত হ'ল। ৰবার্টোৰ বিপদ-আশংকাত সি ৰৈ গ'ল। সি মনতে ভাবিলে, হয়তো বিস্ফোৰণৰ কিবা ক্রিয়াত ৰবার্টোৰ গুৰুতৰ আঘাত হ'ব পাৰে, নতুবা ফেচিষ্ট বাহিনীয়ে অপহৰণো কৰিব পাৰে। পাবলোৱে



আদিবাসী মানুহটো আৰু আগষ্টিনক ৰবার্টোক চাবলৈ পঠালে। তেতিয়া চাৰিওফালে কেৱল বন্দুক-বাৰুদৰ শব্দ— বিস্ফোৰণৰ পোৱাৰ কেঁচা গোন্ধ। আদিবাসী আৰু ৰাফেলে ৰবার্টোক দেখি অতি কষ্ট কৰি ওপৰৰ ঠাই এডোখৰলৈ নি শুৱাই দিলে। সেই সময়তে এটি বুলেট তেওঁলোকৰ ওপৰেদি গ'ল। ঠাইখন ওখ, সমতল। তাত নানা তৰহৰ বনৰীয়া ফুল ফুলি আছিল। তলত দূৰৈত ভঙা দলং, মানুহ, টেংক ভালদৰে দেখা পাইছিল। দলঙৰ পোৰা গোন্ধ ৰবার্টোৰ নাকত লাগিছিল। ঘোঁৰাটোৱেও প্রভুভক্তৰ দৰে তেওঁৰ ওচৰতে আছিল। সেই ঠাইত তেওঁ কিমান সময় থাকিল গমকে নাপালে। হয়তো ভাগৰত টোপনিও আহিব পাৰে। যেতিয়া তেওঁ জ্ঞান লভিলে তেতিয়া দেখা পালে, তেওঁ পাবলো, পিলাৰ আৰু মেৰীয়াহঁতৰ মাজত আছে।

ৰবার্টোৰ অৱস্থা দেখি সকলোৱে দুখ প্রকাশ কৰিলে। অসহ্য বেদনাত তেওঁ চটফটাই আছিল। মুখত শেঁতা পৰা হাঁহিৰে তেওঁ মেৰীয়াক ক'লে যে— তেওঁৰ বাঁওভৰিটো ভাগিল। সেই ভৰি সম্পূর্ণ অকামিলা হ'ল। পিলাৰে দৃঢ়ভাৱে ক'লে যে ৰবার্টোৰ দৰে নির্ভীক সৈনিকে সেই কথা চিন্তা কৰিব নালাগে। তেওঁলোকে শিবিৰলৈ নি তেওঁৰ ভৰিৰ চিকিৎসা কৰিব। সম্প্রতি তেওঁক ঘোঁৰা এটাত উঠাই লৈ যোৱাহে প্রধান কাম। ৰবার্টোৱে পিলাৰক শলাগিলে। তেওঁ পাবলোক নিভৃতভাৱে লগ পোৱাৰ কথা কোৱাত পাবলোকে সকলোকে ক্ষন্তেক আঁতৰি যাবলৈ ক'লে। ৰবার্টোৱে পাবলোক অতি সোনকালে ৰিপাব্লিকলৈ গুচি যোৱাৰ উপদেশ দি ক'লে যে সময় হাতত খুউব কম। তেওঁৰ বাবে কোনোৱে বাট চাই থাকিব নালাগে। যুদ্ধক্ষেত্র বা অভিযানত এনে ঘটনা হোৱা স্বাভাবিক। তাৰ বাবে— অর্থাৎ এজনৰ বাবে আনৰ যাতে বিপদ নহয়, সেই কথাতহে গুৰুত্ব দিব লাগে। ৰবার্টোৱে মেৰীয়াৰ সৈতে দু-আষাৰমান কথা পতাৰ ইচ্ছা প্রকাশ কৰাৰ কথা পাবলোক জনালে। তেওঁৰ যে সেই স্থানতে অন্তিম সময়ো উপস্থিত সেই সম্পর্কেও পাবলোক জনোৱাত পাবলোৰ মন গধুৰ হ'ল।

## (৭)

পাবলোৱে পিলাৰক ৰবার্টোৰ ইচ্ছাৰ কথা কোৱাত পিলাৰে মেৰীয়াক লৈ ৰবার্টোৰ কাষলৈ গ'ল। ৰবার্টোৰ অৱস্থা দেখি মেৰীয়াই ৰ'ব নোৱাৰি শোকত হুকহুককৈ কান্দিবলৈ ধৰিলে। ৰবার্টোৱে তাইক সান্ত্বনা দিলে। তেওঁ তাইক বুজালে যে মানুহ মৰণশীল। কোনো আগ কোনো পাছ মাথোন। ৰবার্টোৱে পিলাৰলৈ চাই ভগা ভৰিটোৰ ফালে লংপেন্টটো ফালি ঘাডোখৰ মুকলি কৰিবলৈ ক'লে। ৰবার্টোৱে জানে সেই কাম মেৰীয়াই কৰিব নোৱাৰে। পিলাৰে চুৰী কটাৰীখনেৰে ৰবার্টোৰ লংপেন্টৰ ভৰি অংশ ফালি উন্মুক্ত কৰি দিলে। ভৰিৰ ঘাডোখৰ তেওঁ এবাৰ চালে। ৰবার্টোৱে লক্ষ্য কৰিলে—

দৃঢ়মনা, কঠোৰ হৃদয়ৰ পিলাৰৰ চকু সেমেকিছে। তাইৰ নাৰী হৃদয় যেন জাগ্ৰত হৈছে। পিলাৰে অতি কষ্টৰে কান্দোন সহি সামৰি সেই ঠাই পৰিত্যাগ কৰিলে। ৰবাৰ্টোৱে মেৰীয়াক কিছু সময় ৰাখিলে। তেওঁ মেৰীয়াৰ হাতখন নিজৰ হাতলৈ তুলি ক'লে যে তেওঁলোক আৰু মাদ্ৰিদলৈ যোৱা সম্ভৱ নহ'ব। সেই কথা শুনি মেৰীয়াই পুনৰ কান্দিলে। ৰবাৰ্টোৱে মেৰীয়াক সৰু ছোৱালীৰ দৰে বুজাবলৈ ধৰিলে যে তেওঁলোকৰ মাজৰ পৰা এজনৰ বিচ্ছেদ ঘটিলেও দুয়ো সদায় এক হৈ থাকিব। মেৰীয়া য'তেই নাযাওক, য'তেই নাথাকক, তেৰোঁ তাতেই থাকিব। দুয়োৰে আত্মা এক হৈয়ে ৰ'ব। মেৰীয়াই যেন কোনোকালেই অকলশৰীয়া অনুভৱ নকৰে। মেৰীয়াই ৰবাৰ্টোক এৰি যাবলৈ সন্মত নহ'ল। তাই মাটিত শুই থকা ৰবাৰ্টোৰ ডিঙিত সাবটি ধৰি কান্দি থাকিল। মেৰীয়াৰ অন্তৰৰ শোক তেওঁ অনুভৱ কৰিলেও সময়টো যে অতি বিপদজনক সেই চিন্তা কৰি তাইক আঁতৰি যোৱাৰ বাবে নানা প্ৰকাৰে বুজালে। কিন্তু মেৰীয়া নাচোৰবান্দা। উপায়বিহীন হৈ তেওঁ পাবলো আৰু পিলাৰক মতাই আনিলে। কান্দি কান্দি অৱশ হৈ পৰা অথচ ৰবাৰ্টোক এৰি নোযোৱাৰ আঁকোৰগোজ ভাৱে থকা মেৰীয়াক এইবাৰ তেওঁ দৃঢ়তাৰে আদেশ দিয়াৰ দৰেই সকলোৰে মংগলৰ বাবেই সেই স্থান এৰি যাবলৈ ক'লে। পিলাৰে মেৰীয়াক হাতত ধৰি ৰবাৰ্টোৰ ওচৰৰ পৰা লৈ আহিল। পিলাৰে ৰবাৰ্টোক কিবা বস্তুৰ প্ৰয়োজন হ'ব নেকি সোধাত তেওঁ নালাগে বুলি জনালে। মেৰীয়াকো ক'লে যে তেওঁ যেন আনুষ্ঠানিক বিদায় ল'ব নালাগে— কাৰণ দুয়ো একেজনেই। মেৰীয়াই যেন পাছলৈ ঘূৰি নাচায় তাৰ বাবেও অনুৰোধ কৰিলে। পাবলো, পিলাৰ আৰু মেৰীয়া আঁতৰি গ'ল। ৰবাৰ্টোৱে দেখিলে পিলাৰে কান্দি থকা মেৰীয়াক সৰু ছোৱালীক ঘোঁৰাত উঠোৱাৰ দৰে উঠাই দিছে। কেইগজমান যোৱাৰ পাছত এবাৰ মেৰীয়াই পাছলৈ ঘূৰি চাইছিল। ৰবাৰ্টোৱে মাত্ৰ ক'লে যে পাছলৈ চাব নালাগে। দুয়োৰে আত্মা অভিন্ন। পাবলোৰ নেতৃত্বত বিপ্লৱী দলটো গৈ থকা তেওঁ চকুৰে মনিব পৰালৈকে চাই থাকিল। এসময়ত মেৰীয়া উঠি যোৱা ঘোঁৰাটোও হাবিত লুকাই গ'ল। ৰবার্টো সেই ঠাইতে পৰি থাকিল। কিছু সময় তেওঁৰ কাষত থিয় দি আছিল আগষ্টিন। ৰবাৰ্টোৱে তাকো যাবলৈ নিৰ্দেশ দিলে। বয়স ভৰপক যদিও আগষ্টিনে সজাগ প্ৰহৰীৰ দৰেই ৰবাৰ্টোক দূৰৈৰ পৰা পহৰা দি আছিল। সকলো যোৱাৰ পাছত সি আহি যেতিয়া থিয় দিলেহি তেতিয়া ৰবাৰ্টোৱে কোনোমতে মাটিৰ পৰা কিছু উঠি হাউলি আছিল। আগষ্টিনে তেওঁক গছ এজোপাৰ গুৰিত বহুৱাই দিলে। ৰবাৰ্টোৱে গছত আঁউজি বহি তাক যাবৰ বাবে কোৱাত সি অতি স্পৰ্শকাতৰভাৱে ক'লে যে বন্দুকেৰে তেওঁক শেষ বিদায় দিবনেকি? কাৰণ মানুহজনৰ যন্ত্ৰণা সি সহ্য কৰিব পৰা নাছিল, তদুপৰি অকলশৰে এৰি



যোৱাও মানৱতা-ৰহিত কাম। অতি অভিজ্ঞ আৰু যুদ্ধৰ প্ৰতি ঘৃণাভাৱে সি ৰবাৰ্টোক ক'লে যে যুদ্ধ মানৱ জাতিৰ শত্ৰু। যুদ্ধ আৰু বেশ্যা বৃত্তি একে পৰ্যায়ৰ। কথা কৈয়ে আগষ্টিনে ঘূৰি নাচাই গুচি গ'ল।

অটব্য হাবিত ৰবাৰ্টো জৰ্ডান অকলশৰীয়া। গছজোপাত আঁউজি বহি তেওঁ অতীতৰ কথাবোৰ স্মৰণ কৰিছে। ভোকতে যেন পেটত পিত্ত উজাৰ খাইছে। ঘোঁৰাটোলৈ চালে— নিথৰ হৈ পৰি আছে। হয়তো আগষ্টিনে তাক স্বৰ্গৰ বাট দেখুৱালে। ভঙা দলংখনৰ ফালে চকু দিলে— মানুহৰ সমাগম হৈছে— মটৰ গাড়ীবোৰ দুয়োফালে জমা হৈছে। আকৌ সেই মেৰীয়াৰ চিন্তা— পাবলো-পিলাৰহঁতৰ লগত তাই নিশ্চয় নিশ্চিন্তমনে থাকিব পাৰিব। এবাৰ তেওঁৰ পিয়াহো লাগিল। পানী নাই, হয়তো লংপেন্টৰ জেপত থকা মদৰ বটলত অকণমান হ'লেও ওলাব। খালে নিশ্চয় বহিব পৰা শক্তি পাব— কিন্তু খেপিয়াই চালে বটলটো নাই। তেতিয়া তেওঁ মৃত্যুৰ কিৰিলি শুনিবলৈ পাইছিল।

ফেচিষ্ট দলৰ অশ্বাৰোহী সৈন্যদল সেইফালে অহা ৰবাৰ্টোৱে গম পালে। এটা সৈন্য আগবাঢ়ি আহি মৰি থকা ঘোঁৰাটোৰ কাষ পালেহি। সি লেফটেনেন্ট বেৰেন্দোক চিঞৰি মাতিলে। বেৰেন্দোৰ লগত সক্ৰিয় মেচিন গান লৈ এটা দল সেইখিনিলৈ আহি আছিল। ৰবাৰ্টোৱে সন্মুখতে মৃত্যুৰ ঘন্টা বজা শুনিবলৈ পালে। কি কৰিব— নকৰিব— একো উৱাদিহ নাপাই তেওঁ থৰ দি ৰ'ল। কিবা এটা ঐশ্বৰিক শক্তিয়ে যেন তেওঁৰ দেহত ক্ৰিয়া কৰিলে। তেওঁ পিষ্টলটো খাপৰ পৰা খেপিয়াই লৈ দৃঢ়তাৰে হাতেৰে খামুচি ধৰিলে বেৰেন্দো অহা ফালে লক্ষ্য কৰি। ৰবাৰ্টোৰ চকু স্থিৰ— মন দৃঢ়।*

* সুবৃহৎ উপন্যাসখনৰ পৰা গল্পাংশ যুগুত কৰা কঠিন। কলেবৰ বৃদ্ধিৰ ভয়তে সংলাপ, চৰিত্ৰ আৰু অন্যান্য বিৱৰণ আদি সংকুচিত কৰা হ'ল।

FOR WHOM THE BELL TOLLS (1940)
Charless Senibn's sons.

# জ্যাঁ পল ছাঁত্রে ঃ নাওচি



(১)

প্ৰখ্যাত দাৰ্শনিক, অস্তিত্ববাদী সাহিত্যিক জাঁ পল ছাঁত্ৰে (চাৰ্তাৰ) ১৯০৫ চনৰ ১ জুনত ফ্ৰান্সৰ পেৰিছ নগৰত জন্ম গ্ৰহণ কৰিছিল। এজন মেধাবী ছাত্ৰ হিচাপে তেওঁ শিশু কালৰেপৰা পৰিচয় দিছিল। পেৰিছ আৰু বাৰ্লিন বিশ্ববিদ্যালয়ত দৰ্শন শাস্ত্ৰ অধ্যয়ন কৰি দুখনমান শিক্ষানুষ্ঠানত শিক্ষকতা কৰিছিল। জাৰ্মান অধিকাৰ বিৰোধিতা কৰাৰ বাবে, সক্ৰিয় আন্দোলনকাৰী অভিযোগত ১৯৪০ চনত তেওঁ কাৰাবাস খাটিবলগীয়া হৈছিল। এই সময়ছোৱাতে তেওঁ নাৎসীৰ হাতত অবৰ্ণনীয় অত্যাচাৰো ভোগ কৰিছিল। কাৰাবাসৰ পৰা মুকলি হৈ ছাঁত্ৰেই এটি নতুন জীৱন-যাপনৰ পাতনি মেলে। দেশৰ স্বাধীনতাৰ বাবে তেওঁ ছদ্মনামেৰে বহুতো প্ৰবন্ধ-পাতি ৰচনা কৰিছিল। উল্লেখযোগ্য যে দেশপ্ৰেমমূলক নাটক ৰচনা কৰিও তেওঁৰ দেশপ্ৰেমৰ নিদৰ্শন দাঙি থৈ গৈছে। ছাঁত্ৰেৰ ৰচনাত এডমাণ্ড হাছৰেল (১৮৫৯-১৯৩৮), মাৰ্টিন হেইডম্নেৰ (১৮৮৯-১৯৭৬) প্ৰভাৱ পৰিছিল।




ছাঁত্ৰেৰ প্ৰথম ৰচনা *লা-নাওচি* (*La-Nausee*)। এই উপন্যাসখনখন ১৯৩৮ চনত প্ৰকাশ পায়। তেওঁৰ ত্ৰিলজী উপন্যাস *'পাথ অব ফ্ৰিডম'* ১৯৪৫-৪৯ চনৰ ভিতৰত প্ৰকাশ পায়। দ্বিতীয় মহাযুদ্ধৰ পাছত



ছাঁত্ৰেই নাটক ৰচনাত মন দিয়ে। তেওঁৰ দাৰ্শনিক মতবাদ প্ৰকাশ পায় *'বিয়িং এণ্ড নাথিংচ'* নামৰ ১৯৪৩ চনত প্ৰকাশিত গ্ৰন্থত। ১৯৬৪ চনত ছাঁত্ৰেৰ আত্মজীৱনী *'ওৱৰ্ডচ'* প্ৰকাশ হয়। ১৯৬৪ চনত তেওঁক সাহিত্যৰ নোবেল বঁটা প্ৰদান কৰা হৈছিল যদিও তেওঁ গ্ৰহণ নকৰিলে।

দাৰ্শনিক ছাঁত্ৰে এজন সাম্যবাদী লেখক। তেওঁ ভিয়েটনামত মাৰ্কিন আধিপত্যৰ ঘোৰ বিৰোধিতা কৰিছিল। ১৯৬৮ চনত হোৱা ছাত্ৰ বিদ্ৰোহৰো তেওঁ সমৰ্থক আছিল। যুৱকসকলে তেওঁৰ বোহেমিয়ান দৰ্শনৰ প্ৰতি আকৃষ্ট হৈছিল।

(২)

অস্তিত্ববাদৰ ওপৰত আধাৰিত *'নাওচি* লেখকৰ এখন শ্ৰেষ্ঠ উপন্যাস। এই পুথিখনৰ বাবেই ছাঁত্ৰেক কুৰি শতিকাৰ দস্তোয়েভস্কি বুলিও আখ্যা দিছিল। উপন্যাসখনৰ কাহিনী এনে ধৰণৰ—

ফ্ৰান্স দেশৰ এজন গৱেষক এন্টনী ৰকেটিন। মানুহজন দেখাত বয়সিয়াল কিন্তু কম বয়সীয়াহে। তেওঁৰ কথা-বাৰ্তা, চলন-ফুৰণ আৰু চিন্তাধাৰা বয়োজ্যেষ্ঠ সকলৰ দৰে। মানুহজনে গৱেষণাৰ কাম হাতত লৈ ঘূৰা-পকাও আৰম্ভ কৰিলে। গৱেষণাৰ বিষয় হ'ল, "ওঠৰ শতিকাৰ ইউৰোপীয় ৰাজনীতিক মাৰ্কুইচ বোলেবনৰ জীৱন দৰ্শন"। তেওঁ গৱেষণাৰ কামটো হাতত লোৱা দিনচেৰেক হ'ল কিন্তু তথ্যৰ বাবে যথেষ্ট ঠাই ভ্ৰমণ কৰিবলগীয়া হ'ল। প্ৰাচ্যৰ বিভিন্ন স্থানো তেওঁ ভ্ৰমণ কৰিলে। ইউৰোপৰ দেশবোৰত ভ্ৰমণ কৰি কৰি সম্প্ৰতি তেওঁ বোভাৰ্লী নগৰত উপস্থিত হ'লগৈ। বোভাৰ্লী যিহেতু তেওঁৰ গৱেষণাৰ নায়কজনৰ জন্মস্থান, সেইবাবে তাতেই তেওঁৰ তথ্য সংগ্ৰহৰো বিশেষ কাম হ'ব। এন্টনী ৰকেটিনৰ প্ৰবল ইচ্ছা, সেই নগৰত থাকি তেওঁ গৱেষণাৰ কাম সম্পূৰ্ণ কৰিব আৰু গ্ৰন্থখনৰ ৰূপো দিব। চহৰখন তেওঁৰ বাবে নতুন। মানুহৰ সৈতেও পৰিচয় নাছিল। ৰকেটিনৰ মানুহৰ সৈতে পৰিচয় হোৱাৰো ইচ্ছা নাছিল। কাৰণ মানুহৰ সৈতে পৰিচয় হ'লে কথা-বতৰাত মজিব লাগিব। তাতোকৈ তেওঁৰ বাবে প্ৰয়োজন গ্ৰন্থাগাৰটোহে। নগৰখনলৈ আহি তেওঁ গ্ৰন্থাগাৰতেই অধ্যয়নত সময় কটোৱাৰ কথা ভাবিছিল।

ৰকেটিনে ভবাৰ দৰেই গ্ৰন্থাগাৰত ভৰ্তি হৈ তাতেই অধিক সময় কটোৱাৰ মনস্থ কৰিলে। সেইদৰে গৱেষণাৰ কামো আগবঢ়ালে। ১৯৩২ চনৰ জাৰৰ দিনৰ এদিন তেওঁ হিচাপ কৰি চালে যে বোভাৰ্লী নগৰতে তেওঁ তিনি বছৰ পাৰ কৰিলে। একান্তমনে গৱেষণা কাৰ্যত লাগি থকা বাবে তেওঁৰ কামো প্ৰায় শেষ হ'বৰ হ'ল। সেই সময়ছোৱালৈকে তেওঁ মানুহৰ সৈতে পৰিচয় হোৱা নাছিল। কিন্তু তাৰ মাজতেই তেওঁৰ পৰিচয় হৈছিল এজন ব্যতিক্ৰমী পুৰুষৰ সৈতে। মানুহজন সঁচাকৈ অন্যৰ সৈতে

কথা-বতৰা, আচৰণ আদিত নিমিলে। তেওঁ সকলো কথাই হেনো জানে। কিবা এটা সুধিলেই 'হয়, মই জানো' বুলি কোৱাৰ বাহিৰে নাজানো শব্দ মুখত নানে। সৰ্বজান্তা মানুহজনৰ নাম ওগিয়া। ৰাজনীতিক মাৰ্কুইচ সম্পৰ্কে তেওঁ বহুতো নতুন তথ্যৰ যোগান ধৰিছিল। কিন্তু সেই সকলোবোৰৰ সত্যাসত্য বিচাৰ কৰাৰ প্ৰয়োজন নথকা নহয়। গৱেষণাৰ কামত লাগি থকা ৰকেটিনে অৱসাদ দূৰ কৰিবলৈ কফি হাউচলৈ যায় যদিও মালিক বা কৰ্মচাৰীসকলৰ সৈতে পৰিচয় হোৱা নাছিল। শেষৰ ফালেহে তেওঁ চিনাকি হৈছিল ফ্ৰাংকচ্ নামৰ ভদ্ৰ মহিলাৰ সৈতে। দেখাত শুৱনি ভদ্ৰ মহিলাগৰাকীৰ বয়স আনুমানিক চল্লিছৰ ঊৰ্ধত। তেওঁ সেই কফি হাউচৰ মালিকনী, প্ৰথমে ইতস্ততঃ বোধ কৰিলেও ৰকেটিনে কিন্তু মানুহগৰাকীৰ সৈতে পৰিচয় হৈ বা কথা পাতি বেয়া নাপালে। মহিলা গৰাকীয়ে লাহে লাহে ৰকেটিনৰ সান্নিধ্য ওচৰ চপাই আনিলে।

সৰ্বজান্তা ওগিয়াৰ সৈতে ৰকেটিনে আজৰি সময় কটাই কিছুমান নতুন তথ্যৰো সন্ধেদ পালে। ওগিয়াৰ সৈতে কথা পাতি তেওঁ আজৰি সময়ো কটালে। মনৰ তৃপ্তিৰ বাবে কেতিয়াবা ফ্ৰাংকচৰ ওচৰলৈও যায়। এনেকৈয়ে দিনবোৰ পাৰ হৈ যোৱাৰ পাছত এদিন হঠাতে ৰকেটিনে মানসিক অসুস্থতা অনুভৱ কৰিলে। তেওঁ যেন নিজকে পাহৰি গৈছে। মনত ভাব হ'ল, তেওঁ যেন অস্তিত্ববিহীন এটি সত্তাহে। মনৰ মাজত খুলি খুলি খোৱা এই ৰোগ ক্ৰমাৎ বাঢ়িবলৈ ধৰিলে। কিন্তু সেই মানসিক বিকাৰ কাকোৱে কোৱাৰ প্ৰয়োজনো অনুভৱ নকৰিলে। বাহ্যিকভাৱে তেওঁ স্বাভাৱিক। ভিতৰৰ পৰিৱৰ্তন প্ৰকাশো পোৱা নাছিল। এনে মানসিক সংঘাতত ভুগি থাকোঁতে এদিন ওগিয়া আহি উপস্থিত হ'লহি। তেওঁ অহাৰ উদ্দেশ্য আছিল ৰাজনীতি সম্পৰ্কে আলোচনা কৰা, ৰকেটিনৰ সংগ্ৰহিত বিভিন্ন ছবিবোৰ চোৱা। ওগিয়াৰ বদ্ধমূল ধাৰণা আছিল ৰকেটিন গৱেষক হিচাপে নিপুণ অধ্যয়নকাৰী। তেওঁৰ অভিজ্ঞতাও নিশ্চয় প্ৰচুৰ। ওগিয়াৰ আহিলে আনদিনা ৰকেটিনে নিজেই আগবাঢ়ি সম্ভাষণ জনায়- কুশল বাতৰি সোধে। কিন্তু সেইদিনা তেওঁ ওগিয়াক সম্ভাষণো নজনালে, বহিবলৈও নক'লে। ওগিয়াই নিজেই কথা আৰম্ভ কৰিলে যদিও ৰকেটিনে কোনো কথাতে মন নিদিলে। ওগিয়াৰ উপস্থিতিও যেন তেওঁ বিচৰা নাছিল। শেষত ৰকেটিনে এদিন তেওঁক কফি হাউচতে নৈশ আহাৰৰ নিমন্ত্ৰণ জনাই বিদায় দিলে। ওগিয়ায়ো ৰকেটিনৰ ব্যৱহাৰত বিচলিত হৈ নৈশ আহাৰ নিমন্ত্ৰণ গ্ৰহণ কৰি বিদায় ল'লে।

(৩)

দিন বাগৰিল। ৰকেটিনৰ গৱেষণা কাৰ্য সমাপ্তিৰ পথত। এখন তথ্য-সমৃদ্ধ গৱেষণা গ্ৰন্থ তেওঁৰ প্ৰস্তুত কৰা প্ৰায় শেষ। কেৱল তাক বিষয় অনুসৰি সজাবলৈহে বাকী। হঠাতে ৰকেটিনে অনুভৱ কৰিলে, তেওঁৰ সেই গৱেষণা কৰ্ম সম্পূৰ্ণ অৰ্থহীন। তেওঁ নিজৰ বিষয়েও চিন্তা কৰিলে, তেওঁৰ গৱেষণাই তেওঁকেই সৰ্বনাশ কৰিবলৈ যেন বিচাৰিছে। তেওঁৰ দৃঢ় বিশ্বাস হ'ল যে সেই ৰাজনীতিক এন্টনী মাৰ্কুইচক গৱেষণাৰ মাধ্যমেৰে জিলিকাই পেলালে তেওঁৰ অস্তিত্ব চিৰদিনৰ বাবে ধ্বংস হৈ যাব। বিশ্বত তেওঁৰ নাম-ধাম বা তেওঁৰ বিষয়ে সকলোৱে পাহৰি যাব। গতিকে এনে গৱেষণাৰ প্ৰয়োজন কি? মাৰ্কুইচক পোহৰ কৰি তেওঁ আন্ধাৰ গহ্বৰত সোমাই পৰিব নোৱাৰে। সেইবাবেই এদিন তেওঁ নিজকে বিচাৰি পালে। তেওঁৰ জীৱনটো যেন এটি অৰ্থহীন প্ৰাণী।

ওগিয়াক নিমন্ত্ৰণ কৰা সেই সন্ধ্যাটো আহিল। মানসিক অশান্তিত ভুগিলেও তেওঁ কিন্তু বন্ধুক নিমন্ত্ৰণ কৰাৰ কথা পাহৰা নাছিল। সেয়েহে অতি বন্ধুত্বপূৰ্ণ ভাৱতে দুয়ো নৈশ আহাৰৰ বাবে হোটেলত আছুতীয়া মেজত বহিলে। তেওঁলোকে বিভিন্ন বিষয়ত আলোচনাও কৰিলে। ওগিয়া কথাৰ মাজতে বিশ্ব মানৱতাবাদ আৰু বিশ্ব ভ্ৰাতৃত্বৰ সম্পৰ্কেও বহল আলোচনা কৰিলে। তেওঁ ৰকেটিনক ক'লে যে বিশ্ব মানৱতাই মানৱ জীৱনৰ মূল চাবিকাঠী। ওগিয়া বক্তৃতা দি থাকিল, ৰকেটিনে কিন্তু কোনো উত্তৰ নিদিলে। আচলতে ওগিয়া কোৱা কথাবোৰে তেওঁক একো প্ৰতিক্ৰিয়াৰো সৃষ্টি নকৰিলে। তেওঁৰ মনত তেতিয়া বিভিন্ন নিঃসংগ ছবিবোৰেহে ক্ৰিয়া কৰিছিল। তেওঁ নিজৰ বাহিৰে অন্যক পাহৰি গৈছিল। ওগিয়া যে তেওঁৰ সৈতে আহাৰৰ মেজত আছিল সেই কথাও পাহৰিলে। নিজে অকলশৰীয়া অনুভৱ কৰি, ওগিয়াক মাতবোল নকৰাকৈ তেওঁ হোটেলৰ পৰা ওলাই গ'ল। ওগিয়া ৰকেটিনৰ আচৰণত আচৰিত আৰু ক্ষুব্ধ হ'ল। কিন্তু প্ৰকৃত কাৰণ জানিব নোৱাৰি দুখ প্ৰকাশ কৰিলে।

(৪)

এদিন চিন্তাক্লিষ্ট হৈ ৰকেটিন বহি থাকোঁতে তেওঁৰ নামত অহা চিঠি এখন দেখা পালে। চিঠিখনৰ খামৰ ডাক টিকটত অসংখ্য ডাকঘৰৰ মোহৰ। তাৰ মানে চিঠিখনে বহুতো ডাকঘৰ ভ্ৰমণ কৰি সেই স্থান পাইছেহি। ৰকেটিনে খামটোলৈ চকু দিলে। তেওঁৰ নামটো ঠিকেই আছে কিন্তু হাতৰ আখৰকেইটা চিনা-অচিনা। ৰকেটিনে চিঠিখন খুলি কেইবাবাৰো পঢ়িলে। হয়, তেওঁ চিঠিৰ লেখিকাগৰাকী চিনিব পাৰিলে— এসময়ৰ তেওঁৰ প্ৰেমিকা এন। চিঠিখন আৰু এনৰ নামটোৱে তেওঁৰ মনত সুখানুভূতিৰ সৃষ্টি কৰিলে। চিঠিখনত ৰকেটিনক লগ পোৱাৰ প্ৰতি থকা আগ্ৰহৰ কথাই মানুহজনৰ মনত নতুন আনন্দ দিলে। কিন্তু ক'ত লগ পাব— এইটোৱে একমাত্ৰ সমস্যা। য'তেই নাথাকক, পেৰিছতে লগ পোৱাৰ কথাও ব্যক্ত কৰিলে। ৰকেটিনেও সিদ্ধান্ত ল'লে তেওঁ অতি শীঘ্ৰে বোভাৰ্লী এৰি পেৰিছলৈ যাব। তেওঁৰ সিদ্ধান্ত অলৰ-অচৰ। যাবতীয় হোটেল ভাৰা আদি দি কাকোৱে মাত নিদিয়াকৈ তেওঁ এদিন পেৰিছলৈ ঘূৰি গ'ল।

পেৰিছৰ নিৰ্দিষ্ট স্থানত তেওঁ পূৰ্ব প্ৰেয়সী এনক লগ ধৰিলে। সেয়া বহু বছৰৰ বিৰতি। ৰকেটিনে লক্ষ্য কৰিলে এনৰ দৈহিক পৰিৱৰ্তন বহুত ঘটিছে। মানুহজনীক বহু সময় চাই থাকি অনুভৱ কৰিলে— তেওঁৰ ধাৰণা হয়তো ভুল হৈছে। এন আগৰদৰেই আছে। তেওঁৰ মন-চকুৰহে ভ্ৰম হৈছে। হয়তো তেওঁৰো দেহৰ পৰিৱৰ্তন হ'ব পাৰে। বয়সে মানুহক একেদৰে নাৰাখে। এনেও ৰকেটিনক দেখি আচৰিত হ'ল। মানুহৰ দৈহিক পৰিৱৰ্তন ইমান বেছি জানো হ'ব পাৰে? তেওঁৰ আগৰ সেই ৰকেটিন যেন ক'ৰবাত হেৰাই গ'ল। তাৰ ঠাইত তেওঁ দেখিবলৈ পালে নীৰস, অস্থি-চৰ্মৰে গঠিত এটি প্ৰেতাত্মাহে। ৰসিক ৰকেটিনক এনে তেওঁৰ সন্মুখত থকা মানুহজন নহয় বুলিয়েই প্ৰত্যয় জন্মিল। এনে ৰকেটিনক বিদায় দিলে। ৰকেটিন ভাগি পৰিল। নিজৰ মাজতে তেওঁ অতীতৰ যৌৱনক বিচাৰিলে। প্ৰকৃততে তেওঁ সিমান দেহৰ পৰিৱৰ্তন হ'ব পৰা বয়সো হোৱা নাছিল। গৱেষণাই তেওঁক অকালবৃদ্ধ কৰিলে। যি আশাৰে তেওঁ বোভাৰ্লী নগৰ এৰি পেৰিছলৈ আহিছিল, সেই আশা চূৰমাৰ হৈ যোৱাত তেওঁ সকলো ত্যাগ কৰাৰ মানসেৰে এনক লগ ধৰিবলৈ গ'ল। তেওঁ এনৰ পৰা বিদায় ল'ব— তাৰ পাছত কি কৰিব পাছত ভাবিব। যিদিনা তেওঁ এনক দেখা কৰিবৰ বাবে এনৰ ঘৰত উপস্থিত হ'লগৈ তেওঁ সেইদিনা দেখা দৃশ্যই মনত অত্যন্ত দুখ দিলে। তেওঁ দেখিলে, এনৰ সৈতে শাৰীৰিকভাৱে আলিঙ্গনাবদ্ধ হৈ আছে এজন পুৰুষ। ৰকেটিনৰ মূৰত যেন স্বৰগ ভাগি পৰিল। জীৱনৰ মোহ তেওঁ হেৰুৱালে। মনতে ভাবিলে, এটা অসাৰ্থক জীৱনহে যেন তেওঁ যাপন কৰিছে। তেওঁৰ বাবে মনোমোহা পেৰিছ নগৰ নৰকপুৰী যেন লাগিল। সেইবাবে পুনৰ তেওঁ বোভাৰ্লী নগৰলৈ ঘূৰি গ'ল। বোভাৰ্লীৰ সেই ঘৰখন পুনৰ ঠিকঠাক কৰি ল'লে। অকলশৰীয়া জীৱনৰ সংগী হিচাপে তেওঁ ওগিয়াৰ সন্ধান কৰিও বিফল হ'ল। কিন্তু হঠাতে এদিন গ্ৰন্থাগাৰতে এজনৰ পৰা ওগিয়াৰ ঘৰৰ ঠিকনা পালে। তেওঁৰ মনত আশাৰ সঞ্চাৰ হ'ল। সৰ্বজান্তা ওগিয়াৰ লগত অন্ততঃ কথা পাতি সময় নিয়াব পাৰিব।

ঠিকনামতে, তেওঁ ওগিয়াৰ ঘৰ পালেগৈ। সেই সময়ত ওগিয়াই কম বয়সীয়া দুজন কিশোৰক কিবা শিকাই আছিল। ৰকেটিনে লক্ষ্য কৰিলে ওগিয়াৰ ব্যৱহাৰ যেন অসংযত। কিশোৰ দুটাক তেওঁ যৌন শিক্ষা দি আছিল। তেওঁ এজন সমকামী পুৰুষ। কম বয়সীয়া কিশোৰক চলে-বলে ঘৰলৈ আনি নিজৰ যৌন বাসনা পূৰ্ণ কৰে। ৰকেটিন হতভম্ব হ'ল। জ্ঞানীৰ মুখা পিন্ধা কিছুমান মানুহৰ প্ৰকৃত চৰিত্ৰ যে লালসাৰে ভৰা সেই সম্পৰ্কে জানিব পাৰি অত্যন্ত অনুতপ্ত হ'ল। তেওঁ ওগিয়াৰ সংগ ত্যাগ কৰিলে। তেওঁৰ মানুহৰ প্ৰতি বিশ্বাস হেৰাল। বোভাৰ্লী নগৰো তেওঁৰ বাবে দুখৰ কাৰণ হ'ল। পুনৰ বোভাৰ্লী ত্যাগৰ সিদ্ধান্ত। সেইবাবেই এদিন সন্ধ্যা কফি হাউচৰ সেই মালিকনীক দেখা



কৰিবলৈ গ'ল। তেওঁ বাটত ভাবি গৈছিল যে কফি হাউচত ফ্ৰাংকচৰ সৈতে সেইদিনা দীঘলীয়াকৈ আলাপ কৰিব। কিন্তু সেই আশাও পূৰণ নহ'ল। সেইদিনা ফ্ৰাংকচে অন্য গ্ৰাহকৰ দৰেই বেপাৰীসুলভ হাঁহি মাৰিহে তেওঁক সম্ভাষণ জনালে। দুটামান গতানুগতিক শব্দৰে কথা পাতি ফ্ৰাংকচ্ অন্য গ্ৰাহকৰ ওচৰলৈ গুচি গ'ল। ৰকেটিনে আকৌ মানুহক চিনি পালে। সকলো মানুহৰ ভিতৰতে স্বাৰ্থপৰ মানুহ একোটা সোমাই থাকে। অভীষ্ট সিদ্ধিৰ বাবে সি বাহিৰৰ মানুহটোৰ হতুৱাই কাম কৰায়। ৰকেটিনে মহিলাগৰাকীক মাতবোল নকৰাকৈ ওলাই গ'ল।

(৫)

মানুহৰ প্ৰতি বিৰাগ মনোভাবেৰে ৰকেটিনে নিজৰ জন্মভূমি পেৰিছলৈ বুলি যাত্ৰা কৰিলে। বোভাৰ্লী ৰেল ষ্টেছনত টিকট কিনি, ৰেলগাড়ীত উঠিব খোজোতেই এটি নতুন চিন্তা তেওঁৰ মনত খেলালে— মাৰ্কুইচ ৰোলেবনৰ সম্পৰ্কে গৱেষণা গ্ৰন্থ যুগুত কৰিনো তেওঁৰ কি লাভ হ'ব? অনৰ্থক সময় নষ্ট। ইতিমধ্যে বহুতো মূল্যৱান সময় তেওঁ নষ্টও কৰিলে। তাতোকৈ যদি তেওঁৰে জীৱনৰ ভিত্তিত এখন উপন্যাস লিখিলেহেঁতেন। নীৰস গৱেষণা গ্ৰন্থতকৈ সেই উপন্যাসখনে মানুহক আনন্দ দিব। পাঠক পালেহেঁতেন। গতিকে তেওঁ উপন্যাসখন লেখাৰ কথাকে ভাবি ৰেলগাড়ীৰ আসনত বহিলগৈ। ৰেলগাড়ীত বহি আকৌ এবাৰ ভাবিলে, উপন্যাসখন যেনিবা লেখিলেই, তেওঁৰ জীৱনৰ বাবে সেইখনৰ মূল্যই বা কিমান হ'ব? তেওঁৰ অস্তিত্ব জানো সেই উপন্যাসখনে প্ৰকাশ কৰিব পাৰিব?

LANAUSEE (1938).
Eng. trans. 1949
Editlons Grallimond., France.

# আলবাৰ্ট কেমু ঃ দ্য প্লেগ (লা প্যাষ্ট)



(১)

ফৰাচী ঔপন্যাসিক, প্ৰবন্ধকাৰ আৰু নাট্যকাৰ আলবাৰ্ট কেমুয়ে এটি নিম্ন বিত্ত কৃষক পৰিয়ালত ১৯১৩ চনৰ ৭ নৱেম্বৰত আলজেৰিয়াৰ মনডোভিত জন্মগ্ৰহণ কৰিছিল। শিশু অৱস্থাতে পিতাকৰ মৃত্যু হোৱাত আৰ্থিক অনাটনে তেওঁক বাৰুকৈয়ে ভোগাইছিল। এফালে দাৰিদ্ৰতা আনফালে বিভিন্ন ৰোগে আক্ৰান্ত কৰা কিশোৰ কেমুৱে বিদ্যা-শিক্ষাতো আগবাঢ়িব পৰা নাছিল। কিন্তু নিজৰ প্ৰচেষ্টা আৰু একান্ত অধ্যৱসায়ৰ ফলত পঢ়া-শুনা কৰি আলজেৰিয়া বিশ্ববিদ্যালয়ৰ পৰা ১৯৩৬ চনত দৰ্শনত সন্মান লৈ স্নাতক হয়। বিশ্ববিদ্যালয়ৰ পৰা ওলোৱাৰ পাছত তেওঁ জানিব পাৰিলে যে তেওঁক যক্ষ্মা ৰোগে আক্ৰান্ত কৰি আছিল। যিকোনো মুহূৰ্ততে তেওঁৰ মৃত্যুও হ'ব পাৰে। তথাপিও তেওঁ হতাশ হোৱা নাছিল। তেওঁ ফ্ৰান্সলৈ গৈ প্ৰথমে 'কমবেট' নামৰ সাম্যবাদী দলৰ কাকত এখনত কৰ্মজীৱন আৰম্ভ কৰি তাৰ পাছত শিক্ষকতাও কৰিছিল। কেমু এগৰাকী সাম্যবাদী অথচ অস্তিত্ববাদী লেখক আছিল। তেওঁ সেইবাবে এবচাৰ্ড আন্দোলনক বিৰোধিতাও কৰিছিল। ১৯৪২ চনত তেওঁ ফৰাচী আন্দোলনতো সহযোগ কৰিছিল।






কেমুৰ সাহিত্যিক জীৱন আৰম্ভ হৈছিল *'দ্য ষ্ট্ৰেইন জাৰ'* (*দ্য আউটচাইডাৰ*, ১৯৪২) নামৰ উপন্যাসখনৰ যোগেদি। *'দ্য মিথ্ অৱ চিচিফাচ্'* (১৯৪২) তেওঁৰ অন্যতম সাহিত্য নিদৰ্শন। এইগ্ৰন্থখনতে লেখকৰ দাৰ্শনিক মত প্ৰকাশ পাইছে। *'দ্য প্লেগ'* (১৯৪৭) উপন্যাসখন বিশ্ব সাহিত্যৰ অন্যতম সংযোজন। *'দ্য ৰিয়েল'* (১৯৫১), আত্মজীৱনীমূলক উপন্যাস *'দ্য ফাৰ্ষ্ট মেন'* (১৯৫১), *দ্য ফল'* (১৯৫৭) আদি উল্লেখযোগ্য উপন্যাস। *'দ্য এক্সাইল এণ্ড দ্যা কিংডম'* (১৯৫৭) তেওঁৰ বিখ্যাত চুটি গল্পৰ সংকলন।

কেমুৱে ১৯৫৭ চনত সাহিত্যত নোবেল বঁটা লাভ কৰিছিল।

১৯৬০ চনৰ ৪ জানুৱাৰীত মটৰ দুৰ্ঘটনাত কেমুৰ মৃত্যু হয়।

(২)

*দ্য প্লেগ (La Peste)* কেমুৰ অসাধাৰণ কৃতিত্বৰ নিদৰ্শন উপন্যাস। দ্বিতীয় মহাযুদ্ধৰ পাছত ফৰাচী সাহিত্যত অধিক জনপ্ৰিয়তা লাভ কৰা এই উপন্যাসখনে বিশ্ব সাহিত্যত কেমুৰ স্থান যাউতি যুগমীয়া কৰে। নোবেল বঁটাৰ বাছনিত এইখন উপন্যাসকে আধাৰ হিচাপে লোৱা হৈছিল। উপন্যাসখনৰ কাহিনীৰ ৰূপটো হ'ল—

১৯৪০ চনৰ ঘটনা।

আফ্ৰিকা মহাদেশৰ আলজেৰিয়াৰ ওৰান চহৰত এন্দুৰৰ উপদ্ৰৱ বাঢ়িবলৈ ধৰিলে। জাক জাক এন্দুৰে যেতিয়া চহৰখনত ভৰি পৰিল, তেতিয়া চহৰৰ এজন বিখ্যাত চিকিৎসক ডাক্টৰ ৰেৰনেৰ ৰিয়োৱে এন্দুৰৰ পৰা হ'বলগীয়া আগন্তুক অশুভ সংকটৰ কথা চিন্তা কৰিলেও সেই বিষয়ে কিবা প্ৰতিকাৰৰ কথা ভবা নাছিল। ইফালে দিনক দিনে এন্দুৰৰ সংখ্যাও বাঢ়িবলৈ ধৰিলে। এদিন পুৱা চিকিৎসকৰ চকীদাৰজনে চিকিৎসকৰ বাসভৱনৰ দুৱাৰডলিত তিনিটা মৰা এন্দুৰ দেখি ডাক্টৰক জনালে। কিন্তু ডাক্টৰ ৰিয়োৱে সেই কথা গুৰুত্বপূৰ্ণ বুলি নাভাবি এন্দুৰকেইটা পেলাই দিবলৈহে ক'লে।

ডাক্টৰ ৰিয়োৰ ঘৰুৱা সমস্যাও অনেক। বিশেষকৈ তেওঁৰ পত্নীৰ স্বাস্থ্যই মানুহজনক অন্য কথা চিন্তা কৰিবলৈ সুবিধাকে নিদিছিল। পত্নীৰ স্বাস্থ্যৰ উন্নতিৰ বাবে প্ৰয়োজন হ'ল স্বাস্থ্যকৰ স্থানলৈ স্থানান্তৰিত কৰা। কামতে তেওঁ ব্যস্ত হোৱাত এন্দুৰৰ উপদ্ৰৱৰ কথালৈ কাণ দিব পৰা নাছিল। ডাক্টৰ ৰিয়োৱে আন ৰোগীৰ স্বাস্থ্য পৰীক্ষা কৰাতো মনোযোগ নিদিয়া হ'ল। এদিন তেওঁ জানিব পাৰিলে যে চকীদাৰজনৰ জ্বৰ হৈছে। হাতেৰে মৰা এন্দুৰ ধৰাৰ পাছতে জ্বৰ হোৱাত চিন্তাৰ কাৰণো হ'ল। মানুহটোৱে জ্বৰত কঁপিবলৈ ধৰিলে; বিষত অসহ্য যন্ত্ৰণা ভুগিলে আৰু শেষত মৰি থাকিল। একেটা জ্বৰ, তাতে অসহ্য বিষ-বেদনা পোৱা লক্ষণ দেখি ডাক্টৰৰ মন চেবালে। তেওঁ সেই বিষয় লৈ চিন্তাও কৰিলে আৰু চহৰৰ অন্যান্য চিকিৎসকৰ সৈতেও আলোচনা কৰিলে। এন্দুৰৰ পৰা যে মাৰাত্মক প্লেগ বেমাৰ হ'ব পাৰে সেই বিষয়ে নিশ্চিত হ'ল। কিন্তু

জনসাধাৰণে ভয় খাই বুলি নজনালে। তেওঁলোকে ভাবিলে, সৰ্বনাশী প্লেগ বেমাৰৰ কথা শুনিলেই মানুহৰ মনত আতংকৰ সৃষ্টি হ'ব। ক'ৰবাত অন্য কাৰণত মানুহৰ মৃত্যু হ'লেও প্লেগতে মৰা বুলি উৰা বাতৰিও প্ৰচাৰ হ'ব। এনে কথা ভাবি থাকোঁতেই প্লেগ মহামাৰীয়ে নগৰ আৱৰি ধৰিলে। যেতিয়া দিনৌ বহুতো মানুহৰ মৃত্যুৰ খবৰ প্ৰচাৰ হ'ল, তেতিয়াহে কৰ্তৃপক্ষৰ চকু মেল খালে। চৰকাৰে পৰিস্থিতি বুজি চৰকাৰীভাৱে প্লেগ মহামাৰীয়ে ওৰান চহৰ গ্ৰাস কৰাৰ কথা ঘোষণা কৰিলে। চহৰখনলৈ বাহিৰৰ পৰা মানুহ অহা, যোৱা নিষিদ্ধ কৰিলে। চৰকাৰ ইমান সজাগ হ'ল যে টেলিফোনত কথা পতা বা হাতে লিখা চিঠিৰ আদান-প্ৰদানো বন্ধ কৰিলে। যোগাযোগৰ একমাত্ৰ বাহক হ'ল টেলিগ্ৰাফ, টেলিগ্ৰাফৰ খবৰো চৰকাৰীভাৱে সীমিত কৰা হ'ল।

ওৰানত দিনক দিনে মৃত্যুৰ সংখ্যা বাঢ়িল। শ কঢ়িওৱা গাড়ীৰে বাট-পথ ভৰি পৰিল। শ পুতিবলৈ বা ধৰ্মীয় সৎকাৰ কৰিবলৈ কবৰস্থানৰ অভাৱ হ'ল, মানুহৰ আজৰি নোহোৱা হ'ল। মৃতকৰ বাবে ধৰ্মীয় সংস্কাৰ বাদেই, খন্তেক মৌন প্ৰাৰ্থনাৰো সময় নোহোৱা অৱস্থা হ'ল। যিজনে অলপ সময়ৰ আগতে কাৰোবাৰ শৱ সৎকাৰ কৰিছিল, পিছ মুহূৰ্ততে সেইজনকে সৎকাৰ কৰিবলগীয়া অৱস্থা হ'ল। এনেকৈ ত্ৰাসৰ সৃষ্টি কৰা মহামাৰীৰ বিৰুদ্ধে যুঁজিবলৈ ডাক্টৰ ৰিয়োঁৰ নেতৃত্বত এটি স্বেচ্ছাসেৱী বাহিনী গঠন কৰা হ'ল। এই দলটোৱে শ-সৎকাৰ কৰা, স্থান পৰিষ্কাৰ কৰা, এন্দুৰ বধ কৰা, ঔষধ বিতৰণ কৰা সকলো কামতেই আত্মনিয়োগ কৰিলে। চিকিৎসালয়বোৰত চিকিৎসকসকলে দিন-ৰাতি সেৱা আগবঢ়ালে।

বিশেষ অনুমতি লৈ বাহিৰৰ সংবাদদাতাসকল আহি ওৰানত পদাৰ্পণ কৰি প্লেগৰ বা-বাতৰি প্ৰচাৰ কৰিলে। এওঁলোকেও চৰকাৰৰ পৰা কঠোৰ নিৰাপত্তাতহে আহিব পাৰিছিল। কিন্তু তেওঁলোকক বেছিদিন থকাৰ অনুমতি দিয়া নাছিল। এনে সাংবাদিকসকলৰ ভিতৰত এজন আছিল পেৰিছৰ ৰেমন্ড ৰেঁচা। ৰেমন্ড ৰেঁচা বিশেষ কামত অৱশ্যে প্লেগ আৰম্ভ হোৱাৰ আগৰে পৰা আছিল। তেওঁৰ কাম আছিল আলজেৰিয়াৰ শ্ৰমিকসকলৰ সম্পৰ্কে অধ্যয়ন কৰা। শ্ৰমিকসকলৰ সামাজিক জীৱন-যাপন, কল-কাৰখানাত তেওঁলোকৰ নায্যতা আদি সম্পৰ্কত প্ৰতিবেদন যুগুত কৰাৰ উদ্দেশ্যেই ওৰানত তেওঁ দীৰ্ঘ দিন আছিল। তেওঁৰ কামো প্ৰায় শেষ হৈ আহিছিল। কিন্তু তাৰ মাজতে চহৰত দেখা দিলে প্লেগে। চৰকাৰী নিষেধাজ্ঞা থকা সত্ত্বেও এবাৰ তেওঁ তাৰ পৰা পলাই যোৱাৰো চিন্তা কৰিছিল। কিন্তু তেওঁৰ চকুৰ আগতে দেখা মানুহৰ দুৰ্দশাবোৰে, তেওঁৰ বিবেকে সেই কামত বাধা দিলে। ৰেঁচা ওৰানতে ৰৈ গ'ল। শেষত তেওঁ স্বেচ্ছাই ডাক্টৰ ৰিয়োৰ স্বেচ্ছাসেৱী বাহিনীত অন্তৰ্ভুক্ত হ'ল।



(৩)

যেতিয়া দেশত ৰোগ-ব্যাধি হয়, মানুহৰ দুৰ্দশাই সীমা ভাঙে, তেতিয়া ধৰ্মীয় ব্যক্তিসকল সৰৱ হৈ পৰে। তেওঁলোকে প্ৰচাৰ কৰে যে দেশত অমঙ্গল, ৰোগ আদি মানুহে ধৰ্মৰ প্ৰতি আওকাণ কৰাৰ বাবেহে হয়। প্লেগৰ দৰে মহামাৰীও দেৱতাৰ ৰোষৰ বাবেহে হয়। ওৰানৰ সাধাৰণ অশিক্ষিত গাঁৱৰ মানুহৰ মাজত এনে ধৰ্মীয় সতৰ্কতা প্ৰচাৰ চলালে পেনেলো নামৰ পাদুৰিজনে। অন্ধবিশ্বাসী মানুহৰ মনত তেওঁ চিকিৎসাতকৈ ধৰ্মীয় আৱেগহে সুমাই দিলে। যি ঈশ্বৰক বিশ্বাস কৰে তেওঁক প্লেগ বা মাৰাত্মক ব্যাধিয়েও একো কৰিব নোৱাৰে। এইদৰে ধৰ্মবাণী প্ৰচাৰ কৰি থাকোঁতেই তেওঁৰ সন্মুখতে এটি ফুল কুমলীয়া শিশুৰ মৃত্যু হ'ল। নিষ্পাপ শিশুটিৰ মৃত্যুত পাদুৰি পেনেলোৰ মন পৰিৱৰ্তন হ'ল। তাৰ পাছতে এদিন পাদুৰিও প্লেগৰ কবলত পৰিল। ঈশ্বৰ বিশ্বাসী পাদুৰিয়ে শেষত ডাক্টৰ ৰিয়োৰ চিকিৎসাধীন হ'ল। মহামাৰীয়ে কিন্তু পাদুৰিক এৰা নিদিলে। এদিন পাদুৰিও মৃত্যুমুখত পৰিল।

অদ্ভুত প্ৰকৃতিৰ চৰকাৰী চাকৰিয়াল গ্ৰাঁ। তেওঁ একেটা পদতে যি চাকৰিত সোমাল— সোমালেই। তাৰপৰা তেওঁ বদলিও নহয়, পদোন্নতিও নহ'ল বা দৰমহাও নাবাঢ়িল। নিতৌ চাকৰিলৈ যাব লাগে বাবেহে যায়। কিন্তু তাত কি কৰেগৈ কোনেও নাজানে। ঘৰতো কোনো কথাতে মন-কাণ নকৰে। সেইবোৰ কাৰণতে তেওঁৰ পত্নীয়েও এদিন বিচ্ছেদ ঘটাই আঁতৰিল। তাৰ বাবেও গ্ৰাঁৰ কোনো আক্ষেপ নাছিল। চাকৰিলৈ গৈ নিজৰ আসনত বহি ড্ৰয়াৰৰ পৰা বহী এখন উলিয়াই তেওঁ এখন উপন্যাস লেখাৰ বাবে প্ৰথম দুটামান শাৰী লিখিলে। পাছদিনা কাগজখনৰ শাৰী দুটা পঢ়ি মনোমত নোহোৱাত ফালি পেলাই নতুনকৈ লিখিলে। কেতিয়াবা লিখাখিনিকে শুধৰাই থাকে। বহু, কাম সিমানেই। গ্ৰাঁয়ো এদিন ডাক্টৰৰ স্বেচ্ছাসেৱক বাহিনীত যোগ দিলে।

আন এটি চৰিত্ৰ হ'ল চহৰৰ চৰকাৰী উকীলৰ পুত্ৰজন। কিবা ঘৰুৱা কথাত এদিন ঘৰ ত্যাগ কৰি কোনো এটা ৰাজনৈতিক দলত যোগ দিলে। কিন্তু তাতো তেওঁ বেছিদিন নিটিকিল। ৰাজনীতিৰ সাংগঠনিক কামে আমুওৱাত তেৰোঁ আহি ডাক্টৰৰ বাহিনীত যোগ দিলেহি। এনেকৈ কেইবাটাও বিভিন্ন পৰ্যায়ৰ চৰিত্ৰই স্বেচ্ছাসেৱক বাহিনীত যোগ দিয়াত ডাক্টৰ ৰিয়োৰ স্বেচ্ছাসেৱক বাহিনীটো ডাঙৰ হৈ পৰিল। প্লেগ মহামাৰীয়ে আঠ মাহ ধৰি চহৰখনত তাণ্ডৱ লীলা চলোৱাৰ পাছত লাহে লাহে উপশম হ'বলৈ ধৰিলে। নতুন বছৰৰ আগমনত শীতকাল অহাত ৰোগে শাম কাটিলে। চহৰখনৰ বাট-পথত মানুহৰ সমাগম আকৌ বাঢ়িবলৈ ধৰিলে। দোকান-পোহাৰো খুলিলে। মুঠতে চহৰখন পুনৰ সজীৱ হৈ উঠিল।

ডাক্তৰ ৰিয়োৰ আপ্ৰাণ চেষ্টাত চহৰখনৰ পৰা প্লেগ আঁতৰিল। সকলোৱে ডাক্তৰৰ কাৰ্য আৰু নিস্বাৰ্থ সেৱাক প্ৰশংসা কৰিলে। কিন্তু সেই আনন্দ আৰু প্ৰশংসাৰ মাজতে এদিন ডাক্তৰে পত্নীৰ মৃত্যুৰ বাতৰিটো পাই মৰ্মাহত হ'লেও ধৈৰ্য নেহেৰুৱালে। শ-শ মানুহৰ মৃত্যুৰ মাজৰে তেওঁৰো পত্নী যেনিবা আছে— সেই কথা ভাবিয়ে তেওঁ দুখ নকৰিলে। তেওঁ যে চিকিৎসা কৰি মানুহক প্লেগৰ হাতোৰাৰ পৰা উদ্ধাৰ কৰিব পাৰিলে— সেই মাৰাত্মক মহামাৰীক বিদায় দিব পাৰিলে— মানুহৰ পুনৰ আনন্দ দেখি তেওঁ সুখ অনুভৱ কৰিলে। ডাক্তৰ ৰিয়োৱে সেই আনন্দতে সকলো দুখ পাহৰিলে।

THE PLAGUE (1947)
2nd Edn. 1948
Lihrainye Crallimand, France



# আইভো এন্দ্ৰিচ্ ঃ দ্য ব্ৰীজ অন দ্য ড্ৰিণা

(১)



আইভো (ইভো) এন্দ্ৰিচ্ যুগোশ্লাভ সাহিত্যৰ এগৰাকী প্ৰখ্যাত লেখক। তেওঁ কূটনীতিবিদ ৰাজনৈতিক ব্যক্তি হিচাপেও পৰিচিত। বচেনিয়া-হাৰজেগোভিনাৰ ট্ৰাভনিক্ চহৰত ১৮৯২ খ্ৰীষ্টাব্দত ১০ অক্টোবৰত জন্ম গ্ৰহণ কৰিছিল। তেওঁ শৈশৱকাল কটাইছিল ভিচেগ্ৰাড নামৰ এখন অখ্যাত চহৰত। উল্লেখযোগ্য যে, বোচেনিয়া হাৰজেগোভিনা এসময়ত যুগোস্লাভ প্ৰজাতন্ত্ৰৰ ভিতৰতে আছিল। জন্মৰ দুবছৰ মানৰ পিছতে পিতৃহাৰা আইভোৰ প্ৰাথমিক শিক্ষা ভিচেগ্ৰাডৰ বিদ্যালয়তে আৰম্ভ হয়। পৰৱৰ্তী পৰ্যায়ত বেলগ্ৰেডত উচ্চ শিক্ষা লাভ কৰিছিল। ভিচেগ্ৰাডৰ নৈসৰ্গিক দৃশ্যত মতলীয়া আইভোৰ অন্তৰত জাগি উঠিছিল কবিতাৰ ছন্দ। কিশোৰ জীৱনতে তেওঁ কবি হিচাপে আত্মপ্ৰকাশো কৰিছিল। যুৱক অৱস্থাত দেশ-প্ৰেমত মগ্ন হৈ বিদেশী কবলৰ পৰা দেশক কেনেকৈ স্বাধীন কৰিব পাৰে, সেই চিন্তাতে দেশৰ স্বাধীনতা আন্দোলনত যোগদান দিয়ে। প্ৰথম মহাসমৰৰ সময়ত (১৯১৫), চৰকাৰী বিৰোধী কাৰ্য-কলাপত যোগদান দিয়া বাবে তেওঁক সুদীৰ্ঘ সময়ৰ বাবে কাৰাগাৰত বন্দী কৰি থৈছিল। দ্বিতীয় মহাসমৰৰ পিছতে তেওঁ বাৰ্লিনৰ মন্ত্ৰীও হৈছিল।



ৰাজনীতিক হিচাপে খ্যাতি থকা এণ্ড্ৰিচ এগৰাকী সাহিত্যিক হিচাপেহে বিশ্বত পৰিচিত। নিজা চহৰ (সেই সময়ত গাঁও) ডিচেগ্ৰাডৰ নৈসৰ্গিক শোভা, সমাজ আৰু ঠাইখনৰ ভৱিষ্যত উন্নতিৰ সপোন ৰচা উপন্যাস 'দ্য ব্ৰিজ অন দ্য ড্ৰিণা' এখন বাস্তৱধৰ্মী সাৰ্থক সাহিত্যকৰ্ম। ১৯৪৫ চনত লেখা উপন্যাসখনৰ বাবে তেওঁক ১৯৬১ চনত সাহিত্যৰ নোবেল বঁটা প্ৰদান কৰা হয়। দ্য বোচেনিয়ান ষ্টৰী (১৯৪০) আন এখন ৰাজনৈতিক উপন্যাস। বোচেনিয়াৰ ৰাজনৈতিক বিভিন্ন ধাৰা এই উপন্যাসত পোৱা যায়। 'মিচ এক্স' তেওঁৰ তৃতীয়খন উপন্যাস, সাহিত্য সমালোচক হিচাপেও আইভো এণ্ড্ৰিচৰ অৱদান অতুলনীয়। তেওঁক 'যুগোশ্লাভিয়াৰ টলষ্টয়' বুলিও জনা যায়। ১৯৭৫ চনৰ ১৩ মাৰ্চত বেল গ্ৰেডত তেওঁৰ মৃত্যু হয়। আমাৰ আধাৰ উপন্যাসৰ অনুবাদক এল এফ এৰ্ডোৱাড। মূল উপন্যাসৰ নাম — NA DRINI CUPRIJA HA APNHN HYRPNJA.

চিকাগো ইউনিভাৰচিটি প্ৰেছ (১৯৪৫) সংকলন। আইভো এন্দ্ৰিচৰ 'দ্যা বচনিয়ান ষ্টৰী'ৰ দৰে আলোচ্য উপন্যাসখনতো দেশখনৰ ইতিহাসৰ ছবি স্পষ্ট। লেখকৰ স্বদেশ প্ৰেমৰ উপন্যাসখনত বিদ্যমান। উল্লেখযোগ্য যে তেওঁ সাৰ্বভৌম ৰাষ্ট্ৰখনৰ স্বাধীনতা (১৯৯১) দেখাৰ সৌভাগ্য নেপালে। উপন্যাসখনৰ কাহিনী এনেধৰণৰ—

(২)

উপন্যাসখনৰ প্ৰথম অধ্যায় আৰম্ভ কৰা হৈছে বচেনিয়া হাৰজেগোভিনাৰ 'পূৰ্ব ইতিহাসৰ পাতনিৰে'। ১৬ শ শতিকাৰ আগভাগৰ ঘটনাক পশ্চাদ অৱলোকন কৰি ঘটনাটো আগবঢ়াইছে। সেই সময়ত তুৰ্কীসকলৰ শাসন চলি আছিল। পূৰ্বতে অহা শ্লাভসকলৰ লগত মিলিত হয় ইছলামপন্থী (চুন্নী) চৰ্বিয়ান অৰ্থদস্ক বা আদিবাসী আৰু ৰোমান কেথলিকসকল। সেইসকলৰ মাজৰ বিশেষকৈ মুছলিম আৰু ৰোমান কেথলিকৰ মাজত ক্ষমতা দখলৰ বাবে যুদ্ধ আদিও সঘনে হৈছিল। উপন্যাসখনৰ আৰম্ভণিও ইছলামী ৰাজতন্ত্ৰ আৰু ৰোমান কেথলিকৰ সংঘৰ্ষৰ দ্বাৰা।

১৫১৬ চনৰ কথা। তুৰ্কীৰ চুলতান প্ৰথম চেলিমে বচেনিয়া অধিকাৰ কৰি নিজৰ খিতাপ বিস্তাৰ কৰিলে। তেওঁ ৰাজ্যৰ প্ৰজাসকলক নিৰ্দেশ জাৰি কৰিলে যে, তেওঁলোকে প্ৰতি বছৰে বছৰে ঘৰে প্ৰতি একোটি পুত্ৰ সন্তান ৰজা ঘৰত উপহাৰ হিচাপে দিয়ে। যদি দিব নোৱাৰে তেওঁলোক ৰাজৰোষত পৰি দণ্ড পাব। এই নিৰ্দেশ ঘাইকৈ কেথলিক প্ৰজাৰ ওপৰত পৰিছিল। চুলতানৰ কঠোৰ নিৰ্দেশ প্ৰজাসকলে পালন কৰিবলৈ বাধ্য হৈছিল। ঘৰত পুত্ৰ সন্তান জন্ম হ'লেই তেওঁলোকৰ চিন্তাত পাৰ নোপোৱা হৈছিল। কিশোৰ পুত্ৰসকলক ৰজাঘৰত বিশেষ নিৰাপত্তা দি আচুতীয়াকৈ ৰখাৰ ব্যৱস্থা কৰা হৈছিল। যিদিনাই এই কিশোৰবিলাকক ৰজা ঘৰত গতাই দিয়া হৈছিল, সেই



দিনাৰে পৰা পৰিয়ালৰ কোনোৱে তেওঁলোকক দেখা কৰিব নোৱাৰিছিল। সম্পৰ্ক ছেদ কৰা হৈছিল আৰু ধৰ্মান্তৰ কৰি বেলেগে নামকৰণ কৰা নিয়মো বান্ধি দিছিল। সেইবাবেই একোটা কেথলিক পুত্ৰ মুছলিম হৈ পৰিছিল। সময়ে সময়ে সেই কিশোৰ বিলাকক দলবদ্ধভাৱে খোজ কঢ়াই তুৰস্কৰ ৰাজধানী ইষ্টাম্বুললৈ লৈ যোৱা হৈছিল। উপন্যাসখনৰ আৰম্ভণিতো ঠিক তেনে দলবদ্ধ কিশোৰৰ বাট কুৰি বাই ইষ্টাম্বুললৈ যোৱাৰ কথাৰে পৰা।

বচেনিয়াৰ পৰা ইষ্টাম্বুলৰ দূৰত্ব কম নহয়। কিন্তু কিশোৰবিলাকক খোজ কঢ়াইহে লৈ যোৱা হৈছিল। অবোধ ল'ৰাহঁতে নেজানে সিহঁতক কেনি- কি কাৰণত সমদলৰে লৈ যোৱা হৈছে। চন্তৰী কেইটাই মাজে মাজে দি যোৱা নিৰ্দেশ পালন কৰি সিহঁত কেৱল আগবাঢ়ি গৈছিল। পথ সুগম নাছিল। পাহাৰীয়া দুৰ্গম পথৰ যেন অন্ত নহৈছিল। কিশোৰৰ দলটো যি পথেৰে আগবাঢ়িছিল, তাৰ নিৰাপদ দূৰত্বত আগবাঢ়িছিল এদল মহিলা। বেচেৰীহঁতে ইচ্ছা কৰিলেও সেই ল'ৰাহঁতক দেখা কৰিব পৰা নাছিল। পহৰাদাৰীৰ চোকা দৃষ্টি। সিহঁতক অমান্য কৰিবৰ সাহসো তেওঁলোকৰ নাছিল। দুগৰাকীমান মহিলাই মৰসাহ দি আগবাঢ়িছিল, কিন্তু পহৰাদাৰীৰ ধমক আৰু হাতত থকা ফেটী সাপৰ দৰে চাবুক দেখি তেওঁলোক আগবাঢ়িব নোৱাৰিলে। মহিলাসকলৰ ইচ্ছা তেওঁলোকৰ পুত্ৰ, ভতিজা, ভাগিনহঁতক এবাৰ চোৱা, কিবা এটা খোৱা বস্তু দিয়া আৰু মৰমেৰে মাত এষাৰ দিয়া। বহুদূৰ বাটকুৰি বায় তেওঁলোক উপস্থিত হয়গৈ ড্ৰিণা নদীৰ পাৰত। ড্ৰিণা বচনিয়াৰ সীমান্তত থকা এখন খৰস্ৰোতা পাহাৰীয়া নৈ। নৈখন বহল নাছিল। সিপাৰত তহলদাৰী এদল সৈন্য বৈ আছিল। কিশোৰবিলাকক নিয়া চন্তৰীহঁতে সমদলটো সোফালে লৈ গ'ল। বাওপাৰে থাকিল মহিলাৰ দল। সিপাৰে থকা তহলদাৰী দলে ল'ৰাহঁতক লৈ আগবাঢ়িল। চকুৰে মণিব পৰাকৈ মহিলা দলটোৱে সেই ল'ৰা কেৱল চাই থাকিল। নিজৰ তেজৰ সম্পৰ্ক থকা সেই কিশোৰহঁতক শেষবাৰলৈ চাই বিষণ্ন মনে, চকুপানী টুকি ঘূৰি আহিল।

(৩)

পুৰণি কথা একোৱে মনত নাছিল শ্বেকোলি নামৰ মানুহজনৰ। তেওঁ মাত্ৰ শুনিছিলহে যে তেওঁ আৰু সতীৰ্থসকল প্ৰকৃততে মুছলমান নাছিল। কেথলিক খ্ৰীষ্টিয়ানহে, কিন্তু বৰ্তমান তেওঁ মহম্মদ শ্বেকোলি পাছা, এজন ৰজাঘৰীয়া মানুহ। তুৰস্কই দখল কৰা পিছত বচনিয়া, তুৰ্কী ৰাজতন্ত্ৰৰ ভিতৰুৱা হয়, ৰাজতন্ত্ৰৰ গৰাকী চুলতানৰ অধীনত বচনিয়াৰ শাসন আৰম্ভ হ'ল। যিটো কিশোৰ দলক চুলতানে ইস্তাম্বুললৈ ইছলাম ধৰ্মত দীক্ষিত কৰিবলৈ পঠাইছিল, তেওঁলোকক ইছলামীয় শিক্ষা-দীক্ষা দিয়াৰ লগতে এজন জেহাদী সৈনিকৰ শিক্ষাও দিয়া হৈছিল। সেই দলটোৱে প্ৰধান নেতা

পাতিছিল শ্বেকোলিক। চুলতানে তেওঁক মৰমৰ চকুৰেও চাইছিল। শ্বেকোলিয়ে এতিয়া সেইবোৰ কথা কিছু মনত ৰাখিছিল। চুলতানে শ্বেকোলিক বচনিয়ালৈ আনি নিজৰ প্ৰাসাদত ৰাখিছিল। শ্বেকোলিয়ে ৰোমন্থন কৰে যুৱক হিচাপে ৰাজপ্ৰাসাদত থাকোঁতে ৰাজকুমাৰীৰ সৈতে হোৱা তেওঁৰ প্ৰথম চিনাকি। কেনেকৈ দুয়ো প্ৰেম সাগৰত সাঁতুৰি একেলগ হৈছিল। তেওঁ অতীতৰ স্মৃতিবোৰ পাহৰি এজন প্ৰকৃত মুছলমান হিচাপে জীৱন বাটত আগবাঢ়িল। চুলতানৰ কাম তেওঁ নিষ্ঠাৰে পালন কৰিছিল। ইছলামীয় ৰাজনীতি দক্ষতাৰো তেওঁ পৰিচয় দিব পাৰিছিল। এজন প্ৰেমিক হিচাপেও তেওঁ ৰাজকুমাৰীৰ অন্তৰ জয় কৰিবলৈ বেছি সময়ৰ প্ৰয়োজন নহ'ল। হেৰেমপুৰীত সেই প্ৰেম কাহিনী প্ৰচাৰ হ'ল। চুলতানৰ কাণতো সেইকথা কোনোবাই চোৱাত চুলতানে বেগমক তেওঁৰ সন্মতিৰ কথা অৱগত কৰিলে। তেওঁ শ্বেকোলিৰ যৌৱন সুলভ কৰ্মদক্ষতাৰ পৰিচয় পোৱাৰ বাবেই জোঁৱাই হিচাপে স্বীকৃতি দিবলৈ কুণ্ঠাবোধ নকৰিলে। তেওঁ ভালদৰে জানিছিল যে ৰাজকাৰ্যৰ বাবেও যুৱকজন উপযুক্ত। গতিকে অতি ধুমধামেৰে নিকাহ অনুষ্ঠান পতাৰ বাবে তেওঁ আয়োজন কৰিলে। ৰাজ্যত ৰজাঘৰীয়া নিকাহ অনুষ্ঠান ৰাজকীয়ভাৱেই হৈ গ'ল। মহম্মদ শ্বেকোলি পাছাৰ সন্মান বাঢ়িল। দেশৰ ভাবি চুলতান হিচাপে তেওঁ পৰিচিত হ'ল। সম্পদৰ ভাগ্যলক্ষ্মীয়ে তেওঁক লগ দিলে। শ্বেকোলি ৰাজ্যৰ এজন ধনী ব্যক্তিয়েই নহয় প্ৰভাৱশালী ব্যক্তিও।

সেই শ্বেকোলিৰ বয়স বৰ্তমান ষাঠি বছৰ। জীৱনত পাবলগীয়াখিনি সকলো পালে। কিন্তু পোৱাৰ মাজতো কিবা নোপোৱাৰ দুখ অনুভৱ কৰিলে, তেওঁৰ বাৰু কি দুখ থাকিব পাৰে? সকলো তেওঁৰ বাবে যে সম্ভৱপৰ। সেই নোপোৱাৰ বেদনাতে মানুহজন হৈ পৰিল ভাবুক। কিবা যেন তেওঁৰ নাই— সেই চিন্তাই জুমুৰি দি ধৰি মানুহজনক বেছি বুঢ়া কৰিলে। চিন্তাক্লিষ্ট শ্বেকোলিক মানসিক অসুখ বুলি চিকিৎসাও কৰা হ'ল। কিন্তু চিকিৎসকসকলে শ্বেকোলিৰ অসুখৰ উৎস ধৰা পেলাব নোৱাৰিলে বা আৰোগ্যও কৰিব নোৱাৰিলে। মনৰ বিকাৰ সহজে আৰোগ্য নহয়।

এটা ৰাতি বিচনাত শুই শ্বেকোলিয়ে অতীতৰ কথাবোৰ চিন্তা কৰি আছিল, নানা তৰহৰ ভাব তেওঁৰ মনত খেলা খেলিলে। চকুটো মুদি দিলেই সেই ৰঙীন দিনবোৰৰ কথা মনলৈ আহে। বাল্যকালৰ দিনবোৰলৈ মনত পৰে। আধা পোহৰ আধা আন্ধাৰ ভৰা ভাব ৰাজ্যত শ্বেকোলিয়ে বিচৰণ কৰে বাল্যকালৰ ভিচেগাৰ্ডৰ গাঁওখনৰ দৃশ্যবোৰত। সেইখন তেওঁৰ বাবে অতিকে মৰমৰ গাঁও আছিল। গাঁওখনৰ সীমাতে আছে গাঁওখনৰ জীৱনদায়িনী স্বৰূপা ড্ৰিণা নামৰ চঞ্চল পাহাৰীয়া নৈ খন। বচনিয়া আৰু ছাৰ্বিয়াৰ সীমাত থকা বাবে নৈখনৰ গুৰুত্ব নথকা নহয়। বানপানীয়ে কেতিয়াবা অশান্তিৰ সৃষ্টি কৰিলেও ড্ৰিণাক তেওঁৰ দৰে ভিছেগ্ৰাডৰ সকলোৱে ভাল



পায়। সেই ৰঙীন কথাবোৰ ভাবি থাকোঁতে তেওঁ যে কেতিয়া টোপনিত মগ্ন হ'ল ক'বকে নোৱাৰিলে। সপোনতো যেন তেওঁ নৈখনকে দেখিলে। সপোনত তেওঁ দেখিলে যে যদিও ড্ৰিণা তেওঁলোকৰ প্ৰাণদায়িনী, কিন্তু নৈখন পাৰা-পাৰ হোৱাত যথেষ্ট অসুবিধা। ইচ্ছা কৰিলেও কোনেও নৈখন পাৰ হৈ সিপাৰলৈ যাব নোৱাৰে। সেইবাবেই সৰুতে যেতিয়া দলবদ্ধভাৱে তেওঁলোকক ইস্তাম্বুললৈ লৈ যোৱা হৈছিল, ইপাৰে থকা মাকহঁতক তেওঁলোকে লগ দিব পৰা নাছিল। মাকহঁতৰ মনৰ দুখবোৰ এতিয়াহে উপলব্ধি কৰিব পাৰিছে। শেষবাৰলৈ মাকক মাত এষাৰো দিব নোৱাৰিলে, অসহ্যকৰ বেদনা। খৰস্ৰোতা ড্ৰিণাৰ ওপৰতো দলং এখন দিয়া সম্ভৱ নহয়, সপোনতে তেওঁ মৰমৰ মাতৃক দেখিলে। প্ৰশান্তময়ী মাতৃয়ে সজল নয়নেৰে তেওঁলৈ চাই আছে। হেৰোৱা পুত্ৰক পোৱা প্ৰশান্তিকৰ সুখ। কিছু সময় চাই থকাৰ পিছত এবাৰ তেওঁ শ্বেকোলিৰ খ্ৰীষ্টিয়ান নামেৰে মাতিলে। কিন্তু শ্বেকোলিয়ে একো নুবুজিলে। কিন্তু শ্বেকোলিয়ে মাকক চিনি পাইছিল। এবাৰ হেনো মাকে কান্দি কান্দি কৈছিল—"বাচা, তুমি এতিয়া এজন পৰিপূৰ্ণ মানুহ। ভগৱানে তোমাক সকলো দিছে। ধৰ্মান্তৰীণ হৈ এতিয়া মুছলমানো হ'লা। তাতনো তোমাৰ দোষ ক'ত? কাৰণ তুমি সেই ঘটনাবোৰ একো নেজানা। ধৰ্মীয় শাসনতন্ত্ৰত এনেবোৰ ঘটনা ঘটা স্বাভাৱিক। কিন্তু মনত ৰাখিবা, সকলোৰে ওপৰত তোমাৰ চিনাকি এজন মানুহ হিচাপেহে। মানৱ ধৰ্মহে প্ৰকৃত ধৰ্ম। বাহ্যিক ধৰ্মই মানুহৰ আচল পৰিচয় নহয়। মানৱ সেৱা পালনেই মানুহৰ ধৰ্ম। তোমাক দেখা দি সেইবাবে ক'বলৈ আহিছোঁ— এই যে ড্ৰিণা নৈখন। যাৰ বাবে বচনিয়াৰ জীৱন-নিৰ্বাহৰ গতি আছে অথচ যিখনৰ বাবে তোমাৰ মোৰ দৰে শতজনৰ বিচ্ছেদ ঘটিছিল, তাক আৰু পুনৰাবৃত্তি হ'বলৈ নিদিবা। তুমি ড্ৰিণাৰ ওপৰত এখন দলং নিৰ্মাণ কৰা। দুয়োপাৰৰ মানুহৰ মিলনৰ সংযোগ ঘটোৱা'। সপোনৰ মৰমিয়াল মাকজনী পোহৰৰ মাজত হেৰাই গ'ল। শ্বেকোলিয়ে সাৰ পাই দেখে বাহিৰত পুৱাৰ পোহৰ তিৰবিৰাইছে। চৰায়ে সুমধুৰ গীত গাইছে। শ্বেকোলিৰ মানসপটত কিন্তু তেতিয়াও মাকৰ মুখখন জিলিকি আছিল। সেই সৰুতে ঘৰত দেখা মেৰীৰ মুখখনৰ দৰেই উজ্জ্বল। ভালদৰে মুখ-চকু ধুই তেওঁ সপোনত মাকে দিয়া উপদেশ মনত পেলালে। ঠিকেই কৈছিল ড্ৰিণাৰ ওপৰত এখন দলঙৰ সঁচাকৈয়ে আৱশ্যক হৈছে। সেই কাম তেওঁ কিয় কৰিব নোৱাৰিব। জীৱনত তেওঁ বহুতো ধন অৰ্জন কৰিলে। ৰজাঘৰীয়া ধনৰো মালিক তেওঁৱে। কিন্তু ড্ৰিণাৰ ওপৰত দলং। ই জানো সম্ভৱপৰ। হয়তো আগতেও কোনোবাই ভাবিছিলে কিন্তু বাৰিষাত ড্ৰিণাই যি মূৰ্তি ধৰে— তাকে দেখিয়ে কোনেও সাহ কৰিব পৰা নাই। খৰস্ৰোতা নৈৰ গতিপথো সলনি হৈ থাকে। গতিকে তেওঁ জানো সেই কাম কৰাৰ বাবে আগবাঢ়িব পাৰিব? ক্ষন্তেক নীৰৱে বৈ পুনৰ চিন্তা কৰিলে নোৱাৰিব কিয়? মানুহে ইচ্ছা কৰিলেই

কাম হয়। তেওঁ দৃঢ়প্ৰতিজ্ঞা কৰিলে ড্ৰিণাৰ ওপৰত কাঠৰ নহয় চিৰদিনৰ বাবে এখন শিলৰ দলং নিৰ্মাণ কৰিব। সেই দিনাই তেওঁ নিজৰ ভৱনৰ সন্মুখত এখন সভা আহ্বান কৰি ঘোষণা কৰিলে যে তেওঁৰ নিজা ধনেৰে ড্ৰিণাৰ ওপৰত এখন শিলৰ দলং নিৰ্মাণ কৰি দুয়োপাৰৰ মানুহৰ চিৰদিনীয়া অভাৱ দূৰ কৰিব। কিন্তু তাৰবাবে ৰজাঘৰৰ পৰা একলিৰাও (মুদ্ৰা) গ্ৰহণ নকৰে। জনতাই কিন্তু শ্বেকোলিৰ অস্বাভাৱিক কথাত গুৰুত্ব নিদিলে। সেয়া তেওঁৰ বিকাৰগ্ৰস্ত মানসিক অসুখৰ ভ্ৰম বুলিহে ভাবিলে।

(৪)

শ্বেকোলি বহি নেথাকিল। তেওঁ কথা আৰু কামৰ মানুহ। ৰজাঘৰৰ পৰা বিদায় লৈ তেওঁ পুৰণি ভিচেগাৰ্ড গাঁৱত উপস্থিত হ'লগৈ। তাৰ মানুহকো তেওঁ দলঙৰ কথা ক'লে। গাঁৱৰ মানুহেও বিশ্বাস কৰিবলৈ টান পালে। শ্বেকোলি ৰজাঘৰৰ মানুহ, ধন-সম্পত্তিৰ মালিক হ'ব পাৰে, কিন্তু নৈৰ ওপৰত শিলৰ দলং এই কথাহে সম্ভৱ নহ'ব। শ্বেকোলিয়ে দুজনমান গাঁৱৰ ডেকাক লগত লৈ ড্ৰিণাৰ পাৰ পালেগৈ। নৈৰ পাৰৰ যি ঠাইৰ পৰা দলংখন সাজিব তাৰো এটা অনুমান ঠিক কৰিলে। ভিচেগাৰ্ড এখন সীমামূৰীয়া গাঁও। সেই গাঁৱৰ পৰা ছাৰ্বিয়াৰ দূৰত্বও কম। প্ৰস্তাৱিত দলংখনে বচনিয়া আৰু ছাৰ্বিয়াৰো সংযোগ ঘটাব। ইমান দিনে বিৰোধ ঘটা দুয়োখন ৰাজ্যৰে মানুহৰ মনৰ মিলন ঘটিব। আহ-যাহ সঘনে হ'ব। লগতে ভিচেগাৰ্ডৰো চেহেৰা সলনি হ'ব। গাঁৱৰ ঠাইত গঢ়ি উঠিব এখন অত্যাধুনিক চহৰ। বেহা-বেপাৰৰ কেন্দ্ৰ হ'ব। মুছলিম, কেথলিক, অৰ্থডক্সৰ সাংস্কৃতিক বিনিময়ৰ আড্ডাও হ'ব। মানুহৰ মাজৰ পৰা সংকীৰ্ণ আঞ্চলিকতাবাদী বা ধৰ্মীয় গোড়ামি ভাব আঁতৰিব। দলংখনৰ দাঁতিত কেনেকৈ চাকি জ্বলাই পোহৰৰ ব্যৱস্থা কৰিব তাকো কাল্পনিক ইংগিত দিলে। তেওঁ দলং নিৰ্মাণৰ বাবে বিদেশী প্ৰযুক্তিবিদ কাৰিকৰী নিপুণ ব্যক্তি নিয়োগ কৰা বিষয়েও চিন্তা কৰিলে। এদিন তেওঁ সঁচাকৈয়ে দলং নিৰ্মাণৰ কাম আৰম্ভ কৰিলে। বচা বচা বিদেশী কাৰিকৰক নিৰ্মাণৰ বাবে নিযুক্তি দিলে। টান আৰু সমান জোখৰ শিল ৰোম আদি দেশৰ পৰা আনিলে। তেওঁৰ এটা মাত্ৰ চিন্তা ড্ৰিণাৰ ওপৰত নিৰ্মাণ কৰা দলংখন যেন অজৰ অমৰ হৈ ৰওক। পূব-পশ্চিমৰ সংযোগ ঘটক। দলং নিৰ্মাণৰ সকলো ঠিক হ'লেও ভিচেগাৰ্ড আৰু ড্ৰিণাপৰীয়া অন্য গাঁৱৰ মানুহেও কথাটো সহজভাৱে ল'ব নোৱাৰিলে। উৰাবাতৰিয়ে গাঁৱৰ মানুহৰ মাজত শংকাৰ সৃষ্টি কৰিলে। তেওঁলোকৰ মতে ড্ৰিণা দেখাত নৈ যদিও প্ৰকৃততে দেৱীহে। দেৱীৰ ওপৰত মানুহৰ খোজ পৰিলে নিশ্চয় গোঁসানী কোপিত হ'ব। ধ্বংস হ'ব শ্লাভ, ছাৰ্ব আদি জাতিবোৰ। আগৰ দিনৰ মানুহে সেই নদীত পৰীবিলাকে জলক্ৰীড়া কৰি গা ধোৱা হেনো বহুতে দেখিছিল। লোক চক্ষুৰ অন্তৰালত জলপৰীসকলে এতিয়াও হেনো ড্ৰিণাৰ পানীত সাঁতুৰি-নাদুৰি স্নান কৰে। দলংখন



হ'লে তেওঁলোকো কুপিল হ'ব। বহুতে দলং নিৰ্মাণৰ কাম যাতে বন্ধ হয় তাৰবাবে অশেষ চেষ্টাও কৰিছিল। কিন্তু শ্বেকোলি দৃঢ় প্ৰতিজ্ঞ— তেওঁ দলংখন নিৰ্মাণ কৰিব।

দিন বাগৰিল। ড্ৰিণাৰ বুকুত দলঙৰ কাম আগবাঢ়িল। দলঙৰ কাম-কাজ তদাৰক কৰিবৰ বাবে তেওঁৰ অতি বিশ্বাসী এবিদগাৰেও নিজৰ দায়িত্ব পালনত অৱহেলা নকৰিলে। প্ৰভুৰ আদেশ পালন কৰাই তেওঁৰ প্ৰধান কাম। অতি শৃংখলাবদ্ধভাৱে শ্ৰমিকসকলক কামত নিয়োগ কৰিছিল। অতি শ্ৰম কৰা বাবে শ্ৰমিকবোৰে কেতিয়াবা বিক্ষোভ প্ৰকাশ কৰিলেও বাহিৰত প্ৰকাশ কৰিব সাহ কৰা নাছিল। এবিদ্‌গাৰ বা শ্বেকোলিক তেওঁলোকে কথা ক'বলৈ সাহো নকৰিছিল। শ্ৰমিকসকলৰ মনৰ ভাব বুজি পাইছিল ৰাডিচাভে। ৰাডিচাভে দলং নিৰ্মাণ যাতে নহয়, তাৰবাবে ষড়যন্ত্ৰত লিপ্ত হ'ল। দিনৰ ভাগত নিৰ্মাণ কৰা কামখিনি তেওঁ ৰাতিৰ আন্ধাৰত ভাঙি পেলাইছিল। পিছদিনা ঘোষণা কৰিছিল ড্ৰিণা দেৱী কোপিত হৈ দলং সংহাৰ কৰে। ৰাডিচাভে এনে কথাও প্ৰচাৰ কৰিলে যে দলং নিৰ্মাণৰ বাবে নিয়োগ কৰা শ্ৰমিকবোৰৰো ওপৰত দেৱী অসন্তুষ্ট। সেইবাবেই সংহাৰ মূৰ্তি ধৰি শ্ৰমিকসকলক সবংশে ধ্বংস কৰিব। নিৰক্ষৰ হোজা অৰ্থডক্সপন্থী শ্ৰমিকবোৰে সেই জনৰৱ শুনি ভয়ত বিতত হ'ল। শ্ৰমিকবোৰে কাম কৰাত হেমাহি কৰিবলৈ ধৰিলে। ড্ৰিণাৰ ভয়ত বহুত পলায় গ'ল। এবিদগাৰে শ্ৰমিকসকলৰ কাৰ্যত বিসংগতি দেখি তাৰ কাৰণ বুজিবলৈ চেষ্টা কৰিলে। শ্ৰমিকৰ পৰাই জানিব পাৰিলে যে ড্ৰিণা দেৱীৰ কোপ ৰোষত পৰাৰ ভয়তে সিহঁতে দলং নিৰ্মাণত হেলা কৰিছে। এবিদ্‌গাৰে আলৌকিকতা বিশ্বাস নকৰিছিল। এনেবোৰ ধাৰণা মানুহৰ অন্ধ বিশ্বাস মাথোন। শ্ৰমিকসকলক হয়তো কোনোবাই দলং নিৰ্মাণৰ বাধা দিবৰ বাবে অন্ধবিশ্বাস মনত সুমুৱাই দিছে। তেওঁ তাৰ অনুসন্ধান কৰিলে। তেওঁ প্ৰত্যক্ষ বা পৰোক্ষভাৱে বিচাৰ কৰিও ষড়যন্ত্ৰকাৰীক উলিয়াব নোৱাৰিলে। শ্ৰমিকসকলৰ মাজত সোমোৱা ভয়- ভীতি গাঁৱৰ ভিতৰতো সোমাল। মানুহৰ মাজত হৈ-চৈৰ সৃষ্টি হ'ল। উৰাবাতৰি প্ৰচাৰ হ'ল। ড্ৰীণাৰ সংহাৰ মূৰ্তি হেনো কোনোবাই ৰাতি দেখিছিলেও। ৰাতি মানুহ বাহিৰলৈ নোলাল। ফুট-গধূলিতে ভিচেগ্ৰাড নিমাওমাও হ'ল। এই সকলোবোৰ দেখিও এবিদগাৰ কিন্তু হতাশ নহ'ল। তেওঁ যিকোনো উপায়েৰে মালিকৰ সপোন বাস্তৱত পৰিণত কৰিবৰ বাবে দৃঢ়তা প্ৰকাশ কৰিলে। ষড়যন্ত্ৰকাৰীৰ অনুসন্ধানো অব্যাহত থাকিল। তাৰবাবে তেওঁ বিভিন্ন উপায় অৱলম্বন কৰিলে। অৱশেষত তেওঁ সফল হ'ল। সেই কাম যে ৰাডিচাভ নামৰ কৰ্মচাৰী এজনে কৰিছিল তাৰো প্ৰমাণ পালে। অজ্ঞাতসাৰেই এদিন ৰাডিচাভক ধৰা পেলালে। ৰাডিচাভৰ বিচাৰ হ'ল। দোষী সাব্যস্ত কৰি নিৰ্মাণধৰ্মীৰ ওচৰতে ৰাইজৰ সন্মুখতে শূলত দিলে।

(৫)

ৰাডিচাভৰ ফাঁচি হৈ গ'ল। কিন্তু মৃত্যুৰ আগ মুহূৰ্তত তেওঁ তুৰ্কিৰ বিৰুদ্ধে নিজৰ বক্তব্য দাঙি ধৰিলে। তেওঁৰ ওজস্বী বক্তৃতাত জনতাৰ হিয়াত জাতীয়তাবাদৰ ভাব জাগ্ৰত কৰিলে। তেওঁক এজন মহান জাতীয়তাবাদী নেতা বুলিও জনতাই আখ্যা দিলে। ৰাডিচাভৰ অকাল মৃত্যুত জনতাই দুখ প্ৰকাশ কৰিলে। ৰাডিচাভ 'জাতীয় ছহিদ' হ'ল।

দুদিনমানৰ পিছত দলঙৰ কাম পুনৰ আৰম্ভ হ'ল। ৰাডিচাভ অতীত হ'ল। তেওঁৰ ঠাইত নতুন কৰ্মচাৰীয়ে নিযুক্ত লাভ কৰিলে। দিনত সূৰ্য ডুবালৈকে পুনৰ ৰাতি জোঁৰ জ্বলাই দলঙৰ কাম আগবাঢ়িল। শ্বেকোলি মাজে-সময়ে আহি কামৰ অগ্ৰগতিৰ বুজ লয়হি। এবিদগাৰ কামৰ মানুহ। শ্ৰমিকৰ মনৰ পৰা অন্ধ বিশ্বাস আঁতৰোৱাৰ লগতে দলংখনৰ উপকাৰ কি হ'ব তাকো জনাই বক্তৃতা দিলে। শ্ৰমিকসকলক উৎসাহ দিবৰ বাবে ভোজ-ভাতৰো আয়োজন কৰিছিল। চাওতে চাওতে কাম আগবাঢ়িল। বগা পাথৰ আনি দলঙৰ উপৰি ভাগ নিৰ্মাণ কৰা হ'ল। চাই থাকোঁতে এদিন দুয়োপাৰ সংযোগ হৈ গ'ল। ভিচেগ্ৰাডত আনন্দৰ জোঁৱাৰ উঠিল। নভবা কাম শেষ হ'বৰ হ'লহি, অতি কম দিনৰ ভিতৰতে মানুহ অহা-যোৱা কৰিব পাৰিব। উত্তৰ-দক্ষিণ পাৰৰ ভেদ নেথাকিব। পূৰ্ণ গতিত চলা কাম চাবলৈ ভিচেগাৰ্ডৰ মানুহৰ সমাগম হ'ল। যেন মেলাহে বহিছে। ড্ৰিণাৰ ওপৰত দলংখন হ'ল। ড্ৰিণাপৰীয়া মানুহৰ অপাৰ আনন্দ হ'ল। জীৱনত নভবা এটা কাম সম্পন্ন হ'ল। সঁচাকৈয়ে দলংখনে ভিচেগাৰ্ডৰ নতুন মাত্ৰা প্ৰদান কৰিলে। ভিচেগাৰ্ডৰ ৰূপ সলনি হ'ল। গাঁও গুচি নগৰ হ'ল। দলঙৰ ওপৰেদি পাৰ হৈ যোৱাৰ বাবে মানুহৰ সমাগম হ'ল। দুৰ-দূৰণিৰ ব্যৱসায়ীসবিলাকে ভিচেগাৰ্ডত দোকান-পোহাৰ খুলিলে। আগতে সপ্তাহত এদিন মাত্ৰ বজাৰ হোৱা ভিচেগাৰ্ড এতিয়া ব্যৱসায়-বাণিজ্যৰ কেন্দ্ৰস্থলত পৰিণত হ'ল। নিতৌ শোভাযাত্ৰাৰে ড্ৰিণাৰ দলং মুখৰিত হ'ল। মৃতকৰ সৎকাৰৰ বাবেও মানুহে সেই দলঙৰ ওপৰেদি শোভাযাত্ৰা কৰিলে। কোনোৱে আকৌ দলঙৰ ওপৰতে সভা-সমিতিও পাতিলে। দলংখনত পহৰা দিবৰ বাবে ৰজাঘৰৰ পৰা প্ৰহৰী নিযুক্তি দিয়া হ'ল।

ড্ৰিণাৰ নতুন দলঙৰ ওপৰত এদিন এটা কৰুণ ঘটনা ঘটিল। বেদনাদায়ক পৰিৱেশ। মানুহৰ অন্তৰ ভেদ কৰি যোৱা ঘটনা। কিয় কি পৰিস্থিতিত ঘটনাটো হ'ল, কোনেও নেজানিলে। ৰহস্যৰ ঘন জালত সেই ঘটনাৰ মূল কথা সোমাই থাকিল। অথচ বহুতো গুজব আৰু মুখৰোচক কথা বহুতো ওলাল। ভিচেগাৰ্ডৰ বাবে ঘটনাটো সন্মানজনক নাছিল। সুন্দৰী কুমাৰী ফাতা নামেই যাৰ পৰিচয়। সেই অঞ্চলত তেওঁক নিচিনা মানুহ নায়েই। যেন পৰী দেশৰ ৰাণী। বিশ্বৰ সকলো সৌন্দৰ্য আনি যেন



ওপৰৱালাই ফাতাক নিৰ্মাণ কৰিছিল। এবাৰ তেওঁক দৰ্শন কৰা পৰম সৌভাগ্যৰ বিষয় বুলি সকলোৱে ভাবিছিল। যুৱকসকলৰ মন-প্ৰাণ হৰি নিয়া ফাতাক বয়সীয়ালসকলেও নোচোৱাকৈ থকা নাছিল। সেইগৰাকী ভুৱন মোহিনী ফাতাই দলং উদ্‌ঘাটনৰ পিছতেই দলঙৰ পৰা জপিয়াই আত্মহত্যা কৰিলে। কিয় ? এই প্ৰশ্নৰ উত্তৰ কিন্তু নাছিল। কিন্তু কোনোবাই আত্মহত্যা কৰিলে অন্তৰালত কিবা নহয় কিবা এটা কাৰণ থাকিব লাগিব। মানুহে মৰিবৰ বাবে সুস্থ অৱস্থাত আত্মহত্যা নকৰে। আত্মহত্যা কৰাজনেও কিবা এটা কাৰণো লেখি থৈ যায়। কিন্তু ফাতাৰ ক্ষেত্ৰত সেইবোৰৰ উৱা-দিহ নাছিল। মানুহৰ মাজত বিভিন্ন ধৰণৰ আলোচনা হ'ল। কোনোবাই কিবা এটা কাৰণ দেখুৱালেও সেই 'কাৰণ' সাধাৰণতে বিশ্বাস নকৰিছিল। সেইবোৰৰ মাজতে যিটো কথা বা কাৰণ বেচিকৈ চৰ্চা হৈছিল, সেইকথা এজন প্ৰত্যক্ষদৰ্শীয়ে কোৱা বুলি প্ৰচাৰ হৈছিল। ফাতাৰ মৃত্যু সংবাদৰ কাৰণ দৰ্শোৱাজনে সেইকাৰণে (বহু চৰ্চিত হোৱা বাবে) গৰ্বও কৰিছিল। প্ৰত্যক্ষদৰ্শীৰ বিৱৰণমতে, কুমাৰী ফাতাৰ বিয়া বন্দোৱস্ত হৈছিল অ-সামাজিক আৰু অ-সাংস্কৃতিক মনৰ এজন যুৱকৰ সৈতে, তেওঁৰ মতে যুৱকজন ফাতাৰ কোনো ক্ষেত্ৰতে তুলনা নহয়। প্ৰকৃত প্ৰেমৰ অ-আ-ক-খ নজনা যুৱকজনক ফাতাই হিয়া-দিয়া নাছিল। সি হেনো প্ৰেমৰ 'প'টোও চিনি নেপায়। অতি বুদ্ধি কৰি জোৰ-জুলুম কৰি ফাতাক নিকাহ কৰিলে। নিকাহৰ পিছদিনা ৰাজকীয় শোভাযাত্ৰাৰে দৰা-কন্যা দৰা ঘৰলৈ যাত্ৰা কৰিছিল। সুমধুৰ সঙ্গীতৰ তালে তালে গাড়ীবোৰ আগবাঢ়িছিল। আগে আগে নৃত্যাঙ্গনাৰ দল। বৰযাত্ৰী গৈ ড্ৰিণাৰ দলঙত উঠিল। ইতিমধ্যে নাচনীৰ দল দলং পাৰ হৈ আগবাঢ়িছিল। ফাতাই দৰা গাড়ী ৰখাই শেষবাৰৰ বাবে ড্ৰিণা আৰু দলংখন চোৱাৰ হেঁপাহৰ কথা জনালে। ফাতাৰ জীৱনৰ সৈতে ড্ৰিণাৰ সম্পৰ্ক, ড্ৰিণাৰ বালিত নাবালিকা কালৰে পৰা ধেমালি কৰা কথাবোৰ দৰাক শুনালে। তাই ভিছেগাৰ্ডৰ সপোন নতুন দলংখনত খোজ কাঢ়ি ভৰিৰ স্পৰ্শ লোৱাৰ হেঁপাহৰ কথাও জনোৱাত দৰা সন্মত হ'ল। ফাতা অতি সন্তৰ্পণে গাড়ীৰ পৰা নামিল। চকুযোৰ যিমান পাৰে বহলাই মেলি ড্ৰিণাৰ দুয়ো দিশ চালে। খৰস্ৰোতা ড্ৰিণা তেতিয়া শান্ত, সূৰ্যৰ ৰশ্মিয়ে ড্ৰিণাৰ বুকুত তেতিয়া অপৰূপ সৌন্দৰ্যৰ খেলাৰ সৃষ্টি কৰিছিল। ফাতাই সেই সৌন্দৰ্য উপভোগ কৰি দুয়োহাত বুকুত সাৱটি আল্লাক উদ্দেশ্যি মূৰ দোৱালে। তাৰ পিছত এটা মাথোঁ শব্দ। জপং। দৰাঘৰীয়া মানুহে কি পৰিল, কি হ'ল তত্‌কে ধৰিব নোৱাৰিলে। গাড়ীৰ পৰা দৰা নামিহে জানিলে কন্যা ফাতাই আত্মহত্যা কৰিলে। সৌন্দৰ্যময়ী ফাতা সৌন্দৰ্যৰ আকৰ ড্ৰিণাৰ বুকুত চিৰদিনৰ বাবে হেৰাই গ'ল। সাক্ষী হৈ ৰ'ল মাথোঁ দলংখন। ড্ৰিণাৰ দলঙৰ ওপৰত এইটোৱে একমাত্ৰ ঘটনা নাছিল। কেইবাটাও সৰু-বৰ ঘটনাৰ সাক্ষী দলংখন। প্ৰেমজনিত কাৰণত বা তুৰ্কী গাভৰু জোকোৰ বাবেও কেইবাজনো যুৱকে দলঙৰ ওপৰতে প্ৰাণ দিবলগীয়া হৈছিল।

বচনিয়াৰ ৰাজনৈতিক জীৱনতো ড্ৰিণাৰ দলংখনে নতুনত্ব আনিলে। আৰম্ভ হ'ল বচনিয়া দখলৰ বাবে আন্তৰ্জাতিক যুদ্ধ। নৰহত্যা আৰু সম্পদ দখলৰ কাৰ্য বৃদ্ধি পালে। সঘনে সলনি হ'ল ক্ষমতাৰ দ্বন্দ্ব। ৰাজনৈতিক অস্থিৰতাই মানুহক অস্থিৰ কৰি তুলিলে। ছাৰবিয়া আৰু ক্ৰোয়েছিয়া (উপন্যাসত ক্ৰোয়েট বুলি আছে) ৰ মাজতেই যুদ্ধই দীঘলীয়া ৰূপ ল'লে। ভিচেগাৰ্ড হৈ পৰিল এখন ব্যস্ততাপূৰ্ণ চহৰ। গাঁৱলীয়া প্ৰশাসনৰ সলনি তাত গঠন হ'ল পৌৰসভা। নগৰ পালিকাই ভিচেগাৰ্ডত বিজুলী বাতিৰ পোহৰৰ ব্যৱস্থা কৰিলে। সৌন্দৰ্য বৰ্ধনৰ বাবে ড্ৰিণাৰ দলঙৰ দুয়োফালে বিজুলী বাতিৰ খুঁটা পুতিলে। সন্ধ্যাও দিন যেন পোহৰ হ'ল ড্ৰিণাৰ দলং। ভিচেগাৰ্ডৰ ৰাইজে লাভ কৰিলে আগৰ কেঁচা নাদৰ ঠাইত ড্ৰিণাৰ পৰিশোধিত পানী। সঁচাকৈয়ে ভিচেগাৰ্ডে যেন পুৰণি সাজ এৰি নতুন সাজেৰে সজ্জিত হ'ল। ক'ৰবাত হেৰাই গ'ল মহিলাৰ আবুৰ ঢকা বোৰ্খা। মৌলবাদীয়ে ফটোৱা জাৰি কৰিও গৃহবন্দী কৰি ৰাখিব নোৱাৰিলে ছাৰা, জোৰকা আদি যুৱতীসকলক। তেওঁলোক চুকৰ ভেকুলী হৈ সোমাই নেথাকি পঢ়া-শুনা কৰি বাহিৰৰ জগতখনক চিনি পালে। সান্ধ্য ভ্ৰমণতো কোনেও কাকো বাধা দিব নোৱাৰা হ'ল। ড্ৰিণাৰ বিদ্যুৎ পোহৰত জিলিকি থকা দলংখনত হালে হালে প্ৰেমিক-প্ৰেমিকাই প্ৰেমালাপ কৰাত মগ্ন হ'ল। পুৰুষেও কেৱল ধৰ্মীয় কামতে আৱদ্ধ হৈ নেথাকিল, তেওঁলোকেও আৰম্ভ কৰিলে বিভিন্ন শ্ৰমিক সন্থা, নাগৰিক ন্যায়প্ৰাপ্তিৰ বাবে সন্থা, গোট ইত্যাদি। দাবী-প্ৰতিবাদেৰে মুখৰিত হ'ল ভিচেগাৰ্ড-ড্ৰিণাৰ দলং (এই বিষয়ত উপন্যাসখনত বহলভাৱে লেখা আছে।)

(৬)

প্ৰকৃতিৰ ৰম্যভূমি ড্ৰিণাপৰীয়া মানুহৰ আমূল পৰিৱৰ্তন ঘটিল। কিন্তু নৈখন একে গতিৰে বৈ থাকিল। অতীতৰ স্মৃতি বহন কৰি কেৱল পৰি থাকিল কেইটিমান শিলগুটি। কি ভিচেগাৰ্ড-কি আছিল-এতিয়া কি হ'ল? আলিহোজা নামৰ বুঢ়াজনে তেওঁৰ বাপতি সাহোন স্বৰূপ পুৰণি দোকানখনত বহি ভাবি থাকে। চকুৰ আগতে হোৱা পৰিৱৰ্তন। ভিচেগাৰ্ডৰ পৰিৱৰ্তন হ'ল-নহ'ল কেৱল আলিহোজাৰ দোকানখন। পুৰণি পোচাকৰ মোহ যেন এৰাব পৰা নাই। দোকানখনৰ সন্মুখতে দলংখন। ড্ৰিণাক লৈ তেওঁ গৌৰৱ কৰে। তেওঁৰ পূৰ্ব পুৰুষৰ মাটিতে দোকান থকা দলংখনক লৈয়ো তেওঁৰ গৌৰৱ। গৌৰৱ নকৰিব কিয়? শতকৰা ১০০ ভাগেই গৌৰৱৰ কথা, তেওঁৰ পূৰ্বপুৰুষ এজনেই সেইখন দলং নিৰ্মাণ কৰিছিল। কিমান যে দূৰদৰ্শী আছিল মানুহজন। সেই পূৰ্ব পুৰুষজনৰে নাম আছিল শ্বেকোলি। হয়তো শ্বেকোলিয়ে দলং নিৰ্মাণ কৰা সময়ত ভাবিব পৰা নাছিল এদিন আধুনিকতাৰ ঢৌৱে ভিচেগাৰ্ডক ধুৱাই নিব। কিন্তু মানুহজনৰ এটা আধুনিক মন আছিল। নহ'লেনো এনে এটা মহৎ কাম সৰ্বতিকালৰ বাবে কৰি থৈ যাবনে? ভিচেগাৰ্ডৰ দ্ৰুত পৰিৱৰ্তনে আলিহোজাকো শিক্ষা দিলে যে



মানুহৰ জীৱনতো সেইদৰে পৰিৱৰ্তন আহে। কিন্তু অতিমাত্ৰা ভালৰ লক্ষণ নহয়। হয়তো এই পৰিৱৰ্তনেই দেশৰ বাবে মাতি আনিব পাৰে কাল ধুমুহা। দলংখনক লৈ গৌৰৱ কৰিলেও আলিহোজাৰ মনতো কেতিয়াবা চিন্তাও হয়— দলংখন নোহোৱা হ'লেই হয়তো ভাল আছিল। ভিচেগাৰ্ডৰ শান্তিৰ পৰিৱেশ নষ্ট হোৱা মূল কাৰণ এই দলংখন। ইখন দেশৰ সৈতে সিখনৰ কাজিয়া-যুদ্ধ-ৰাজনীতি আদিৰ সুবিধা কৰি দিলে দলংখনেই।

আলিহোজাৰ অনুমান সত্যত পৰিণত হ'ল। বচনিয়াৰ আকাশত কাল ধুমুহাৰ আগ জাননী। ১৯১৪ চনৰ ২৮ জুলাইৰ দিনা অষ্ট্ৰিয়া দেশে চাৰবিয়াক আক্ৰমণ কৰি প্ৰথম মহাসমৰৰ আৰম্ভ কৰিলে। হেজাৰ-বিজাৰ অষ্ট্ৰিয়াৰ সৈন্য অগ্ৰসৰ হৈ চৰবিয়াৰ সীমা অতিক্ৰম কৰি চৰোজেভোত প্ৰৱেশ কৰিলে। তাৰ পিছতে এদিন ড্ৰিণা দলং অতিক্ৰম কৰি ভিচেগাৰ্ডত ছাউনী পাতিলে। অষ্ট্ৰিয়াৰ সেনাই ড্ৰিণা দলং অধিকাৰ কৰিলে। ভিচেগ্ৰাড অষ্ট্ৰিয়াৰ দখললৈ গ'ল। মহাযুদ্ধৰ বা-বাতৰিয়ে এগুণত দুগুণ কৰি, শান্তিপ্ৰিয় ভিচেগাৰ্ডবাসীৰ মনত ভয় আৰু হতাশাই আৱৰি পেলালে। চাই থাকোঁতেই স্থানীয় মানুহৰ দোকান-পোহাৰ বন্ধ হ'ল। মানুহ ঘৰৰ পৰা ওলাব নোৱৰা হ'ল। ড্ৰিণা দলঙত সান্ধ্য ভ্ৰমণ প্ৰেমিক-প্ৰেমিকাৰ হাঁহি-মিলনৰ অন্ত পৰিল। সৈন্যৰ অহা-যোৱা, প্ৰহৰাদাৰীৰ বুটজোতাৰ শব্দ আৰু হুইচেলৰ সতৰ্ক শব্দৰ বাহিৰে অন্য মাত-কথা নিস্তব্ধ হ'ল। বুজাব নোৱৰা গোমা পৰিৱেশে আতংকৰ সৃষ্টি কৰিলে। তললৈ মূৰ গুজি আলি হোজাই অনাগত দিনবোৰৰ কথাকে চিন্তা কৰি আছিল। তেওঁৰ মনত বাৰে বাৰে একেটা প্ৰশ্নই জুমুৰি দিলে শ্বেকোলিৰ কি প্ৰয়োজন আছিল দলং নিৰ্মাণ কৰাৰ? দলংখন নথকা হ'লে হয়তো অষ্ট্ৰিয়াৰ সৈন্য ভিচেগাৰ্ডত নোসোমালেহেঁতেন। কিন্তু মানুহে কৰা মানৱতাহীন কৰ্মৰ কথা হয়তো শ্বেকোলিয়ে বুজিব পৰা নাছিল। তেওঁৰ বাবেই ভিচেগাৰ্ডে নতুনত্ব পালে। দূৰ-দূৰণিৰ বাবে সংযোগ ঘটিল। আলি হোজাই পুনৰ চিন্তা কৰিলে, যুদ্ধখনে হয়তো বচনিয়াৰ শাসন পৰিৱৰ্তন হ'ব পাৰে। হ'লেওনো কি আহে যায়? দোকানী বা সাধাৰণ মানুহৰ বাবে সকলো একে। অষ্ট্ৰিয়া দেশৰ ৰোমান কেথ্‌লিক খ্ৰীষ্ট ধৰ্মই প্ৰভাৱ বিস্তাৰ কৰিব, ফলত পূৰ্বৰ খ্ৰীষ্টধৰ্মীসকলে পুনৰুত্থানৰ সুবিধা লাভ কৰিব। তেওঁ বিভিন্ন আঁত হেৰোৱা কথাবোৰ ভাবি-চিন্তি থাকোঁতে বাহিৰত বাৰুদৰ শব্দ শুনিবলৈ পালে। দুৱাৰখন বন্ধ কৰি খিৰিকিৰে জুমি দেখিলে ধাৰাসাৰ গোলা-বাৰুদৰ ধ্বংসলীলা। ড্ৰিণা দলঙৰ ওপৰত বাৰুদৰ শব্দ। বিজুলীৰ দৰে আতচবাজী। এটা বোমাৰ ভীষণ শব্দই ভূমিকম্পৰ দৰে চৌদিশ কঁপাই তুলিলে। জুইৰ ফিৰিঙতিয়ে আকাশ চুলেগৈ। কিংকৰ্তব্যবিমূঢ় হৈ আলিহোজাই চকু মুদি ৰ'ল। কিছু সময় টলকা মাৰি থকাৰ পিছত সংজ্ঞা লাভ কৰি খিৰিকীখনেৰে ভয়ে ভয়ে জুমি চালে। ড্ৰিণাৰ

বুকুৰ দলংখনৰ এক অংশ তেতিয়া ভাগি চুৰমাৰ হৈ পৰিছিল। তেওঁ সেই দৃশ্য দেখি বুকুখন বিষোৱা যেন অনুভৱ কৰিলে। দলংখনৰ সৈতে তেওঁৰ যেন তেজ-মঙহৰ সম্পৰ্ক আছে। ঠিকেই। দলংখন তেওঁৰ বংশৰে সম্পদ। বাটৰুৱাই দলংখনক শ্বেকোলি দলং বুলিহে কয়। কেৱল তেওঁৰে নহয়, সমগ্ৰ ভিচেগাৰ্ডবাসীৰে দৃঢ় বিশ্বাস যে শিলেৰে সজা দলংখন অজৰ-অমৰ হ'ব। শিল যে বোমাৰে ভাঙিব পাৰিব সেইকথা কোনেও ভাবিব পৰা নাছিল। কিন্তু চকুৰ পলকতে সেই বিশ্বাস হেৰাই গ'ল। মহাযুদ্ধ সঁচাকৈয়ে ভয়ংকৰ। ই যেন কাকোৰেই ক্ষমা নকৰে। কেৱল ধ্বংসই যুদ্ধৰ কাম। দলংখন কি সতেৰে ক্ষত-বিক্ষত কৰিব পাৰিলে আলিহোজাই ভাবিবকে নোৱাৰিলে। মানুহ ইমান নিৰ্দয় হ'ব পাৰেনে? এখন দলং নিৰ্মাণ কৰা বা কল্পনা কৰা কিমান কষ্টসাধ্য বা মহানুভৱতাৰ পৰিচয় সেই চিন্তাতে তেওঁৰ চকুপানী ওলাল। দলংখনৰ অৱস্থা দেখি তেওঁ সহি থাকিব নোৱাৰি এবাৰ চাই অহাৰ কথাও চিন্তা কৰিলে। অৱশ্যে দলংখন পুনৰ নিৰ্মাণ কৰা বা ধ্বংস কৰাৰ শক্তিও তেওঁৰ নাছিল। পৰি থকা শিলক নমস্কাৰ কৰাৰ দৰে তেৰো দলংখনক এবাৰ চোৱাৰ হেঁপাহ কৰি দোকানৰ বন্ধ দুৱাৰখন খুলিলে। মন গৈছিল দলংখন ওচৰৰ পৰা এবাৰ চোৱাৰ। কিন্তু তহলদাৰী সৈনিক দেখি তেওঁ সেইফালে নাচালে। চালে বা গৈ দলংখনৰ ওচৰ পালেনো তেওঁ কি কৰিব। বৰঞ্চ মনৰ মাজত দুখ-বেদনাহে হ'ব। সেই ভাবি তেওঁ ৰাজ আলিয়েদি ঘৰমুৱা হ'ল। পাহাৰীয়া পথেদি আগবাঢ়োতে তেওঁ মাথোঁ মনতে কৈ পেলালে 'আল্লা মহান'। সেইজনৰ বাহিৰে দ্বিতীয়জন শিক্ষক দুনীয়াত আৰু নাই। জীৱ আৰু জড়ক একমাত্ৰ শিক্ষা দিব পৰা তেওঁহে। ভঙা-গঢ়া তেওঁৰে অধীন, কৰোঁতাজন নিমিত্ত মাত্ৰ'। কথাবোৰ ভাবি-চিন্তি আলিহোজা পাহাৰীয়া পথেৰে আগবাঢ়োতে পিচল বাটত তেওঁ শিলাময় মাটিত বাগৰি পৰিল। চিৰদিনৰ বাবে।

THE BRIDGE ON THE DRINA

মূল উপন্যাসৰ ইংৰাজী অনুবাদ ঃ লভেট্ এফ, এডাৱাৰ্ড
চিকাগো ইউনিভাৰচিটি প্ৰেছ, ১৯৪৫



## গ্ৰাজীয়া ডেলেড্ডা ঃ দ্য মাদাৰ

(১)



গ্ৰাজীয়া ডেলেড্ডা ইটালীৰ এগৰাকী সু-বিখ্যাত লেখিকা। ১৮৭১ চনৰ ২৭ ছেপ্টেম্বৰত ইটালীৰ চৰভিনিয়াৰৰ নওৰো নামৰ অখ্যাত গাঁৱত তেওঁৰ জন্ম হৈছিল। সেই সময়ত স্ত্ৰী-শিক্ষাৰ প্ৰচলন নথকাত তেওঁ ঘৰতে গাঁৱলীয়া পৰিৱেশত ফৰাচী ভাষা শিকিছিল। অধ্যয়নত একাগ্ৰতা থকা বাবে, ঘৰুৱা শিক্ষাতে তেওঁ বুৎপত্তি লাভ কৰি লেখিকা হিচাপে ৰোম নগৰত প্ৰতিষ্ঠা লাভ কৰিলে তেওঁৰ প্ৰথম গল্প, ১৭ বছৰ বয়সতে এখন আলোচনীত প্ৰকাশ পাইছিল। গল্পৰ বিষয় বস্তুত বাস্তৱতাৰ পৰশ পৰা দেখি তেওঁ বহুজনৰে পৰা প্ৰশংসাও পাইছিল। বিয়া হোৱাৰ পিছত তেওঁ স্বামীৰ সৈতে ৰোম নগৰত বাস কৰিবলৈ লয়। তেওঁৰ জীৱন কাহিনীৰ পৰা জনা যায় যে, গাঁৱলীয়া জীৱনেই তেওঁৰ বাবে পছন্দৰ। কিন্তু বৈবাহিক সূত্ৰে নগৰলৈ আহিবলগীয়া হ'লেও তেওঁৰ ৰচনাত গাঁৱৰ পটভূমিকহে ঘাইকৈ স্থান দিছিল। স্বামী পৰিয়ালেও তেওঁক নিৰাশ নকৰিলে। তেওঁলোকৰ অনুপ্ৰেৰণাতে একাগ্ৰতীয়াকৈ সাহিত্য-চৰ্চা কৰিব পাৰিছিল। তেওঁ ৪০ খনমান উপন্যাস ৰচনা কৰিছিল। "আফটাৰ দ্য ডাইভোৰ্চ্ (১৯০২) এখন বিখ্যাত উপন্যাস। ইলিয়াচ পৰ্টুলু (১৯০৩) আৰু 'এচেজ' (১৯০৪) আন দুখন জনপ্ৰিয় উপন্যাস। 'দ্য মাদাৰ'



(১৯২০) উপন্যাসৰ বাবে ১৯২৬ চনত তেওঁক সাহিত্যৰ নবেল বঁটা প্ৰদান কৰা হৈছিল। উল্লেখযোগ্য যে চুইডেনৰ লেখিকা চেল্‌মা লাগেৰ ৰফ্‌ৰ পিছতে নোবেল বঁটা লাভ কৰা ডালেড্ডা হ'ল দ্বিতীয়গৰাকী লেখিকা। ১৯৩৭ চনত তেওঁ 'ক'চিমা' নামে এখন আত্মজীৱনীমূলক উপন্যাসো ৰচনা কৰিছিল।১৯৩৬ চনৰ ১৫ আগষ্টত ৰোমৰ নিজা বাসভৱনতে এইগৰাকী লেখিকাৰ মৃত্যু হয়। আলোচ্য গ্ৰন্থ নিউয়ৰ্কৰ মেকমিলান প্ৰেছ সংস্কৰণৰ (১৯২৩ নৱেম্বৰ) ইণ্টাৰনেট।

(২)

মাতৃ আৰু সন্তানৰ অপত্য স্নেহ আৰু মাতৃত্বৰ মহানতা কথাৰে লেখা 'দ্য মাদাৰ' এখন মহাকাব্যিক উপন্যাস। সমালোচকৰ দৃষ্টিত উপন্যাসখনত লেখিকাৰ জীৱনৰ কিছু বাস্তৱতাও প্ৰকাশ পাইছে। উপন্যাসখনৰ কাহিনীভাগ হ'ল—

সৰুকালতে ঘাটমাউৰী হোৱা মাৰিয়াৰ জীৱনলৈ দুৰ্দশা নামি আহিল। অ'ত ত'ত ঘূৰি ফুৰা সেই ছোৱালীজনীক কোনেও যে আশ্ৰয় নিদিলে, খাবৰ বাবেও দিবলৈ টান পালে, পৈত্ৰিক ঘৰ এটা নথকা নহয়, কিন্তু অকলেনো থাকে কেনেকৈ? কোনোবাই দেখিলে 'আইজনী', 'সোণজনী', 'বেচেৰীজনী' বুলি মাতে কিন্তু আশ্ৰয় হ'লে নিদিয়ে। তায়ো কাৰোবাক কিবা এটা খুজিলেও নেতিবাচক উত্তৰহে পায়। এনেকৈ কেইবাদিনো যোৱাৰ পিছত মাৰিয়াক আশ্ৰয় দিলে তাইৰে সম্বন্ধীয় মাহীয়েক এগৰাকীয়ে। মাহীয়েকৰ বয়স হৈছিল বাবেই ঘৰুৱা কামত সহায় হ'ব বুলি তাইক বুটলি আনিলে। মাহীয়েকে দুসাজ খাবলৈ দিয়ে সঁচা কিন্তু মাৰিয়াৰ বয়স অনুযায়ী কামৰ বোজাও গধুৰ কৰিলে। ঘৰুৱা কাম-বনবোৰ আছেই, তাৰ বাহিৰেও মাৰিয়াৰ নিত্য কাম হ'ল কিছু দূৰৈত থকা মিলৰ পৰা ময়দা অনা। হাবিতলীয়া বাটেৰে ভাগিনীয়েকক অকলে পঠাবলৈ ভাল নেপালেও উপায়বিহীন। কাৰণ বুঢ়ীৰ বাতৰ বিষ। বালিকা কালৰে পৰা মিললৈ ময়দা আনিবলৈ যাওঁতে যাওঁতে এদিন মাৰিয়া পাটগাভৰু হ'লগৈ। যৌৱনৰ দুৱাৰ দলিত তাই জিলিকি উঠিল। শৰীৰৰ গঠনো চালে চকু ৰোৱা হ'ল। সৰুতে দৌৰি বা ডেও দি দি জপিয়াই যোৱা ছোৱালীজনীৰ খোজ গহীন হ'ল। তলমূৰ কৰি লাহে লাহে যোৱা মাৰিয়াৰ ধৰণ-কৰণ লক্ষ্য কৰি আছিল মিলটোৰ বয়সিয়াল কৰ্মী এটাই। সি যে মাৰিয়াক লোভনীয় চকুৰে চাই, মাৰিয়াই নজনা নহয়। কিন্তু তাইৰ গহীন ভাৱত সি একো ক'ব পৰা নাছিল। কিন্তু মিললৈ যোৱা বাটচোৰাৰ কথা চিন্তা কৰিলেহে মাৰিয়াৰ ভয় হৈছিল। তাই মাহীয়েকক সেইবোৰ কথা ক'বও নোৱাৰে। পিতাকৰ বয়সীয়া কৰ্মীটোৱে তাইক সৰু অৱস্থাৰে পৰা চুমা খাইছিল। সেই সম্পৰ্কে তায়ো একো ভবা নাছিল। কিন্তু ডাঙৰ হোৱা পিছত তাইক চুমা খোৱা, শৰীৰৰ আবৃত অংশত হাত বুলোৱা কামবোৰেহে এতিয়া চিন্তিত কৰিছে। এদিন বুঢ়াই হাবিতলীয়া বাটত তাইক বেয়া ব্যৱহাৰ কৰিব খোজাত তাই দৌৰি গৈ মাহীয়েকক সকলো কথা জনালেগৈ। বাতৰ বিষত যাব



নোৱৰা মাহীয়েকেও গাভৰু ছোৱালী এজনীক অকলশৰে পঠোৱা অনুচিত বুলি ভাবিও মাৰিয়াক যোৱাত বাধা দিব নোৱাৰিলে। সেইবাবেই পিছদিনা তেওঁ লগত গৈ হাবিৰ এচুকত সোমাই ৰ'ল। ময়দা লৈ মাৰিয়া ঘূৰি আহোঁতে কৰ্মীটোও পিছে পিছে আহি হাবিৰ সেই নিৰ্জন স্থানত মাৰিয়াক বলাৎকাৰ কৰিবলৈ উদ্যত হ'ল। মাৰিয়াৰ চিঞৰত মাহীয়েক ওলাই আহি বুঢ়াক ভৰ্ৎসনা কৰি খেদি পঠালে। সেইদিনাৰ পৰা মাৰিয়াৰ মিললৈ যোৱা বন্ধ হ'ল। মাহীয়েকে কেতিয়াবা নিজে যায় নতুবা ওচৰৰ কাৰোবাৰ হতুৱাই সৰহকৈ ময়দা আনি থয়। এনেকৈ মাৰিয়া মিললৈ নোযোৱাত বুঢ়া কৰ্মীটোৱে এদিন নিজে ময়দাৰ টোপোলা লৈ মাহীৰ ঘৰত উপস্থিত হ'লগৈ। মাহীয়েকে তেওঁৰ ঘৰলৈ বুঢ়াক অহা বন্ধ কৰিলেও বুঢ়াই সেই নিষেধ কেৰেপ নকৰি ময়দাৰ টোপোলা লৈ নিতৌ মাহীয়েকৰ ঘৰত প্ৰৱেশ কৰিলেগৈ। এদেও দুদেও লেটা নিবৰ ছেওৰ দৰে এদিন বুঢ়াই মাৰিয়াক বিয়া কৰোৱাৰ প্ৰস্তাৱ দিয়াত মাহীয়েকে পুনৰ বুঢ়াক ভৰ্ৎসনা কৰি ঘৰৰ পৰা উলিয়াই পঠালে। বুঢ়া কৰ্মীটো কিন্তু নাছোড়বান্দা প্ৰকৃতিৰ। সি মাৰিয়াৰ লোভ সামৰিব পৰা নাছিল। এদিন সি আগতকৈ বেছি ময়দাৰ মোনা এটা লৈ মাৰিয়াৰ ঘৰত উপস্থিত হ'লগৈ। বুঢ়াই মাহীয়েকক ধনৰ টোপোলা এটাও আগবঢ়ালে। ময়দা আৰু ধন দেখি বুঢ়ী মাহীয়েকে লোভ সামৰিব নোৱাৰিলে। মাৰিয়া যিহেতু ডাঙৰো হৈছে দেখনিয়াৰো, গতিকে বিয়াৰ উপযুক্ত সময় বুজি বুঢ়াৰ হাতত মাৰিয়াক অৰ্পণ কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰিলে। বুঢ়ীয়ে মনতে ভাবিলে এদিন হ'লেও ধন খৰচ কৰি বিয়া পতাতকৈ ঘৰলৈ অহাজনকে ভাগিনীয়েকক গতাব পাৰিলে ভাল হ'ব। অন্ততঃ তেওঁ ধন খৰচ নকৰাকৈ ময়দাখিনি নিতৌ পাব। বুঢ়ীয়ে সেই ৰাতিয়ে বুঢ়াক মাৰিয়াক গতাই দিয়াৰ কথা ভাবিছিল। কিন্তু বুঢ়াৰ কথামতে পিছদিনা সামাজিক নিয়মমতে গীৰ্জাঘৰত সেই বিবাহ সম্পন্ন কৰা হয়। বিবাহিতা স্ত্ৰী হিচাপে মাৰিয়া বৰলা বুঢ়াৰ ঘৰলৈ যাত্ৰা কৰিলে।

(৩)

গীৰ্জাৰ পৰা মাৰিয়া বুঢ়াৰ লগত ওলাই গ'ল। বুঢ়াৰ ঘৰ পাই মাৰিয়াই দেখিবলৈ পালে প্ৰকৃততে ঘৰ বুলি ক'লে যাক বুজায়, বুঢ়াৰ ঘৰ সেই পৰ্যায়ৰ নহয়। জানিবলৈ পোৱামতে বুঢ়াই আগতে বিয়া কৰাইছিল যদিও ঘৈণীয়েক মৰা বহু বছৰ হ'ল। সন্তানো নাছিল। মানুহটোৰ স্বভাৱ-চৰিত্ৰও ঠিক নহয়। লম্পট। য'তে ৰাতি, ত'তে কাতি। মিলৰ ভিতৰতে বেছি সময় কটায়। বিবাহিতা মহিলা হিচাপে মাৰিয়া মিলৰ ভিতৰত থকা অসম্ভৱ কথা। স্বামীৰ ঘৰতো থকা সম্ভৱপৰ নহয়। মহিলাৰ বাবে প্ৰয়োজনীয় লেশ মাত্ৰও বস্তু-বেহানি নথকাত মাৰিয়া বিমোৰত পৰিল। ৰন্ধা-বঢ়াৰ বাবে বাচন-বৰ্তন নাই, বিচনাৰ নামত 'ব'ও নাই, পানী নাই, গা-পা ধুবৰ বাবে সুবিধা

নাই ইত্যাদি। মাৰিয়া বিমোৰত পৰি পুনৰ মাহীয়েকৰ ঘৰতে কিছুদিন থকাৰ কথা ভাবিলে। মাহীয়েক প্ৰথমে সন্মত হোৱা নাছিল। কিন্তু বুঢ়াই দৈনিক ময়দা বিনামূল্যে যোগান ধৰিব বুলি প্ৰতিশ্ৰুতি দিয়াত সন্মত হ'ল। কিন্তু ময়দাৰ পৰিমাণ বৃদ্ধি নকৰিলে। স্ত্ৰীৰ বাবে স্বামীয়ে সৰ্বস্ব। স্বামী যেনেকুৱা নহওক, পত্নীৰ বাবে তেওঁ দেৱতাস্বৰূপ। মাৰিয়াই সেইবাবে বুঢ়াক এৰি থাকিব নোৱাৰি লগতে ৰাখিলে। এগৰাকী আদৰ্শ গৃহিণী হিচাপে বুঢ়াৰ আলপৈচান ধৰাত ক্ৰুটী কৰা নাছিল। বুঢ়া কিন্তু মাহীয়েকৰ ঘৰত দুদিন থাকি পুনৰ নিজা ঘৰলৈ গ'ল। মাজে মাজে আহি মাৰিয়াৰ সৈতে সহবাসো নকৰাকৈ নেথাকিল। এবছৰ নৌহওতে মাৰিয়া গৰ্ভৱতী হয়। বুঢ়া হ'লেও মাৰিয়াক মাতৃত্বৰ সোৱাদ দিয়া বাবে তাই কৃতজ্ঞতা প্ৰকাশ কৰিলে। জীৱন অতিবাহিত হ'ল অভাৱৰ মাজেদি। তাৰ মাজত সন্তান সম্ভৱা পৰিস্থিতিয়ে মাৰিয়াক পাহৰালে সকলো দুখ। কিন্তু নিয়তিৰ পৰিহাস। এদিন মাৰিয়াৰ জীৱনলৈ নামি আহিল বিষাদৰ কলীয়া ডাৱৰ, হয়তো বিশৃংখল জীৱন-যাপন, অত্যাধিক মদ্যপানৰ বাবেই মাৰিয়াৰ স্বামীৰ মৃত্যু ঘটিল। মাৰিয়াই বুঢ়াৰ পৰা মুক্তি পালেও গৰ্ভস্থ সন্তানৰ বাবে চিন্তাত দিন নিয়াবলৈ ধৰিলে। দিন বাগৰি যায়। সময় কাৰোৰে বাবে থমকি নৰয়। একলা দুকলাকৈ মাৰিয়াৰো দৈহিক পৰিৱৰ্তন হ'ল। জিলিকি উঠিল সম্পূৰ্ণ মাতৃত্বৰ চিন। তাইৰ মনৰ পৰা মচ খাইছিল বুঢ়া স্বামীৰ কথাবোৰ, কিন্তু পেটত হাত বুলালেই মনত পৰে— হয়, তাই বহন কৰিছে সেই বুঢ়াৰে বংশধৰক। কিন্তু মাৰিয়াই সন্তানক বুঢ়াৰ দৰে হ'বলৈ নিদিয়ে। সন্তান হ'ব লাগিব তাইৰ দৰেহে। এনেবোৰ চিন্তা কল্পনাৰ মাজতে এদিন মাৰিয়াৰ মাতৃত্বৰ সফলতাৰ চিনাকি দি ভূমিষ্ঠ হ'ল এটি পুত্ৰ সন্তান। বুঢ়াৰ বংশধৰ নে তাইৰ এই প্ৰশ্নও পাহৰি গ'ল। মাৰিয়া মাতৃ হ'ল। সদ্যোজাত পুত্ৰৰ মুখ চাই মাৰিয়াই কল্পনা কৰিলে ভৱিষ্যতৰ সপোন। তাই দুখীয়া, নিৰক্ষৰ হ'ব পাৰে, কিন্তু পুত্ৰক গঢ়ি তুলিব এজন আদৰ্শৱান যুৱক হিচাপে। গীৰ্জাৰ পাঠশালাত নামভৰ্তি কৰাই উপযুক্ত শিক্ষা দিব। কোনে জানে ভগৱানৰ কৃপা হ'লে এদিন পুত্ৰই তাইৰ জীৱন ৰথৰ গতিয়ে সলায় দিব। সাদিনৰ দিনা গীৰ্জালৈ নি সন্তানৰ নামকৰণ কৰালে। পাদুৰী চাহাবে নাম ৰাখিলে পল-ঈশ্বৰৰ সন্তান পলক লৈ তেওঁৰ জল্পনা-কল্পনা বাঢ়িল। সন্তানক ডাঙৰ-দীঘল কৰা সহজ কাম নহয়। দুখীয়াৰ বাবে সমস্যা বহুত। নিজে নেখাই সন্তানক খুৱাব লাগিব তাৰবাবে মাৰিয়াই অশেষ কষ্ট কৰিবৰ বাবেও সাজু হ'ল। মিলত কাম, মানুহৰ ঘৰত কাম— এই সকলোবোৰ কৰি হ'লেও পুত্ৰক তাই উপযুক্ত কৰি তুলিব লাগিব। মাৰিয়াই সেইবাবে অশেষ কষ্টও কৰিবলগীয়া হৈছিল। কেতিয়াবা তাই নিৰলে বহি এৰি অহা দিনবোৰলৈ মনত পেলায় কান্দি উঠে। পিছ মুহূৰ্ততে আকৌ পলৰ ভৱিষ্যৎ— তাৰ কিশোৰ যৌৱনকালৰ কথা এজন সুঠাম যুৱক হৈ সংসাৰ চলোৱা, বিয়া, সন্তানসহ এটা পৰিপূৰ্ণ



পৰিয়াল আদি কথা ভাবি মনৰ মাজতে সুখ অনুভৱ কৰে। মিলত কাম কৰা মাৰিয়াৰ বাবে নিৰাপদ নাছিল। এটা বুঢ়া কৰ্মচাৰীৰ বাবেই তাইৰ যৌৱনভৰা ৰঙীণ সপোন থানবান হৈছিল। বুঢ়াই তাইক অৱশ্যে স্বীকৃতি দিলে, কিন্তু তেনেকুৱা লুভীয়া চকুৰ পৰা তাই নিস্তাৰ নেপালে। এটা সন্তানৰহে মাক, তাইৰ যৌৱন তেতিয়াও শেষ হোৱা নাছিল। সেই লুভীয়া চকুবোৰৰ পৰা হাত সাৰিবৰ বাবেই তাই মিললৈ যোৱা বন্ধ কৰি এঘৰত দাসী হিচাপে সোমাল। আত্মসন্মানৰ প্ৰতি তাইৰ ভ্ৰূক্ষেপ নাই কাৰণ মাৰিয়াৰ মাত্ৰ এটাহে চিন্তা পলক কেনেকৈ মানুহ কৰে। সেইবাবেই তাইক জীৱিকাৰ প্ৰয়োজন।

চাকৰি লাভ কৰাৰ পিছৰে পৰা মাৰিয়াৰ ওপৰত যেন ভাগ্যলক্ষ্মী প্ৰসন্ন হ'ল। তাই অন্ততঃ কেঁচুৱাৰ বাবে কিবা টোপ এটা আনিব পাৰিছে। সন্তানৰ মৌ-বৰষা কল-কলনিত, হাঁহি-কান্দোনত মাৰিয়াই সমস্ত দুখ-কষ্ট পাহৰি পেলালে। সেই আনন্দই তাইৰ শৰীৰত যেন নতুন শক্তি দিলে, মনৰ আনন্দই স্বাস্থ্যৰো উন্নতি ঘটালে। তাই ঘূৰাই পালে বিগত যৌৱনৰ পুনৰ কান্তি। হৰিণাৰ নিজৰ মাংসই বৈৰী-আপ্ত বাক্য যেন তাই নিজতে অনুভৱ কৰিলে। সুগঢ়ী মাৰিয়াৰ দেহে আকৰ্ষণ কৰিলে সেই ঘৰৰে এটা ভৃত্যক। ভৃত্যটোৱে চল পালেই মাৰিয়াক বেয়া দৃষ্টিৰে চায় আৰু ইংগিতো দিয়ে। মাৰিয়াই কিন্তু তাক কেতিয়াও চল দিয়া নাছিল। ভৃত্যটোৱে মাৰিয়াৰ মন নেপালে। সি সুবিধা কৰিব নোৱাৰি তাৰ গৃহস্বামীক মাৰিয়াৰ ৰূপ-লাৱণ্যৰ বৰ্ণনা দি উত্তেজিত কৰি তুলিলে। ঘৰৰ দাস-দাসীক কোনো কথাতে প্ৰশ্ৰয় নিদিয়া গৃহ স্বামীজনে কিন্তু নিজকে সংযত কৰি ৰাখিব নোৱাৰিলে। যিদিনাই মাৰিয়া আহিছিল সেই দিনাই তেওঁৰ মন মাৰিয়াৰ প্ৰতি আকৰ্ষিত হৈছিল। কিন্তু প্ৰকাশ কৰা নাছিল। ভৃত্যৰ কথাত তেওঁৰ সংযমী মন অশান্ত হৈ উঠিল। মাৰিয়াক অকলশৰে লগ পোৱাৰো সুযোগ বিচাৰিলে। সেই সুযোগ ভৃত্যটোৱে এদিন দিলে। সেইদিনা ঘৰত কোনো নাছিল। মাৰিয়াই আনদিনাৰ দৰে সেইদিনাও কামৰ বাবে আহিছিল। এপদ-দুপদ কাম কৰাৰ পিছত গৃহস্বামীয়ে তাইক দেখা কৰিলে। মাৰিয়া হতভম্ব হৈ ৰ'ল। গৃহস্বামীয়ে তেওঁৰ মনৰ কথাখিনি মাৰিয়াক কৈ দিয়াত তাই বজ্ৰপাত পৰা মানুহৰ দৰে থৰ হৈ ৰ'ল। মুখৰ মাত হৰিল। যেন তাই একেবাৰে মাতিব নোৱৰা বোবাহে। বুকুৰ ভিতৰত এটা প্ৰকাণ্ড শিলৰ বোজা থকা যেন অনুভৱ হ'ল। তাইৰ জীৱনলৈ পুনৰ অহা অশনি সংকেতৰ জাননী অনুভৱ কৰিলে। মাৰিয়াৰ অন্তৰত দোদুল্যমান ভাবৰ খেলা আৰম্ভ হ'ল। এফালে নিজৰ শুচিতা আনফালে আত্মসমৰ্পণ, পেটৰ ক্ষুধা নিবাৰণ আৰু পুত্ৰৰ দায়িত্ব— এই দুয়োটাৰে মাজত প্ৰশ্নবোধক চিন ওলমি ৰ'ল চিন্তাৰ মাজত। গৃহস্বামীক দেহ অৰ্পণ কৰিলে তাইৰ ভৱিষ্যত চিন্তাবোৰতো আউল লাগিব, কাৰণ পলৰ ভৱিষ্যৎ। এদিন পল ডাঙৰ হ'ব, শিক্ষা অৰ্জন কৰি মানুহ হ'ব, পলক গীৰ্জাত ঈশ্বৰৰ নামত অৰ্পণ

কৰিব, হয়তো সি এদিন ধৰ্মযাজক হ'ব। ধৰ্মযাজকৰ মাক অপৱিত্ৰ নাৰী এইকথা হ'ব নোৱাৰে। গীৰ্জাৰ নামত যেতিয়া পুতেকক দান দিছে, গতিকে সেই পুত্ৰৰ মাক ব্যাভিচাৰিণী হ'ব কেনেকৈ? মাৰিয়াই প্ৰমাদ গণিলে। সেইদিনা তাই গৃহস্বামীৰ কথা চিন্তা কৰি চাবৰ বাবে দুদিনমান সময় বিচাৰিলে। গৃহস্বামী সন্মত হ'ল। তেওঁ নিশ্চিত যে খাবলৈ নোপোৱা অন্ততঃ পুত্ৰৰ বাবেই মাৰিয়াই আত্মসমৰ্পণ কৰিব। দাসী হ'লেও তেনে এজনী তিৰোতাক জীৱন সঙ্গিনী কৰাটোও অন্যায় নহ'ব। ঘৰলৈ আহি মাৰিয়াই সমগ্ৰ কথাবোৰ ভালদৰে চিন্তা কৰিলে। ইতিবাচক-নেতিবাচক দিশবোৰ ফঁহিয়াই বিচাৰ কৰিলে। শেষত সিদ্ধান্ত গ্ৰহণ কৰিলে গৃহস্বামীৰ কবলৰ পৰা তেওঁ মুক্ত হ'ব। হয়তো তাৰবাবে তেওঁ বহুতো ত্যাগ কৰিবও লাগিব, গৃহস্বামীৰ হাতোৰা দীঘল। তেওঁৰ কবলৰ পৰা সহজে এৰাব পৰাও নেযাব। আশ্ৰয়ৰ থল মাহীয়েকৰ ঘৰো নিৰাপদ নহয়। হয়তো বুঢ়াক অৰ্পণ কৰাৰ দৰে গৃহ স্বামীকো ধনৰ বিনিময়ত গতাই দিব। অভাৱে মানুহৰ মনো দূষিত কৰে। মনত নানা তৰহৰ কথাই মাৰিয়াক ব্যতিব্যস্ত কৰি তুলিলে। মাহীয়েকৰ ঘৰৰ পৰাও গুচি যোৱাৰ চিন্তা কৰিলে যদিও পিছ মুহূৰ্ততে পলক লৈ কেনি যাব-ক'ত আশ্ৰয় ল'ব- এনেবোৰ ভাবেও জুমুৰি দিলে। দুৰ্ভগীয়া, অবলা নাৰীৰ বাবে পৃথিৱীত সুখ-শান্তি নাই। যৌৱন পূৰ্ণ সুঠাম শৰীৰ এনে নাৰীৰ বাবে অভিশাপ। এনে দেহাৰ বাবেই লাঞ্ছিত হ'ব লগা হয় নাৰী। কামনা-লিপ্সা সংযমহীন পুৰুষৰ শেন চকু নাৰীৰ দেহত। তৰুণী মাৰিয়াৰ কল্পনাৰ সংসাৰখন চুৰমাৰ কৰিছিল সেই বৃদ্ধ মিল শ্ৰমিকে। কিন্তু তাক ধন্যবাদ দিব লাগিব- স্বীকৃতি দিয়া বাবে। কিন্তু গৃহস্বামীজনক জানো বিশ্বাস কৰিব পাৰি? এখন পৰিপূৰ্ণ ঘৰ, দুজনীকৈ পত্নী, যুৱ-পুত্ৰ আদিৰে ভৰা। মানুহজনে হয়তো ক্ষণিক আনন্দ লভিবৰ বাবে ৰক্ষিতা হিচাপে স্থান দিব। নাই, তাই তেনে সংসাৰ-জুইত জাপ দিব নোৱাৰে। ঈশ্বৰে সৃষ্টি কৰিছে যেতিয়া থকাৰ বাবে কচুপাত এখনো ৰাখিছে। ত্ৰাণকৰ্তা যীশুৱে নিশ্চয় সহায় কৰিব। মাৰিয়া দৃঢ় হ'ল। তাই ঠিৰাং কৰিলে গৃহস্বামীৰ প্ৰস্তাৱ গ্ৰহণ নকৰে, তাৰ বাবে গৃহহাৰা হলেও সন্তানটোক বুকুত বান্ধি আত্মহননৰ পথ বিচাৰিব। এইবোৰ কথাকে চিন্তা কৰি এৰাতি মাৰিয়াই পলক কোলাত লৈ মাহীয়েকৰ ঘৰ-ত্যাগ কৰি আন্ধাৰৰ মাজত গুছি গ'ল।

(৪)

পলক কোলাত লৈ মাৰিয়া লাহে লাহে আগবাঢ়িল গহীন আন্ধাৰৰ মাজেদি। অনিৰ্দিষ্ট যাত্ৰাৰ পথ। ক'ত যাব নিজেও নেজানে। মাত্ৰ লাগে এটি নিৰাপদ আশ্ৰয় থল। থাকিবলৈ সুবিধা কৰিব পাৰিলেই কেঁচুৱাটোৰ বাবে কিবা আহাৰৰো সুবিধা কৰিব পাৰিব, কিন্তু সেয়ানো ক'ত সম্ভৱ হ'ব। মানুহ স্বাৰ্থপৰ। আগৰ অভিজ্ঞতাই মানুহৰ অভিসন্ধিৰ শিক্ষা পাইছে। নিস্তব্ধ গাঁৱৰ মাজেদি কিমান দূৰ যাব? ভৰি অচল



হৈ পৰিছে। শৰীৰ অৱশ। এটুপি পানীৰ বাবেও প্ৰয়োজন বোধ কৰিছে। পল মাকৰ উম লগা বুকুত টোপনিত লাল-কাল। লক্ষ্যবিহীন খোজত গৈ থাকোঁতে গাঁৱৰ গীৰ্জাঘৰৰ সন্মুখত ৰৈ গ'ল। ভগৱানৰ মন্দিৰ।.প্ৰভু যীশুৰ আশ্ৰয়। গীৰ্জাঘৰৰ জপনা মুখত থমকি ৰৈ মাৰিয়াই মূৰ দুপিয়াই প্ৰণিপাত জনালে- নজনাজনৰ প্ৰতি। বিচাৰি পালে নিৰ্ভয় বাৰ্তা-"গীৰ্জা ঘৰত ভগৱান বিৰাজমান। নিপীড়িত সকলৰ আশ্ৰয় স্থল।" মাৰিয়াই জপনাখন খুলি উদ্যানৰ একাষত থকা শিলেৰে নিৰ্মিত ঘৰটোলৈ গৈ ভগৱান যীশু, মাতৃ মেৰীৰ মূৰ্তি দেখি কিছুসময় অপলক দৃষ্টিৰে চাই থাকিল। পল তেতিয়াও নিদ্ৰামগ্ন। কোলাত পল থকাবাবে মাৰিয়াই বিধিমতে হাত বুকুত চুই প্ৰাৰ্থনা কৰিব নোৱাৰিলে। কিন্তু নীৰৱ প্ৰাৰ্থনাৰে নিজৰ দুখৰ কথা জনালে। শিলৰ মন্দিৰৰ পৰা আহি তাই গীৰ্জা ঘৰৰ দুৱাৰৰ কাষত থিয় দিলে। কিছু সময় ৰৈ গীৰ্জাৰ মজিয়াত বহিল। পলক মাটিতে লগত নিয়া কাপোৰ এখনত শুৱাই কিছুসময় ভাগৰ পলালে। মাৰিয়াৰ নীৰৱ প্ৰাৰ্থনা অথলে নগ'ল। কিছু সময়ৰ পিছতে কোনোবা মানুহ অহাৰ উমান পাই গীৰ্জাৰ বিছপজনে নিজা কোঠাৰ পৰা ওলাই আহিল। গীৰ্জাৰ দুৱাৰ মুখৰ মজিয়াত এজনী মানুহ আৰু কেঁচুৱা দেখি তেওঁ আচৰিত হ'ল। এটা গলখেকাৰি মাৰি কোন বুলি প্ৰশ্ন কৰিলে। দুখে-ভাগৰে থাকিলেও মাৰিয়া সজাগ হৈ আছিল। তাই মানুহজনলৈ চালে। বিছপৰ হাতত থকা মমবাতিৰ পোহৰত তাই বিছপৰ চেহেৰা দেখিযে অনুমান কৰিছিল যে হয়তো সেইজন গীৰ্জাৰ পুৰোহিতে হ'ব। কিন্তু এবাৰ সাপে খুঁটিলে লেজুলৈকো ভয় হয়। মাৰিয়াৰ মনতো 'মানুহ আতংক'ৰ ভূতে এৰা নাছিল। সেয়েহে পলক বুকুত সাৱতি তাই কুচি-মুচিকৈ বহি অতি ভয়েৰে বিছপলৈ চাই থাকিল। বিছপে কেইবাৰো প্ৰশ্ন কৰাত তাইনো কোন, কিয় আহিছে সেই উত্তৰ দিব পৰা নাছিল। মাৰিয়াৰ মৌনতাৰ মাজতে বিছপে প্ৰশ্নৰ উত্তৰ পালে। মাৰিয়াক আশীৰ্বাদ দি গীৰ্জাৰ দুৱাৰখন খুলি দিলে। মাৰিয়াৰ ভয় ভাগিল। তাই সন্তৰ্পণে গীৰ্জাৰ ভিতৰত থকা ক্ৰুছবিদ্ধ যীশুক দুহাত বুকুত সাৱটি সেৱা জনালে। প্ৰভুৰ কৃপাত যে তাই সঠিক স্থানত উপস্থিত হ'ল সেইকথাও বিশ্বাস হ'ল। সেই ৰাতি মাৰিয়া গীৰ্জাৰ বেঞ্চ এখনতে শুলে। বহুদিনৰ মূৰত তাই নিৰ্ভয় মনে যেন শুবলৈ পালে।

ৰাতিপুৱাই বিছপে মাৰিয়াক জগাই দি তেওঁৰ কোঠালৈ লৈ গ'ল। মুখ ধুই খোৱা-বোৱাও কৰিলে। প্ৰথমবাৰৰ বাবে পলৰ মুখত ভেড়াৰ গাখীৰ পৰিল। অনাশ্ৰয়া, ঘাতমাউৰী, বিধৱা মাৰিয়াৰ জীৱন কাহিনী শুনি বিছপৰ অন্তৰত দয়া উপজিল, তেওঁ মাৰিয়াৰ কিবা এটা সংস্থাপন নোহোৱা পৰ্যন্ত গীৰ্জাৰে এটা কোঠাত থাকিবলৈ দিলে। জীৱিকাৰ বাট সুগম কৰিবৰ বাবে গীৰ্জাতে মাৰিয়াক সাধাৰণ পৰিচায়িকাৰ কাম এটাও দিলে। গীৰ্জাৰ ভিতৰ সৰা-মোচা, ফুলনিৰ তদাৰক আৰু বিছপৰ ঘৰৰ কাম-বন চম্ভলাই

মাৰিয়াৰ কাম হ'ল। এসপ্তাহৰ ভিতৰতে তাই স্বাভাৱিক জীৱনো লাভ কৰিলে। নতুন জীৱন পোৱাৰ দৰে মাৰিয়াই জীয়াই থকাৰ আশা পূৰণৰ জ্যোতি দেখিলে। থকা-খোৱা আৰু পুত্ৰ পালনৰ চিন্তা আঁতৰিল। আঁতৰিল স্বাৰ্থান্ধ মানুহৰ হাতোৰাৰ পৰা। গীৰ্জাঘৰৰ সৰু কোঠাতে এদিন দুদিনকৈ পল ডাঙৰ-দীঘল হ'ল। এদিন গীৰ্জাৰ আশীৰ্বাদ লৈ ওচৰতে থকা মিছনেৰী প্ৰাথমিক বিদ্যালয়ত পলক নামভৰ্তি কৰোৱালে। ঘৰত মাকৰ নৈতিক শিক্ষা আৰু ধৰ্মীয় জ্ঞান লাভ কৰিলে বালক পলে। মাৰিয়াৰ ইচ্ছা পল মানুহ হ'ব লাগিব, কামে-কাজে। বাপেকৰ দৰে নামত মানুহ হ'লে নহ'ব। এদিন মাৰিয়াই বিছপক তাইৰ মনৰ আশা মুকলিকৈ ক'লে যে পলক মানুহ কৰি এজন মিছনেৰী পাদ্ৰি কৰাৰ ইচ্ছা কৰিছে। বিছপেও সকলো ভগৱানৰে ইচ্ছা বুলি মাৰিয়াক বালক পলৰ তদাৰকৰ ওপৰত গুৰুত্ব দিলে। মাকৰ আদৰ-মৰম আৰু ঘৰুৱা শিক্ষা শাসনতে এদিন পল কিশোৰ হ'ল। সাধাৰণ শিক্ষা আৰু ঘৰুৱা কামত পাৰ্গত পল যে কেতিয়া যুৱক হ'ল মাৰিয়াই ততকে ধৰিব নোৱাৰিলে। কেৱল এদিন আৱিষ্কাৰ কৰিলে মুৰত দুই-তিনিডালমান চুলি ৰূপোৱালী হৈছে— কপাল বা শৰীৰত বলি ৰেখাই দেখা দিছে। পলে যাৱতীয় শিক্ষা সমাপ্ত কৰিলে। তাৰ পিছতে বিছপে যাজক (পাদ্ৰি) হোৱাৰ ধৰ্মীয় আৰু সামাজিক শিক্ষা পলক শিকালে। পলৰ বিদ্যা-বুদ্ধি আৰু মাৰিয়াৰ সাধনাত পল যাজকৰ পৰীক্ষাত উত্তীৰ্ণ হ'ল।

মাৰিয়াৰ মনত আনন্দ। চাই থাকোঁতে নয়নমণি পল মানুহ হ'ল। কেৱল মানুহে নহয়, এদিন যি আশা কৰি জীৱন যুদ্ধত অৱতীৰ্ণ হৈছিল সেই আশা এতিয়া বাস্তৱত পৰিণত হ'ল। এতিয়া আশা পুতেকৰ এটা চাকৰি মানে গীৰ্জাৰ যাজক। কেইদিনমানৰ পিছতে সেই আশাও পূৰ্ণ হ'ল। বিছপজনাই খবৰ দিলে যে, কিছু দূৰৈত থকা গাঁওখনৰ গীৰ্জাত পাদ্ৰি এজনৰ প্ৰয়োজন। ধৰ্মমণ্ডলী সভাত তেৱেঁই পলক সেই পদ দিবৰ বাবে কৈছিল। প্ৰভুৰ কৃপাত হয়তো পলে সেই পদ পাব। সঁচাকৈয়ে পালে। এটা গীৰ্জাৰ পুৰোহিত হ'লে দিনে-নিশাই গীৰ্জাত থাকিব লাগে, গতিকে পলো সেই গীৰ্জাত থকাকৈ যাব লাগিব। সেই খবৰে মাৰিয়াক পুনৰ চিন্তাত পেলালে। জন্মৰ পৰাই চৰায়ে ডেউকাৰ তলত পোৱালি ৰখাৰ দৰে মাৰিয়ায়ো পলক ৰাখিছিল। এখন্তেকৰ বাবে পল দৃষ্টিৰ অগোচৰ হ'লেই তেওঁ সদ্যজাত পোৱালি বিচাৰি নোপোৱা গাইৰ দৰে অৱস্থা হয়। প্ৰথম অৱস্থাত হেনা-হুচা কৰিলেও পিছত সেয়া প্ৰভুৰ ইচ্ছা বুলি ভাবি আনন্দমনে বিদায় দিলে। মাৰিয়াই বুকুত বেদনা অনুভৱ কৰিলে। যাবৰ সময়ত যিমান পাৰে কেঁচুৱা ল'ৰাক উপদেশ দিয়াৰ দৰে পলক বুজালে, মাকক চুমা খাই পল গুচি গ'ল। নেদেখাপৰ্যন্ত মাৰিয়াই চাই থাকিল।

নতুন যাজকজনক পাই গাঁওবাসী সুখী হ'ল। প্ৰথম ভাষণতে পলে গাঁৱৰ



ধৰ্মপ্ৰাণ ৰাইজৰ মন জয় কৰিলে। সেই অনুষ্ঠানত মাৰিয়াও উপস্থিত আছিল। পুতেকক উষ্ণ স্বাগত সম্ভাষণ জনোৱাত আনন্দত চকু পানী ওলাল। তেওঁৰ মাতৃত্ব সফল হ'ল ইয়াতকৈ বেছি একো তেওঁ বিচৰাও নাছিল। প্ৰভুৰ বেদীত তেওঁ প্ৰণিপাত জনালে। গাঁওখনত পলৰ আগত যিজন পুৰোহিত আছিল, তেওঁ কোনো কামেই কৰা নাছিল। পুৱা সন্ধ্যাৰ ধৰ্মীয় ব্যাখ্যাৰ বক্তৃতাও ভালদৰে দিব পৰা নাছিল। তেওঁ প্ৰকৃততে এজন ভণ্ড চৰিত্ৰহীন মানুহ। আনফালে তেওঁ সুৰাপায়ী। বেজালি মন্ত্ৰৰে মানুহক অনিষ্টও কৰিছিল। বিছপে এই কথাবোৰ অনুসন্ধান কৰি পুৰোহিতকে কামৰ পৰা অপসাৰিত কৰিছিল। পুৰোহিতজনে গীৰ্জা এৰাৰ আগতে হেনো হ'বলগীয়া নতুন যাজকজনক অনিষ্ট কৰাৰ ভাবুকিও দি গৈছিল। মাৰিয়াই পুৰোহিতজনৰ কু-কৰ্মৰ কথাবোৰ শুনি, বিশেষকৈ ভাবী পুৰোহিতক অনিষ্ট কৰিব বুলি কোৱা কথাত অতি ভয় খাইছিল। কিন্তু তেওঁৰ দৃঢ় বিশ্বাস প্ৰভুৱে তেওঁক যি দৰে বিপদসমূহৰ পৰা ৰক্ষা কৰি আহিছে, সেইদৰে আগন্তুক দিনবোৰতো ৰক্ষা কৰিব। মাৰিয়াই পুতেকৰ মঙ্গলৰ বাবে তেওঁৰ ঘৰৰ সন্মুখত মাঙ্গলিক ক্ৰুছ এডালো পুতি ৰাখিছিল।

(৫)

পলৰ পূৰ্বসুৰী যাজকজন যাদুকৰ আছিল। তেওঁ জানিব পাৰিলে যে তেওঁৰ স্থানত এজন ডেকা পুৰোহিত নিযুক্ত কৰিছে। যুৱ যাজকক কেনেকৈ অপকাৰ কৰিব পাৰি সেই চিন্তাও নকৰাকৈ নেথাকিল, প্ৰত্যক্ষভাৱে সেই কাম কৰিব নোৱাৰিব পাৰে, কিন্তু পৰোক্ষভাৱে যাদু মন্ত্ৰেৰে হ'লেও এসেকা দিয়াৰ কথা ভাবিলে। ইফালে মাৰিয়াই লক্ষ্য কৰিলে পলৰো যেন জীৱন শৈলী সলনি হ'বলৈ ধৰিছে। পুৰোহিতৰ জীৱন-যাপন প্ৰণালীৰ পৰা যেন বিচ্যুত হৈছে। অকলশৰীয়া পলক সহায় কৰিবৰ বাবে আগত গীৰ্জাৰ ঘৰ বিছপ জনাৰ অনুমতি লৈ তেওঁক এৰি পলৰ লগতে থাকিবলৈ ল'লে। এদিন পলৰ কোঠাত সোমাই দেখিবলৈ পালে পুতেকৰ মেজ প্ৰসাধনৰ সামগ্ৰীৰে ভৰা। এখন বহল আয়নাও মেজত থিয় কৰি ৰাখিছে। পুৰোহিতৰ বগা সাজৰ লগতে কেইবাযোৰা চৌখিন কাপোৰ। মাৰিয়াই পুতেকৰ কাৰ্যত প্ৰমাদ গণিলে। সন্ধ্যা গীৰ্জাৰ প্ৰাৰ্থনাৰ পিছত ঘৰলৈ আহি নতুন কাপোৰ পিন্ধি গাঁৱৰ কাৰোবাৰ ঘৰত ধৰ্মীয় বক্তৃতা দিবলৈ বুলি পল প্ৰায়ে ওলাই যোৱা কথাও মাৰিয়াই সহজভাৱে ল'ব নোৱাৰিলে। কিবা অজানিত ভয়াবহ ভাবে তেওঁৰ অন্তৰত খুন্দিয়ালে।

এদিনৰ কথা। সন্ধ্যা সময়ত গীৰ্জাৰ পৰা পল ঘৰলৈ আহি কোঠাত সোমাই নতুন ৰঙীণ কাপোৰ পৰিধান কৰিলে। প্ৰসাধনৰ সুগন্ধিয়ে গোটেই কোঠা বিয়পি পৰিছিল। পলে ঘৰৰ পৰা ওলাই যাওতে মাকে 'ক'ত যাব' বুলি সোধাত পলৰ সেই একে উত্তৰ গাঁৱৰ কোনোবা 'পিটাৰ'ৰ ঘৰত ধৰ্মীয় সভা থকা কথা। সেইদিনা পুতেকৰ

ৰেহ-ৰূপ দেখি উত্তৰত মাৰিয়া সন্তুষ্ট হ'ব পৰা নাছিল। সেয়েহে পল ওলাই যোৱাৰ পিছত তেৱোঁ ভয়-ভীতি পাহৰি আন্ধাৰৰ মাজেদি পুতেকক অনুসৰণ কৰিলে। আগে আগে পল, পিছে পিছে মাৰিয়া। আন্ধাৰত একো নেদেখিলেও খোজৰ শব্দতে অনুসৰণ কৰি আগবাঢ়িল। হঠাতে মাৰিয়াই মূৰে-কপালে হাত দি বৈ গ'ল। তেওঁ সন্মুখত দেখা দৃশ্য দেখি বিশ্বাস কৰিব পৰা নাছিল। পল যিটো ঘৰলৈ সন্তৰ্পণে সোমাই গৈছিল সেইফালেই তেওঁৰ চকু থৰ হৈ ৰ'ল। তেওঁৰ মূৰত যেন বজ্ৰপাতহে পৰিল। পল সোমাই যোৱা ঘৰটো ভাল মানুহৰ বাবে নিষিদ্ধ। দিনতে মানুহে সেই ঘৰলৈ নেচায়। সেই ঘৰটো এগনেচ্ নামৰ গণিকা জাতীয় এজনী মহিলাৰ। মাৰিয়া সেই ঘৰৰ পদূলিমুখতে বৈ বিপথগামী পুতেকৰ কথা চিন্তা কৰিলে। যি ভয়ে তেওঁক হতাশ কৰিছিল— সেইয়া যেন বাস্তৱ হোৱাৰে সম্ভাৱনা। যি আশাৰে তেওঁ পুতেকক গঢ়ি তুলিছিল, সেই আশাত যেন কোনোবা অদৃষ্ট শক্তিয়ে চেঁচা পানী ঢালি দিলে। পুৰোহিত এজনৰ আদৰ্শ তেওঁৰ চকুৰ আগতে যেন ঠুনুকা কাঁচৰ দৰে থানবান হৈ গ'ল। মাৰিয়াই ধৈৰ্য নেহেৰুৱালে। প্ৰভুৱে নিশ্চয় তেওঁক উদ্ধাৰ কৰিব। তেওঁ দৃঢ়তা প্ৰকাশ কৰিলে, যিকোনো উপায়েৰে এগনেচ্‌ৰ কবলৰ পৰা পলক উদ্ধাৰ কৰিব। বিষণ্ণ আৰু আনমনা মাৰিয়াই ঘৰলৈ উভতি আহোঁতে আন্ধাৰত ভুল বাটে আগবাঢ়িল। কিছু দূৰ যোৱাৰ পিছত আগেয়ে নেদেখা উদ্যান এখন পালেগৈ। পল যে ক'ত হেৰাই গ'ল তেওঁ উৱাদিহ নেপায় পুনৰ আন্ধাৰতে আগৰ বাটেৰে আহি বিষণ্ণ মনেৰে ঘৰ পালেহি। ৰাতি তেতিয়া মাজভাগ। গাঁও তেতিয়া নিস্তব্ধ। গীৰ্জাৰ ওখ চূড়াত তেলৰ লেম্পটো টিমিক-টামাককৈ জ্বলি আছিল। সেই পোহৰো যেন মাৰিয়াৰ মনত ৰহস্যৰ পোহৰহে। ঘৰ পাই বিচনাত পৰিলেও শুব পৰা নাছিল। লঘোণে-ভোকে জৰ্জৰিত হ'লেও তেওঁ অস্থিৰ হৈ পৰিছিল। এবাৰ চকী এখনত বহি অসংলগ্ন চিন্তাৰ মাজত সোমাই পৰিল। তাৰ মাজতে তেওঁৰ কেতিয়া টোপনি আহিল ক'বকে নোৱাৰিলে।

মাজৰাতি সাৰশূন্যভাৱে পল ঘৰলৈ আহিল। মাৰিয়াই দুৱাৰ খোলাতে ৰখাৰ বাবে পলে লাহেকৈ দুৱাৰ খুলি নিজৰ কোঠাত সোমাব খোজোতে চকীত নিদ্ৰামগ্ন মাকক দেখি থমকি ৰ'ল। ধৰা পৰাৰ ভয়ত পলৰ মনত তেতিয়া দোমোজাৰ ধুমুহা। হঠাৎ মাৰিয়াৰ টোপনি ভাঙিল। সন্মুখত পলক দেখি কেৱল চাই থাকিল। পলেও মাকৰ আগত একো মাতিব নোৱাৰি তলমূৰ কৰি ৰ'ল। নিজকে চম্ভালি আত্মৰক্ষাৰ বাবে আগধৰিয়ে মাকক জনালে যে ধৰ্মীয় সভাৰ পিছতে ৰোগী এজনক দেখা কৰিবৰ বাবে গাঁৱৰ সিমূৰত থকা এঘৰলৈ যোৱাৰ বাবে দেৰি হ'ল। মিছা মতা বাবেই পল থক্‌থককৈ কঁপিবলৈ ধৰিলে। দেৱীতুল্য মাকক মিছা কোৱা বাবে মনত অশান্তিৰ সৃষ্টি হ'ল। মাৰিয়া কিন্তু তেতিয়াও নীৰৱে আছিল। মমৰ ক্ষীণ পোহৰত পুতেকক দেখি,



অতীতৰ ঘটনাবোৰ মনত পৰিছিল। কিমান কষ্টৰ মাজেৰে পলক যাজক কৰিছিল। কিন্তু পুতেকে বিশ্বাসঘাতকতা কৰিলে। কিয় ? সেই সময়ছোৱাত পলক গীৰ্জাৰ সন্মানীয় যাজক হিচাপে চোৱা নাছিল। বিধৱা মাকৰ আশাৰ বন্তি পুতেক হিচাপেহে চাইছিল। মাৰিয়াই পুতেকক শাসনৰ সুৰতে এগনেচ্‌ৰ ঘৰলৈ যোৱা, পলমকৈ ঘৰলৈ অহা বিষয়বোৰ কোৱাৰ পিছত কান্দি কান্দি ক'লে যে গৰ্হিত কামবোৰ কৰা বাবে তেওঁ যিমান দুখ অনুভৱ কৰিছে তাতোকৈ বেছি দুখ-অনুভৱ কৰিছে পুতেকে মিছা কোৱা বাবেহে। সত্যবাদীজনহে ঈশ্বৰৰ সন্তান, পুৰোহিতৰ বাবে প্ৰধান ধৰ্ম সৎসাহস আৰু সত্য কথা কোৱাহে। ধৰ্ম সত্যৰ ওপৰত প্ৰতিষ্ঠিত। যিজনে মিছা কথাৰে পৰিচালিত হয়, তেওঁ ধৰ্মৰক্ষক হ'ব নোৱাৰে। মিছা কথা কোৱা মানে ভগৱান যীশুক অপমান কৰা। মাৰিয়াই পলক স্পষ্টভাৱে জনাই দিলে যে হয় তেওঁ এগনেচ্‌ক ত্যাগ কৰিব লাগিব নতুবা মাকক চিৰদিনৰ বাবে হেৰুৱাব লাগিব— এই দুটা পথৰ মাজত পলে এটা বাছি ল'ব লাগিব। সেই সিদ্ধান্ত যেন পিছদিনা মাকক জনায়। মাৰিয়াই পলৰ মূৰত হাত বুলাই শুই থাকিবলৈ ক'লে। পলে একো নেমাতি নিজৰ কোঠাত সোমাল। কাপোৰবোৰ খুলি কিছুসময় বৈ ঘৰুৱা সাজ পিন্ধি বিচনাখনত বহি কিবা চিন্তা কৰি কোঠাটোৰ ভিতৰতে পুনৰ খোজ কাঢ়ি আকৌ বিচনাখনত বহিলে। মাজৰাতি জাৰৰ দিনতো গৰম অনুভৱ কৰি খিৰিকীখন খুলি দিলে। এজাক চেঁচা বতাহ ভিতৰলৈ সোমাই আহিল। কিন্তু পলে অনুভৱ নকৰিলে। তেওঁ ভগৱানক প্ৰাৰ্থনা কৰিলে— শুদ্ধ বাটৰ সন্ধানৰ বাবে। কোন বাটে গ'লে প্ৰকৃত লক্ষ্যত উপনীত হ'ব পাৰিব, মাকক পুৱা কি সিদ্ধান্ত দিব তাৰ বাট দেখুৱাব পাৰিব একমাত্ৰ ঈশ্বৰেহে। সেই ৰাতি পলৰ প্ৰায় টোপনি নাহিলেই। পুৱতি নিশাহে নিদ্ৰাত মগ্ন হ'ল।

পুৱা বেলি ওলোৱা পৰলৈকে পল গভীৰ টোপনিত। মাৰিয়া ইতিমধ্যে প্ৰাৰ্থনাৰ বাবে সাজু হ'ল। যাজক এজনে বেলি ওলোৱা সময়লৈকে শুই থকা অযুগুত ভাবি মাকে পলৰ কোঠাত সোমাই জগাবলৈ গ'ল। পল তেতিয়াও গভীৰ টোপনিত। তেওঁ পুতেকৰ মুখখন চালে। কিমান যে মৰমৰ মুখ। জীৱনৰ একমাত্ৰ স্মৃতি। এবাৰ মনতে ভাবিলে মানুহৰ আদিম বাসনাক জানো ধৰ্মীয় সংস্কাৰে দমাই ৰাখিব পাৰে? পলৰ এতিয়া বাসনা জাগ্ৰতৰে সময়। মাৰিয়া কিছু সময় বৈ পুনৰ নিজা কোঠালৈ আহিল। ৰাজআলিত মানুহৰ সমাগম হ'ল। হয়তো সেই মানুহবিলাক গীৰ্জালৈকে গৈছে। অলপ সময়ৰ পিছতে গীৰ্জাৰ বৰ ঘণ্টাত কোব পৰিব। সেই সময়ত যদি পুৰোহিতজন উপস্থিত নেথাকে, আকৌ সমালোচনা হ'ব। সময় নিষ্ঠা পালন নকৰাৰ বাবে মানুহৰ মাজত গুণগুণনি হ'ব। ধৰ্মৰ বাণী শুনিবলৈ যে মানুহৰ কিমান আগ্ৰহ। মাৰিয়া পুনৰ পলৰ কোঠাত সোমাই পুতেকৰ কপালত হাত বুলালে। চেঁচা হাতৰ

পৰশত পলৰ টোপনি ভাঙিল। গীৰ্জালৈ যোৱাৰ সময়ৰ কথা জনোৱাত পলেও একে জাপে বিচনাৰ পৰা নামি নিজ নৈমিত্তিক কামবোৰ কৰি গীৰ্জালৈ যাবৰ বাবে সাজু হ'ল। গীৰ্জালৈ যোৱাৰ আগতে মাকৰ হাতত এগনেচক দিবৰ বাবে এখন চিঠি দিলে। কাগজৰ টুকুৰা এটাত লিখা চিঠিখন তেনেই চমু। মাত্ৰ তেওঁ এগনেচৰ পৰা অব্যাহতি বিচাৰিছে। চিৰদিনৰ বাবে যেন পাহৰি যায় তাকেই কামনা কৰিছে। মাকক চুমা খাই পলে একো নোকোৱাকৈ গীৰ্জালৈ গ'ল। মাৰিয়াৰ মনৰ অশান্তি দূৰ হ'ল। তেওঁ মনতে আকৌ ভাবিলে, পল পুৰোহিত হ'লেও এজন ডেকাহে। যৌৱন সুলভ মন এটা থাকিবই। সময়ত নিজেই সংযমী হ'ব। চিঠিখনৰ সাৰমৰ্মই তাৰেই ইংগিত দিছে। ঈশ্বৰে নিশ্চয় সদ্মতি দিব। এগনেচ্‌ক চিঠিখন তেওঁ নিজে দিয়াকৈ ঠিক কৰিলে।

গীৰ্জাৰ বৰ ঘণ্টাৰ শব্দই গাঁওবাসীক সজাগ কৰিলে। গীৰ্জা ঘৰত মানুহৰ সমাগম হ'ল। আহিব নোৱৰাবিলাকে সেই ঘণ্টাৰ শব্দ শুনি ঘৰতে প্ৰাৰ্থনাৰ বাবে সাজু হ'ল। গীৰ্জাঘৰৰ বেদীত থকা প্ৰভু যীশুৰ ক্ৰুছবিদ্ধ মূৰ্তিটো মম-চাকিৰ পোহৰত জিলিকি উঠিল। গুৰু গম্ভীৰ খোজেৰে পল বেদীৰ কাষত থকা বক্তৃতা মঞ্চৰ ওচৰত থিয় হ'ল। ৰাইজে পলৰ আগমনত থিয় হৈ অভিবাদন জনালে। পলেও সম্ভাষণ জনালে। 'পবিত্ৰ বাইবেল'খন সন্মুখত থাকিলেও পলৰ মন বিষণ্ণ। যোৱা ৰাতিৰ ঘটনাবোৰে তেওঁৰ মন আচ্ছন্ন কৰিলে। আনদিনা তেওঁ মঞ্চত থিয় হৈয়ে ভক্তসকলক আশীৰ্বাদ দি বাইবেলখন মেলি উদাত্ত কণ্ঠেৰে ধৰ্মবাণী শুনাইছিল। কিন্তু সেই মুহূৰ্তত যেন তেওঁৰ কণ্ঠ কোনোবাই ৰুদ্ধ কৰিলে। চকু মুদি কেৱল ৰাতিৰ কথাবোৰহে ভাবিলে। মাকৰ সাৱধান বাণীয়ে পলৰ মন ভাবাচ্ছন্ন কৰি তুলিলে। তেওঁৰ মৌনতা দেখি গীৰ্জাৰ পৰা এজন দুজনকৈ ৰাইজে বেদীলৈ সেৱা জনাই আতঁৰি গ'ল। গীৰ্জাৰ প্ৰাৰ্থনা কক্ষ খালী হৈ পৰিল। হঠাৎ পলৰ অৱচেতন মনলৈ চেতনা ঘূৰি আহিল। চকু মেলি তেওঁ জনশূন্য কোঠা দেখি আচৰিত হোৱাৰ দৰে হ'ল। হঠাতে কি ঘটিল তেওঁ যেন উৱাদিহকে নাপালে। বাহিৰৰ উদ্যানত তেতিয়া কেইজনমান মানুহে কিবা আলোচনা কৰি ঘূৰি-পকি আছিল। পলে সেই কাণ্ড দেখি নিজকে দোষী যেন অনুভৱ কৰিলে। ভগৱানৰ মন্দিৰত তেওঁ অন্যমনস্ক হোৱা উচিত নাছিল। কিন্তু তেওঁতো কৰো বুলি কৰা নাছিল। আকৌ ভাবিলে সমাজৰ বাবে তেওঁ এজন সাধাৰণ মানুহ নহয়, গীৰ্জাৰ সন্মানীয় পুৰোহিত প্ৰভুৰ প্ৰেৰিত প্ৰতিনিধি। প্ৰভুৰ হৈ তেওঁয়ে মানুহক ধৰ্ম-নীতি বচনৰ ব্যাখ্যা দি ভগৱৎমুখী কৰিব লাগিব। সেই আশাৰে হেজাৰজনে তেওঁৰ ধৰ্মবাণী শুনিবলৈ আহে। 'বাইবেল' তেওঁলোকৰ বাবে অমৃত। মানুহে ইচ্ছা কৰি কোনো কাম কৰিব নোৱাৰে। সকলো তেওঁৰে ইচ্ছা। সেই ইচ্ছাৰেই হয়তো তেওঁ নিৰ্বাচিত হৈ গীৰ্জাৰ যাজক হৈছিল। কিন্তু তেওঁ সেই কৰ্তব্য পালন কৰিব নোৱাৰি পাপ কৰিলে।



পাপৰ শুধৰণি তেওঁ কৰিব। কথাবোৰ ভাবি ভাবি বেদীলৈ সেৱা জনাই পলে গীৰ্জাৰ মূল দুৱাৰখন বন্ধ কৰি বাহিৰলৈ ওলাব খোজোতে, এগৰাকী আদবয়সীয়া মহিলাই এজনী কিশোৰীৰ লৈ গীৰ্জালৈ অহা দেখা পালে। পল ৰৈ গ'ল। মহিলাগৰাকীয়ে নিশ্চয় কান্দি আছিল। তেওঁৰ চকুপানী তেতিয়াও স্পষ্ট হৈ আছিল। মন যেন অশান্ত, মানসিকভাৱে ভাৰাক্ৰান্ত। কিশোৰীজনী উদ্ধত। আনমনা। মহিলাগৰাকীয়ে নিজৰ দুখৰ কথা পলক জনালে যে ছোৱালীজনী তেওঁৰে। কিন্তু তাইৰ মতি-গতি ঠিক নহয়। উদ্ধত। নিজা ইচ্ছানুযায়ী কামবোৰ কৰে। ঘৰৰ কাম লেশমানো নকৰে। বহুত চেষ্টা কৰি, বেজ লগায়ো তাইক বশ কৰিব পৰা নাই। নিশ্চয় তাইক কোনো অপদেৱতাই লম্ভি এনে কৰিছে, গাঁৱৰ মুখীয়াল দুজনমানে গীৰ্জালৈ নি প্ৰভুৰ আশীৰ্বাদ লোৱাৰ পৰামৰ্শ দিয়াত লৈ অহা হৈছে। বাটত বৰ অমুৰীও কৰিছিল। পল যে ভগৱানৰ প্ৰেৰিত প্ৰতিনিধি ৰাইজৰ সেই বিশ্বাস তেওঁ নিজেই বিশ্বাস কৰিলে। হোজা এই মানুহবোৰক জানো ধৰ্মৰ নামত প্ৰৱঞ্চনা কৰিব পাৰি? কিমান আশাৰে এই সৰল মানুহবোৰে শৰণাপন্ন হয়হি। পলে পুনৰ চিন্তা কৰিলে— সেই পবিত্ৰ আৰু অটল বিশ্বাস তেওঁ জানো ৰক্ষা কৰিব পাৰিব? তেওঁৰ গাত সেই দৈৱশক্তি জানো আছে। যদি তেওঁ তেনে দৈৱশক্তিৰ অধিকাৰীয়ে হয়, তেতিয়াহ'লে সাধাৰণ দৈহিক-জাগতিক প্ৰেম সুখত কিয় নিমজ্জিত হ'বলগীয়া হৈছিল? এগনেচ্ জানো তেনে শক্তিৰ আধাৰ? এশ এবুৰি প্ৰশ্নই তেওঁক জুমুৰি দিলে। উত্তৰ নাই— কিন্তু আগত অগ্নিপৰীক্ষা। মানুহৰ দৈৱশক্তিৰ সম্পৰ্কত থকা আত্মবিশ্বাস কিমান প্ৰৱল। তেওঁ এবাৰ মহিলাগৰাকীক সেই কাম যে তেওঁ কৰিব নোৱাৰে কৈ দিয়া সম্পৰ্কেও চিন্তা কৰিলে। বাইবেলৰ দুটামান বাণী শুনালে বা আশীৰ্বাদ দিলেই জানো ছোৱালীজনীৰ মানসিক অসুখ ভাল কৰিব পাৰিব? কিন্তু পলে ক'ব নোৱাৰিলে। তেওঁৰ প্ৰতি, মানুহৰ গভীৰ আস্থাক তেওঁ উলাই কৰিবও নোৱাৰে। এনে অলৌকিক কামৰ যোগে তেওঁ 'ছেণ্ট' হ'বও নিবিচাৰে— কিন্তু মানুহৰ আস্থাক সন্মান দিবলৈ প্ৰস্তুত। ছোৱালীজনী ভাল হওকে বা নহওক, তেওঁ নিজৰ কৰ্তব্য কৰাতনো কি আপত্তি থাকিব পাৰে? তেওঁ মনতে ভাবিলে, "হে প্ৰভু মোক শক্তি দিয়া, মোক উদ্ধাৰ কৰা।" মৌন হৈ কিছুসময় থকাৰ পিছত পলে মহিলা আৰু ছোৱালীজনীক বেদীৰ কাষত বহুৱাই বাইবেলৰ এটা গীত আৰু সাৰমৰ্ম থকা সাধু এটা শুনালে, তাৰ পিছতে তেওঁ 'ধৰ্মীয় পানী' ছোৱালীজনীৰ মূৰত দি আশীৰ্বাদ দিলে। গীত আৰু সাধু শুনি ছোৱালীজনী তন্ময় হৈ পলৰ চকুলৈ চাই থাকিল। তাইৰ মুখত প্ৰশান্তিৰ হাঁহি। সেই উদ্ধত স্বভাৱ শান্ত হৈ পৰিল। মাকে সেই অদ্ভুত কাণ্ড দেখি দৌৰি বাহিৰলৈ গৈ উদ্যানত থকা মানুহবিলাকক যাজকজন যে এজন সাধক আৰু আচৰিত ঐশ্বৰিক শক্তিৰ গৰাকী সেই বিষয়ে বিবৰি ক'লে। এইকথা

বনজুইৰ দৰে বিয়পি পৰিল। পলৰ অলৌকিক কামত সকলো সুখী হ'ল। তেওঁলোকে বিশ্বাস কৰিলে যে ডেকা পুৰোহিতজনেই গাঁৱৰ অপায়-অমঙ্গল দূৰ কৰিব পাৰিব। দুষ্ট শক্তিক ঐশ্বৰিক শক্তিৰে পৰাভূত কৰিব পাৰিব। কোনো কোনোৱে পলক জীৱিত অৱস্থাতে 'ছেন্ট' পৰ্যায়ত স্বীকৃতি দিয়াৰ বাবে ৰোমৰ ভেটিকানলৈ প্ৰস্তাৱ কৰাৰ কথাও প্ৰকাশ কৰিলে। সেই ঘটনাটোত পলেও আশ্চৰ্য প্ৰকাশ কৰিলে। তেওঁ হৈ পৰিল গাঁৱৰ সৰ্বেসৰ্বা। গাঁওবাসীৰ আস্থাই তেওঁৰ গধুৰ মন পাতল কৰিলে। যোৱা ৰাতিৰ কথাবোৰ এতিয়া তেওঁৰ সপোন যেন ভাব হ'ল। এগনেচ্, সুৰা-যৌৱনৰ মাদকতাৰ পৰা তেওঁ তেতিয়া বহু দূৰৈত থকা যেন অনুভূত হ'ল।

পল ঘৰলৈ গ'ল। তেওঁৰ ঘৰতো মানুহৰ ভীৰ। মাৰিয়াও পুতেকৰ কাৰ্যত আনন্দিত। তেওঁৰ দৃঢ় বিশ্বাস সেয়াও প্ৰভু যীশুৰে কাম। তেওঁ মনৰ ভিতৰতে পুতেকৰ হৈ প্ৰাৰ্থনাও জনালে। তেওঁ নিশ্চিত হ'ল যে প্ৰভুৰ কৃপাতে পুতেকৰ মনৰ পৰা পাপময় আন্ধাৰ দূৰ হৈছে। লাহে লাহে মানুহ আঁতৰিল যদিও পলৰ পৰম ভক্ত এণ্টিৰক্স থাকিল। এণ্টিৰক্স অতি সাধাৰণ গাঁৱলীয়া ল'ৰা। ভৱিষ্যতে ধৰ্মীয় কামত নিজকে সঁপি দিয়া আশাত বন্দী। তেওঁৰ প্ৰবল ইচ্ছা পলৰ দৰে এজন ডেকা অথচ বিজ্ঞ সাধকস্বৰূপ পুৰোহিতৰ সান্নিধ্যত থাকিলে তেৱোঁ এদিন পুৰোহিত হ'ব পাৰিব। সেইবাবে তেওঁ পলৰ ছাঁৰ দৰে থাকে। তেওঁ মাৰিয়াকো পলক সেইকথা জনাবৰ বাবে কৈছিল। পলে এণ্টিৰক্সক জনাইছিল যে ধৰ্মীয় কামত জীৱন সঁপি দিয়া সহজ কথা নহয়। তাৰবাবে বহুতো পৰীক্ষাৰ সন্মুখীন হ'ব লাগিব। সেই পৰীক্ষাবোৰো আনুষ্ঠিক বা গতানুগতিক নহয়। নিজৰ ভিতৰতে সেই পৰীক্ষা পাতি নিজেই তাৰ ইতিবাচক উত্তৰত উত্তীৰ্ণ হ'ব লাগিব। জীৱনৰ ভোগ-বাসনা, ত্যাগ কৰিব লাগিব, যীশুৰ পৰম পদ লাভ কৰা কঠিন। মাৰিয়ায়ো ল'ৰাটোক বুজাইছিল। পুৰোহিত হ'বৰ বাবে সন্ন্যাস ব্ৰত ধাৰণ সাধনাৰ কাম। কিন্তু এণ্টিৰক্স অটল। তেওঁ জীৱনৰ চৰম পৰীক্ষাৰ বাবেও সাজু। এণ্টিৰক্সৰ দৃঢ়তা দেখি সেইদিনাই সন্ন্যাস ব্ৰতৰ প্ৰাৰম্ভিক শিক্ষা প্ৰদানৰ বাবে এণ্টিৰক্সক ভালদৰে স্নান কৰি আহিবলৈ ক'লে। এণ্টিৰক্স সাজু হ'ল। পলেও আৰম্ভ কৰিলে। ধৰ্মৰ শিকনিবোৰ শিকাই থাকোঁতে দুজন মানুহ আহিল। মানুহ দুজনৰ চেহেৰাৰ পৰা মাৰিয়াই অনুভৱ কৰিলে কিবা যেন ঘটনাহে ঘটিছে। অনুমান সত্য। মানুহ দুজনে ফোপাই আছিল। তাৰে এজনে ক'লে যে, তেওঁলোকৰ গৰাকী এগনেচ্ ওপৰৰ পৰা পৰি শৰীৰৰ বহু ঠাইত আঘাত পাইছে। মুখৰ পৰা অবিৰত তেজ ওলাই আছে। অৱস্থা অতি শোচনীয়। গৰাকীনীয়ে পুৰোহিতক বিচাৰিছে। সম্ভৱ অন্তিম উপদেশ শুনিবৰ বাবে। কথাকেইটা কৈয়ে দুয়ো উধাতু খাই গুছি গ'ল।।



## (৬)

পল স্তব্ধ হ'ল। মানুহ দুজন যোৱাৰ ফালে চাই থাকিল। আকৌ তেওঁ মনত এগনেচ্ৰ স্মৃতি জাগিল। বেচেৰীয়ে চাগে কিমান কষ্ট অনুভৱ কৰিছে। পলে ভাবিলে, সেই সময়ত তেওঁৰ কৰ্তব্য এগনেচ্ৰ কাষত থকাহে, এগনেচ্‌ক তেওঁ যৌৱনোচিতভাৱে ভাল পাইছিল। সেই ভালপোৱা ধৰ্মৰ বান্ধোনে বান্ধি ৰাখিব পৰা নাছিল। ধৰ্মৰ পুৰোহিত গীৰ্জাৰ মাজতহে। কিন্তু মানুহৰ নিজা মন এটাও আছে। সেই মনক কোনো শাসনে আবদ্ধ কৰি থ'ব নোৱাৰে। যুৱক হিচাপে তেওঁ এজন প্ৰেমিক। নাৰীৰ ৰূপ-সৌন্দৰ্যত বন্দী এজন সাধাৰণ মানৱ। এগনেচ্‌ক তেওঁ ভাল পাইছিল, সান্নিধ্য লভিছিল — ইয়াত ভুল হ'ল ক'ত? মাকৰ ইচ্ছা সাৰ্থক কৰি তেওঁ পুৰোহিত হ'ল সঁচা কিন্তু মনৰ ভিতৰত থকা পলৰ যুৱ সত্তাক তেওঁ হত্যা কৰিব নোৱাৰে। ই মানুহৰ আদিম বাসনা। পিছ মুহূৰ্ততে মাকৰ বুজনি আৰু বিছপে দিয়া শিক্ষাবোৰ মনলৈ আহিল। ধৰ্মীয় বান্ধোনত সোমালে পুৰুষ-নাৰী সকলোৱে দৈহিক কামনা-বাসনা ত্যাগ কৰিব লাগিব। মনত অযুত স্বপ্ন থকা তৰুণীয়ে গীৰ্জাত ওৰণি ধাৰণ কৰাৰ পিছত সেই ৰঙীন সপোনবোৰ মনৰ মাজৰ পৰা মচি পেলাই সন্ন্যাসিনী (নান) হ'ব লাগে। কিছু সময়ৰ আগতে তেৱোঁ এণ্টিৰক্সক সেই শিক্ষাই দিছিল। গতিকে তেওঁ অতি মৰমৰ হ'লেও এগনেচৰ প্ৰতি আৱেগিক হোৱা উচিত হ'বনে? কিন্তু লোকৰ দুখত দুখী হোৱা প্ৰভু যীশুৰ উপদেশ, এয়া মানৱ ধৰ্মৰো ভেটি। গতিকে প্ৰেমিকা হিচাপে নহ'লেও এজন খ্ৰীষ্টিয়ান হিচাপে তেওঁ দুখৰ সময়ত এগনেচ্ৰ ওচৰলৈ যোৱা কৰ্তব্য। তাতে তেওঁ এজন নিষ্ঠাবান পুৰোহিত। প্ৰভু যীশুৰ প্ৰথম ধৰ্ম মানৱ সেৱাহে। পলে পলম নকৰি যেনেদৰে আছিলে সেইদৰেই এগনেচ্ৰ ঘৰলৈ গ'ল। মাৰিয়াই কেৱল চাই থাকিল।

এগনেচ্ বিচনাত। উধাতু খাই যোৱা পলে একেকোবে গৈ এগনেচ্ৰ শোৱা কোঠাত সোমাল। পলে এগনেচ্‌ক মতাত ঈষৎ হাঁহিৰে এগনেচে পলক বহিবলৈ ক'লে। পলে এগনেচ্ৰ মুখখন চালে যদিও কোনো আঘাতৰ চিন দেখা নাপালে কপালত হাত দি চালে, জ্বৰৰ লক্ষণ নাই। বুজিব নোৱৰা সাঁথৰৰ দৰে পলে ক'ত আঘাত পালে, বৰ্তমান বিষ আছেনে কি আদি প্ৰশ্ন কৰাত, এগনেচে্ মিচিকিয়া হাঁহি মাৰি জনালে যে পলে দিয়া চিঠিখনৰ আঘাতত তেওঁ জৰ্জৰিত। শাৰীৰিক আঘাত তাৰ তুলনাত নিচেই সামান্য। যিজন প্ৰেমিক পলে তেওঁক এদিনৰ আগতে জীৱন লগৰী কৰাৰ প্ৰতিশ্ৰুতি দি সৰ্বস্ব আদায় কৰিছিল, সেই একেজন প্ৰতাৰক পলৰ চিঠিখনে তেওঁৰ মানসিক বিষয় হলাহল কৰিছে। পুৰুষৰ এনে নিৰ্মম প্ৰতাৰণাত এগনেচে্ ধিক্কাৰ দি পলক অনৰ্গল কথাৰে থকা-সৰকা কৰিলে। পলে কেৱল শুনিহে থাকিল। কি উত্তৰ দিব একো ভাবিব নোৱাৰিলে। এফালে জন্মদাত্ৰী মাতৃ, গীৰ্জা আৰু ধৰ্ম আনফালে

প্ৰথম প্ৰণয়ৰ সোৱাদ পোৱা এজনী গাভৰুৰ প্ৰেমৰ আবদাৰ। তেওঁৰ বাবে গ্ৰহণীয় কি? সেই সময়ত পলে ধৰ্মীয় সত্তা যেন হেৰুৱাই পেলাইছিল। এগ্নেচ্‌লৈ চাই কিবা ক'ব খুজিও ওঁঠৰ পৰা একো শব্দকে নোলাল, এগনেচৰ প্ৰশ্নৰ উত্তৰ দিবলৈ গৈ শেষত তেওঁ ক'লে যে ভালপোৱা স্বৰ্গীয় জ্যোতিৰে দীপ্তিমান কিন্তু জীৱন-লগৰী পাৰ্থিৱ সুখ-বিষয় বাসনাত আবদ্ধ। পল দৃঢ় হ'ল। স্পষ্টকৈ জনাই দিলে যে তেওঁ মাকৰ আদেশ বা ইচ্ছা আৰু গীৰ্জাৰ দায়িত্ব লঙ্ঘন কৰিব নোৱাৰে। গতিকে.....। এগ্নেচ্ ক্ষোভিত হৈ বিচনাৰ পৰা নামি আহি পলৰ কাষ চাপিল। পলৰ চকুলৈ ক্ষুধাতুৰা বাঘিনীৰ দৰে চাই থাকিল। কিছু সময়ৰ পিছত নিজকে চম্ভালি লৈ এগ্নেচে তুৰন্তে পলক তেওঁৰ ঘৰৰ পৰা বাহিৰ হ'বলৈ কৈ ক'লে যে, পলৰ দৰে প্ৰতাৰক এজনে ধৰ্ম ৰক্ষা কৰিব নোৱাৰে। তেওঁ পুৰোহিতৰ নামত ভণ্ড প্ৰতাৰকহে এনে প্ৰতাৰক গীৰ্জাৰ মুৰব্বী নেলাগে গাঁৱত থকাৰো অধিকাৰ নাই। মৰ্যাদা ৰক্ষা কৰি যেন তেওঁ সেই দিনাই গাঁও ত্যাগ কৰে। যদি তেওঁ সেইকথা নেমানে, তেতিয়া হ'লে পিছদিনা পুৱা প্ৰাৰ্থনা সভাতে তেওঁ পলৰ মুখা খুলি সমগ্ৰ কথা ৰাইজক জনাব। ৰাইজেও 'ছেণ্ট' পৰ্যায়ৰ বুলি ভবা পুৰোহিতৰ স্বৰূপ বুজি পাব। এগ্নেচে কথাখিনি কৈ পুনৰ বিচনাত বহিল। তেওঁৰ মুখ, বুকু অত্যন্ত ক্ষোভত কঁপিছিল। ধাৰাসাৰ চকু পানী ওলাইছিল। পলে এগ্নেচ্‌ক কেইবাবাৰো নিজৰ কথা, অক্ষমতাৰ কথা কৈ বুজাবলৈ চেষ্টা কৰি বিফল হৈছিল। এগ্নেচে কিন্তু নুশুনি কেৱল গৃহ ত্যাগৰ কথাহে জনালে। পল নিজা ঘৰলৈ গ'ল।

সেইদিনা দিনৰ ভাগত পল মাকৰ পৰা আঁতৰি থাকিল। মাকক দুখ দিয়াৰ বাসনা নাছিল। মাকৰ কষ্ট, সহিষ্ণুতা আৰু মৰম তেওঁ পাহৰিব পৰা নাছিল। দুখুনী মাকৰ চৰম অৱদান তেওঁ পাহৰিব নোৱাৰে। সেই ৰাতিও মাকক এগ্নেচ্ সম্পৰ্কীয় কোনো কথাই নক'লে। পিছদিনাও পুৱা পলমকৈ সাৰ পালে। ওৰে ৰাতি চিন্তা-ভাৱনাতে পাৰ কৰিলে। পুৱা প্ৰাৰ্থনা সভাত যে কিবা অঘটন ঘটিব তেওঁ তাকো ভাবিলে। এবাৰ চিন্তা কৰিলে গীৰ্জালৈ যোৱাৰ আগতে মাকক এগ্নেচ্‌ৰ কথাবোৰ জনাব। মাকে নিশ্চয় তাৰ উপায় দিব। মাকে জগাই দিয়াৰ পিছত গা-পা ধুই পল সাজু হ'ল। পলৰ মনত অশনি সংকেতৰ ধুমুহা। তেওঁ মাকক কথা কৈ দিলে কিজানি মাক হতাশাত ভাগি পৰে, নক'লেও পিছৰ ঘটনাই আৰু সৰ্বনাশ ঘটাব পাৰে। এনেবোৰ চিন্তা কৰিয়ে শেষত মাৰিয়াক এগ্নেচ্‌ৰ কথা আৰু ভৱিষ্যৎ বিপদ সম্পৰ্কীয় কথাবোৰ কৈ দিলে। কৈ দিয়াৰ পিছত যেন তেওঁৰ অন্তৰখন লাঘৱ হ'ল। মাৰিয়া সৰগ পৰা মানুহৰ দৰে থৰ হৈ ৰ'ল। পুতেকৰ কাৰ্যত তেওঁ অসন্তুষ্ট হ'লেও অপত্য স্নেহে তেওঁক এনেদৰে বান্ধিলে যে পুতেকক একো ক'ব নোৱাৰি কেৱল প্ৰভুক চিন্তা কৰিবলৈহে ক'লে। তাৰ পিছত মাক-পুত্ৰ গীৰ্জালৈ গ'ল।



গীৰ্জা ঘৰত মানুহৰ সমাগম, যথা নিয়মে যাজক পলে বেদীৰ কাষত ঠিয় হৈ 'বাইবেল' পাঠত ব্যস্ত হ'ল। মাজে মাজে ব্যাখ্যা কৰি শ্ৰোতাক মন্ত্ৰমুগ্ধ কৰি ৰাখিছিল। মাৰিয়াই পুতেকৰ বক্তৃতা শুনিছিল যদিও মনোযোগ দিব পৰা নাছিল। মনৰ ভিতৰত এগ্নেচ্‌ৰ অশনি ধুমুহাৰ চিন্তা। চকু শ্ৰোতাৰ মাজত, দুৱাৰ-ডলিত, এগ্নেচ্ বা তেওঁৰ অনুচৰৰ সন্ধানৰ বাবে। কিন্তু কাৰোৰে উপস্থিতি দেখা নগ'ল। ইতিমধ্যে প্ৰাৰ্থনা সভাৰো অন্ত হৈছিল। কিছুমান মানুহ গ'ল, কিছুমান আছিল। পলেও স্বস্তিৰ নিশ্বাস এৰি মাকৰ ফালে মিচিকিয়াই হাঁহি গীৰ্জাৰ পৰা বাহিৰলৈ ওলাই গ'ল। হঠাতে তেওঁ কোনোবা মহিলাৰ অস্পষ্ট মাত শুনিবলৈ পালে। সেই শব্দ বৰ যেন কষ্টতহে প্ৰকাশ পাইছিল। উদ্যানৰ এঠাইত কিছুমান মানুহে সেই মহিলাগৰাকীক চাৰিও ফালে বেৰি আছিল। পলৰ অন্তৰত একেলগে ভূমিকম্প, বজ্ৰপাত, আৰু আগ্নেয়গিৰি উদগীৰণ হোৱাৰ দৰে অৱস্থা। তেওঁ মানুহৰ মাজেদি সোমাই গৈ দেখে মাক মাৰিয়া মাটিত পৰি ছট্‌ফটাই আছে আৰু কাষতে ঠিয় দি আছে এগ্নেচ্। কিংকৰ্তব্যবিমূঢ় হৈ সেই ঠাইতে ৰৈ গ'ল। এগ্নেচে তেতিয়াও ৰণচণ্ডী মূৰ্তি ধৰি পললৈ চাই আছিল।

'দ্য মাদাৰ' এখন স্পৰ্শকাতৰ উপন্যাস। মাতৃৰ আদৰ্শ, ধৰ্ম আৰু প্ৰেমৰ বিভিন্নতা ঔপন্যাসিকাই বিশ্লেষণ কৰিছে।

MARY GESTEEG MANN
মেকমিলান কোং, নিউ ইয়ক
আমেৰিকা-১৯২৩

# হেনৰিক্ চিনকিউয়েজঃ কু' ভেডিচ



(১)

পোলেণ্ডৰ এগৰাকী স্বনামধন্য লেখক হেনৰিক চিন কিউয়েজ (Henrik sien vieviez- Adam Allexander pivs)ৰ জন্ম হৈছিল পুব পোলেণ্ডৰ ওলা নামৰ চহৰত ১৮৪৬ চনৰ ৫ মে'ত। শিক্ষা লাভ কৰিছিল ওশ্ৰ্'(Warsav)ত। শিক্ষা সাং কৰি জীৱনৰ অভিজ্ঞতাৰ বাবে আমেৰিকা ভ্ৰমণ কৰিছিল। ১৮৭০ চনৰ পৰা হেন্‌ৰিকৰ সাহিত্যিক জীৱন আৰম্ভ হয়। পোলিচ ভাষাতে সৰু-সুৰা প্ৰবন্ধ লেখি তেওঁ পঢুৱৈ সমাজৰ সৈতে পৰিচয় হয়। ১৮৭২ চনৰ পৰা নিয়মিত ভাবে গল্প কবিতা বিশেষকৈ উপন্যাস লেখাত মনোযোগ দিয়ে। অতি কম সময়ৰ ভিতৰতে পোলিচ ভাষাৰ এজন সাৰ্থক কথা সাহিত্যিক হিচাপে স্বীকৃতিও পায়। তেওঁৰ সাহিত্যিক জীৱন অন্ত পৰে ১৯১১ চনত। হেনৰিক নাম প্ৰতিষ্ঠিত হৈছিল সমৰ ঔপন্যাসিক (War Novelist) হিচাপে। যুদ্ধ সম্পৰ্কীয় এখন ত্ৰিলজীৰে( তিনিখন উপন্যাস) তেওঁৰ সাহিত্যিক জীৱন আৰম্ভ কৰিছিল। পোলেণ্ডৰ ১৭ শতিকাৰ ৰাজনৈতিক আৰু সামাজিক অৱস্থাৰ পটভূমি এই উপন্যাসৰ বিষয়বস্তু আছিল। ১৮৮৪ চনত প্ৰকাশিত উপন্যাসখনৰ প্ৰথম ভাগ আছিল" উইথ ফায়াৰ এণ্ড চ'ৰ্ড (পোলিচ ভাষাত- 0gniem Imieczem) বিভিন্ন





ভাষালৈ অনুবাদ হোৱা-'চিলড্ৰেন অৱ দ্য চইল', 'দ্য ডায়লগ' (১৮৮৬), 'অনদ্য ফিল্ড অৱ গ্লৰী' আৰু 'পান মিচেল' (১৮৮৭-৮৮)। কিন্তু চিনকিউয়েজৰ যুগজয়ী অৱদান হ'ল 'ক' ভেডিচ' নামৰ ঐতিহাসিক উপন্যাসখন। উপন্যাসখন প্ৰকাশ পাইছিল ১৮৯৪ চনত। উপন্যাসৰ কাহিনীৰ ভিত্তিত কেইবাখনো চলচ্চিত্ৰও ওলাইছিল। হলিউদৰ বিখ্যাত পৰিচালক এম, এল ৰয়ে (Mervyn Le Roy-1900-87) ১৯৫১ চনত কো-ডেভিচ' নামৰ যিখন ছবি নিৰ্মাণ কৰিছিল, সেইখনে অস্কাৰ বঁটা লাভ কৰাৰ উপৰি বিশ্বজুৰি ব্যাপক সঁহাৰি লাভ কৰিছিল। ১৯০৮ চনত উপন্যাসখনৰ বাবে তেওঁ সন্মানীয় সাহিত্য বিষয়ক নোবেল বঁটাও লাভ কৰিছিল। হেনৰিক চিনত কিউয়েজ এজন স্বদেশপ্ৰেমিক ৰাজনীতিকো আছিল। তেওঁ ১৯১৬ চনত চুইজাৰলেণ্ডত(১৫ নৱেম্বৰ) মৃত্যু হয়।

ক'ভেডিচ এখন সমৰ উপন্যাস। ইতিহাসৰ পটভূমিত ৰচনা কৰা উপন্যাসখনত কছাক, টাৰ্টাচ, টুৰ্কী আৰু চুয়েটিচ সকলৰ সৈতে ৰাজকীয় ৰোমান সকলৰ যুদ্ধৰ বিৱৰণ পোৱা যায়। কছাক সকলৰ বিক্ৰম এই উপন্যাসত বিশেষ ভাৱে প্ৰকাশ কৰা হৈছে। ৰোম সম্ৰাট-নীৰোৰ ধ্বংসাত্মক কাৰ্য আৰু সম্ৰাটৰ শেষৰ দশা সম্পৰ্কত ঔপন্যাসিকে বাস্তৱিক দৃষ্টিভংগীৰে বৰ্ণনা কৰিছে। উপন্যাসখনৰ মূল কাহিনী এনে ধৰণৰ,-

বেলি তেতিয়াও লহিওয়া নাছিল। আকাশ সম্পূৰ্ণ পৰিষ্কাৰ। আগফালৰ বুলনি চ'ৰাত, ৰাজকীয় পৰিৱেশত প্ৰশান্ত মনেৰে পেট্ৰোনিয়াচ বহি আছিল। তেওঁ জীৱনত পোৱা- নোপোৱা কথাবোৰকে যেন চিন্তা কৰি আছিল। ৰোমদেশৰ ৰজাৰ ৰাজকীয় সা-সুবিধা তেওঁ ভোগ কৰি জীৱন নিৰ্বাহ কৰিছিল। ৰজা নহ'ল কি হ'ল? ৰজাৰ দৰেই তেওঁ সকলো ভোগৰ সুবিধা পাইছিল। ৰাজপ্ৰাসাদৰ দৰে ভৱন, লগুৱা-লিক্‌চৌ আৰু কেইবাখনো অত্যাধুনিক ৰথ, এইবোৰ সুবিধানো তেওঁ নেপাব কিয়? কাৰণ তেওঁ যে সম্ৰাট নীৰোৰ নলে-গলে লগা বন্ধু। পেট্ৰোনিয়াচে এবাৰ বহাৰ পৰা উঠি আগচোতালৰ সুদৃশ্য উদ্যানখনৰ ফালে চকু দিলে। দেখিবলৈ পালে এজন সুন্দৰ সুঠাম যুৱক বীৰদৰ্পে তেওঁৰ ফালে আহিছে। যুৱকজনৰো চলন-ফুৰণৰ পৰা এজন যে ৰজাঘৰীয়া এনে ভাব হ'ল। তেওঁ হয়তো উচ্চবংশীয় উচ্চ সম্প্ৰদায়ৰ হ'ব। পেট্ৰনিয়াচৰ ওচৰ পাই যুৱকজনে অভিবাদন জনালে। পেট্ৰনিয়াচেও যুৱকজনক কিছুসময় চাই থাকিল। যুৱকজনে নিজৰ পৰিচয় দি ক'লে যে তেওঁ নাম ভিনিচিয়াচ- পেট্ৰনিয়াচৰ ভায়েকৰ ল'ৰা। অৰ্থাৎ ভতিজাক। ৰাজ অনুগত ভিনিচিয়াচে ৰজাৰ আদেশ লৈ এটি সু-সংবাদ দিবলৈ আহিছে। তেওঁৰ আগমনৰ আন উদ্দেশ্য হ'ল বৰ পিতাকক দেখা কৰা।

ৰোমসম্ৰাট নীৰোৰ ঘনিষ্ঠ বন্ধু হ'লেও পেট্ৰনিয়াচে ৰজাৰ সৈতে বেছি হ'লিগলিও কৰা নাছিল। তেওঁ ৰজাৰ আমোদ-প্ৰমোদবোৰতো সততে সহযোগ কৰা নাছিল। কাৰণ নীৰোৰ চৰিত্ৰ তেওঁ ভালদৰে অধ্যয়ন কৰিছে। পেট্ৰোনিয়াচে ভতিজাকৰ

আগমনত সুখী হলেও, মুখত যেন কিবা এটা গভীৰ চাপ বিৰিঙি উঠিছে তাকো উপলব্ধি নকৰাকৈ নেথাকিল। ৰজাৰ প্ৰিয়পাত্ৰ ভতিজাকে কৰা সফলতাৰ মাজতো যে কিবা এটা বুজাব নোৱৰা কথা অন্তৰ্নিহিত হৈ আছে সেই কথাও ভাবি ভিনিচিয়াচৰ আগমনৰ উদ্দেশ্য কি সুধিলে। ভতিজাকে প্ৰথমে কথা ক'বলৈ ইতঃস্তত হৈছিল যদিও, যি উদ্দেশ্য লৈ তেওঁ বহুদূৰ বাট কুৰি বাই আহিছিলে, সেই কথা ব্যক্ত কৰি-জনালে যে এটি গুৰুত্বপূৰ্ণ প্ৰশ্নৰ সমাধানাৰ্থেহে তেওঁ আহিছে। পেট্ৰনিয়াচে সন্মতি জনোৱাৰ পিচতে ভিনিচিয়াচে ক'লে যে, তেওঁ ৰাজকুমাৰী লিগিয়াক জীৱন সঙ্গিনী কৰিবলৈ বিচাৰিছে। বৰপিতাকে ৰজাক সন্মত কৰাই যেন তেওঁৰ মনৰ আশা পূৰ্ণ কৰে। পেট্ৰোনিয়াচ কিছুসময় নীৰৱে থাকিল। ভতিজাককনো তেওঁ কি ক'ব? ৰাজকুমাৰীক জীৱন সঙ্গিনী কৰিবলৈ বিচৰা আকাশত চাংপতা একে কথা। ই অসম্ভৱ। কিন্তু বহুকালৰ মূৰত দেখা পোৱা পুত্ৰ স্বৰূপ ভতিজাকক তেওঁ নিৰাশো কৰিব নোৱাৰে। যদি ৰাজকুমাৰীও সেই মিলনত সন্মত তেন্তে বাধা ক'ত? কিন্তু প্ৰশ্ন হ'ল ৰজা ঘৰৰ সৈতে বৈৱাহিক সম্বন্ধ? পেট্ৰনিয়াচে ভতিজাকৰ প্ৰেমজনিত বিষয়ত বাধা দিব নোৱাৰে। সেয়েহে তেওঁ নৰম সুৰেৰে সেই বিষয়ত ৰজা নীৰোৰ সৈতে আলোচনা কৰিব বুলি জনালে। তেওঁ ইয়াকো ক'লে যে, ৰজাই হয়তো তেওঁৰ প্ৰস্তাৱ উলাই কৰিব নোৱাৰিব। কিন্তু তাৰ বাবে সময়ৰ প্ৰয়োজন, বৰ পিতাকৰ কথাত ভিনিচিয়াচ সুখী হ'ল। পেট্ৰনিয়াচৰ প্ৰাসাদত ৰাজকীয় আপ্যায়ন লভি তেওঁ বৰ পিতাকক অভিবাদন জনাই বিদায় ল'লে। পিছ দিনাই পেট্ৰনিয়াচে ৰাজ হাউলীলৈ গৈ ৰজাক দেখা কৰিলে। নীৰোয়ে বন্ধুৰ আগমনৰ বাতৰি লৈ মন্ত্ৰণা কক্ষত মিলিত হ'ল। পেট্ৰনিয়াচে সুবিধা বুজি ভতিজাকৰ বিষয়টো ৰজাক জনোৱাত নীৰো ক্ষুণ্ণ হ'ল। কিন্তু বন্ধুজনক তেওঁ প্ৰকাশ্যে একো নক'লে। কিছু সময় মৌন হৈ থাকি ৰজাই লিগিয়াক ৰাজপ্ৰাসাদলৈ লৈ অনাৰ হুকুম দিলে। লিগিয়া নীৰোৰ ভনীয়েকহে। তেওঁ পিতাকৰ সৈতে নগৰৰ পৰা কিছু দূৰৈত বাস কৰিছিল। ৰজাই লিগিয়াক আনিবৰ বাবে এটা প্ৰকাণ্ড বাহুবলী, অদ্ভুত চেহেৰাৰ দেহৰক্ষীসহ এদল চন্তৰী পঠালে।

(২)

ৰাজকুমাৰী লিগিয়া আহিব। এই কথাষাৰে ৰাজপ্ৰাসাদত আনন্দৰ জোৱাৰ উঠিল। ভোজ-ভাত-মদ্যপানৰ বাবে বিধে বিধে সামগ্ৰী যোগাৰ কৰা হ'ল। খবৰ পাই ভিনিচিয়াচেও সংগোপনে আহি ৰাজকুমাৰীৰ বাবে বাট চালে। এটি সমদলসহ ৰাজকীয় দোলাত উঠি লিগিয়া নগৰৰ মাজেদি ৰাজ অন্তেষপুৰত সোমোৱা পৰ্যন্ত হেজাৰজনে অভিবাদন জনালে। দৈত্যকায় দেহৰক্ষীজনে আগে আগে বাট মুকলি কৰি দিছিল।



যথা সময়ত লিগিয়া প্ৰৱেশ কৰাৰ লগে লগে আৰম্ভ হ'ল স্বাগত উৎসৱ। অতি চমৎকাৰে সজাই ৰাখিছিল ৰাজকুমাৰীৰ বাবে এটি ভৱন। লিগিৰা-লিগিৰীৰে ভৰা ভৱনত লিগিয়াৰ কেইগৰাকীমান বান্ধৱীকো নিমন্ত্ৰণ কৰি আনি ৰাখিছিল। মুঠতে সেইদিনা ৰাজপ্ৰাসাদত হৈ পৰিছিল যেন নৱবৰ্ষৰ উৎসৱহে। ভিনিচিয়াচে সংগোপনে গৈ ৰাজকুমাৰীলৈ বাৰ্তা প্ৰেৰণ কৰিলে। সুবিধা বুজি লিগিয়াই প্ৰমোদ উদ্যানৰ পিছফালে থকা কুঞ্জ বিহাৰত প্ৰেমাস্পদ ভিনিচিয়াচক দেখা কৰি মনৰ ভাব প্ৰকাশ কৰিলে। ৰজাই ৰাজকুমাৰীৰ বান্ধৱীসকলৰে দুজনীমানক গুপ্তচৰ হিচাপে নিয়োগ কৰি থৈছিল। ছাঁৰ দৰে থকা এজনীয়ে গোপনে থাকি প্ৰেমিক-প্ৰেমিকাৰ বাৰ্তালাপ শুনি আছিল। সেই বান্ধৱীজনীৰ নাম আয়ন্তী, আয়ন্তী বৰ্তমান সম্ৰাটৰ প্ৰেমিকা তথা ৰক্ষিতা। কিন্তু আয়ন্তী বৰ্তমান ৰজাৰ সু-দৃষ্টিত নাছিল। কিয়নো তেওঁৰ আৰু পৰিয়াল ৰোমত সদ্য প্ৰতিষ্ঠিত খ্ৰীষ্ট ধৰ্মত দীক্ষিত। ৰজাই সেই দোষতে আয়ন্তীক এলাগী কৰিছিল। আয়ন্তী যিহেতু ৰাজকুমাৰীৰ পৰমা বান্ধৱী সেইবাবে ৰজাই লিগিয়াৰ কথামতেই তেওঁক লগত ৰাখিছিল। লিগিয়া ভিনিচিয়াচৰ মিলন আৰু প্ৰেম আয়ন্তীয়ে ভাল পোৱা নাছিল। ঈৰ্ষাত নহয়, লিগিয়াও যিহেতু খ্ৰীষ্টধৰ্মত দীক্ষিতা। ৰাজকুমাৰীৰ ভালৰ বাবেই তেওঁ ৰাজকুমাৰীৰ গতি-বিধিত চকু ৰাখিছিল। ৰজাঘৰীয়াৰ দৰে ভিনিচিয়াচহঁতো পুৰণি ধৰ্মৰে দীক্ষিত। অখ্ৰীষ্টিয়ান। কেৱল সেয়ে নহয়, যীশুৰ ধৰ্মৰ ঘোৰ বিৰোধী। আয়ন্তীয়ে লিগিয়াৰ ভৱিষ্যৎ কথা চিন্তা কৰিয়ে প্ৰেমত মচগুল হৈ থকা প্ৰেমিক-প্ৰেমিকাৰ মাজত সোমায় তেওঁলোকৰ প্ৰেমালাপত বাধাৰ সৃষ্টি কৰিলে। অনাহূতৰ আগমনত সচকিত হৈ ভিনিচিয়াচে সেই স্থান পৰি ত্যাগ কৰিলে। লিগিয়াই আয়ন্তীৰ আচৰণত খং প্ৰকাশ কৰিলেও তেওঁক কিয় বাধা দিলে সেইকথা বুজাই দিয়াতহে লিগিয়াৰ চেতনা আহিল। আয়ন্তীয়ে ভালদৰে বুজি পাইছিল ভিনিচিয়াচৰ প্ৰস্তাৱ পেট্ৰনিয়াচৰ পৰা জানি ৰজাই কিয় দুয়োৰে মিলনৰ বাট প্ৰশস্ত কৰিবলৈ বিচাৰিছে। তাৰ মাজত যে এক ভীষণ ষড়যন্ত্ৰ ৰচনা কৰি খ্ৰীষ্টধৰ্ম মষিমূৰ কৰিবলৈ বিচাৰিছে সেই বিষয়ে তেওঁ লিগিয়াক বুজাই দিলে। বান্ধৱীৰ কথা শুনি ৰাজকুমাৰীয়ে প্ৰমাদ গণিলে। ভিনিচিয়াচ বা ৰজাৰ চক্ৰান্তত তেওঁ দুখ প্ৰকাশো কৰিলে।

এদিন লিগিয়াৰ ভৱনতে দুয়ো অনাগত দিনৰ কথা ভাবি-চিন্তি থাকোঁতে বাহিৰত জনতাৰ কোলাহল শুনিবলৈ পালে। সেই কোলাহল ৰাজ হাউলীৰ পৰাই আহিছিল। মাজে মাজে কান্দোনৰ সুৰ। মানুহৰ লৰা-ঢপৰা বহিল। ৰাজ অন্তেষপুৰত নিশ্চয় কিবা অঘটন ঘটিছে। আয়ন্তী বাহিৰলৈ আহিহে জানিব পাৰিলে যে সম্ৰাট নীৰোৰ কন্যা ৰাজকুমাৰী আগাষ্টাৰ মৃত্যু ঘটিছে।

আগাষ্টাৰ অসুখ বহুদিনীয়া। স্বাস্থ্যজনিত কাৰণত মৃত্যু হ'লেও ৰাণীয়ে

জীয়েকৰ মৃত্যুক সহজভাৱে ল'ব নোৱাৰিলে। তেওঁৰ মতে, যি দিনাই লিগিয়াক ৰাজকুমাৰীৰ মৰ্যাদা দি সুকীয়াকৈ ভৱনত থাকিবলৈ দিলে, সেইদিন ধৰি জীয়েকৰ অসুখ বেছি হ'ল। তেওঁৰ মনত লিগিয়া প্ৰকৃততে এজনী ডাইনী। ডাইনীৰ কু-মন্ত্ৰৰ ফলতে জীয়েকৰ মৃত্যু হ'ল। সেইবাবে লিগিয়াক দোষী সাব্যস্ত কৰিলে। অন্ধবিশ্বাসী বিলাকেও ডাইনী লিগিয়াক কঠোৰ শাস্তি বিহিবৰ বাবে উচটাবলৈ ধৰিলে। অন্তেষপুৰত প্ৰৱেশ নিশ্চিত বুলি ভাবি ইয়াকো জনালে যে খ্ৰীষ্টধৰ্মীসকল যাদু বিদ্যাত পাকৈত। তেওঁলোকে অপকাৰী ডাইনী পোহে। আগাষ্টাৰ পিছত বা কাৰ মৰণ মিলিব? নিৰ্বোধ ৰাণীয়ে সেই কাৰণবোৰৰ বাবে লিগিয়াক হত্যা কৰাৰো মন্ত্ৰণা কৰি গোপনে আগবাঢ়িল। আয়ন্তীয়ে সকলো ষড়যন্ত্ৰৰ কথা ভূ-পাই লিগিয়াক পলুৱাই পঠাবৰ বাবে বিশ্বস্ত আৰচাচ্‌ক ভাৰ দিলে। আৰচাচেও উপঢৌকনৰ আশাতে সেই কাম কৰাৰ প্ৰতিশ্ৰুতি দিলে।

(৩)

ভিনিচিয়াচ বহি নেথাকিল। ৰজাৰ অনুমতি তেওঁৰ বাবে আশীৰ্বাদস্বৰূপ। ৰজা ঘৰত থকা বাবে লিগিয়াক যে সহজে আনিব পাৰিব সেইকথাও প্ৰতিপন্ন হ'ল। লিগিয়াক দেখা কৰি অহাৰ পিছত আগষ্টাৰ মৃত্যুৰ কেইদিনমানৰ পিছত এদিন তেওঁ নিজাগৃহত আয়োজন কৰিলে এটা ৰাজকীয় ভোজ সভা। বিভিন্ন সু-স্বাদু খাদ্য আৰু পানীয় উভৈনদী কৰিলে সেই সভাত। ৰং-ৰহইচৰ মাজতে ভিনিচিয়াচে সন্ধ্যা সময়ত এদল সুদক্ষ মানুহক পঠাই দিলে। নেতৃত্ব দিয়া হৈছিল এটা পাকৈত অপহৰণকাৰীক। দলটো আন্ধাৰত লুকাই থাকিল। অপহৰণ কৰিবলৈ আগবঢ়া মানুহটো লিগিয়াৰ ভৱনৰ পিছফালেদি সোমাই খিৰিকীৰে শোৱনি কক্ষত প্ৰৱেশ কৰি লিগিয়াক অপহৰণ কৰিলে। হৰ্ষোল্লাসে আন্ধাৰৰ মাজে মাজে দলটো ভিনিচিয়াচৰ শিবিৰলৈ আগবাঢ়িল। হাবিতলীয়া বাট, তাতে ঘোপমৰা আন্ধাৰ। ঘোঁৰাৰ খোজৰ শব্দৰ বাহিৰে মানুহৰ শব্দ শুনাও নাছিল। কিছুদূৰ যোৱাৰ পিছত হঠাতে সমদলৰ ওপৰত কোনোবাই যেন আক্ৰমণ কৰিলে। অপহৰণকাৰীৰ কবলৰ পৰা এখন ৰথৰ আৰোহীয়ে লিগিয়াক লৈ আন্ধাৰৰ মাজত উধাও হ'ল। ভিনিচিয়াচৰ দলটো হতভম্ব হৈ পৰিল। কিছু সময় বিচাৰিও উৱাদিহ নেপায় বিফল মনোৰথেৰে ভিনিচিয়াচৰ শিবিৰত উপস্থিত হয়গৈ। শিবিৰত তেতিয়াও আনন্দোৎসৱ চলি আছিল। লিগিয়া গৈ পোৱাৰ পিছত সেই আনন্দোৎসৱ দুগুণে চৰিলেহেঁতেন। ভিনিচিয়াচে দলৰ পৰা ঘটনা জানিব পাৰি দলটোক ককৰ্থনা কৰি উপযুক্ত শাস্তিও বিহিলে। ভিনিচিয়াচৰ আনন্দোৎসৱ জয় পৰিল।



লিগিয়াক তুলি নিয়া ৰথখন এপৰ ৰাতি নগৰৰ সীমাত থকা গাঁও এখনত ৰ'লগৈ। সেইখন খ্ৰীষ্টিয়ানসকলৰ অঞ্চল। ৰজা ঘৰতো অপহৰণ। ই ৰাজকীয় সন্মানৰ বিষয় হৈ পৰিল। ইফালে ভিনিচিয়াচৰ বাবেও সেই অপহৰণ মৰ্যাদাৰ প্ৰশ্ন হ'ল। পৰৱৰ্তী দিনা তেওঁ ৰজাঘৰলৈ গৈ লিগিয়াৰ অপহৰণৰ বাতৰি ল'লে। তেওঁ ঘৃণাক্ষৰেও নিজৰ অপহৰণৰ চেষ্টাৰ কথা নুলিয়ালে। অপহৰণকাৰীক উপযুক্ত শাস্তি দি লিগিয়াক উদ্ধাৰ কৰাৰ বাবে ৰজাৰ সহায় বিচাৰিলে। সম্ৰাট নীৰোৱে ভিনিচিয়াচক এটা সৈন্য দল, ৰথ আৰু ঘোঁৰা দিলে। ৰজাৰ সৈন্য আৰু চোৰাংচোৱা বিভিন্ন স্থানত পিয়াপি দি ৰাজকুমাৰীক বিচৰাত ব্যস্ত হ'ল। ভিনিচিয়াচৰ নিৰ্দেশ ৰাতিৰ ভিতৰতে লিগিয়াক বিচাৰি আনিব লাগিব। ৰজাৰ নিৰ্দেশো শুনালে যে ৰাজকুমাৰীক বিচাৰি আনিব পাৰিলে পুৰস্কাৰ, আনিব নোৱাৰিলে মৃত্যুদণ্ড। ৰাজ্যৰ আন্ধাৰ অঞ্চলবোৰত জোঁৰৰ পোহৰত দীপাৱলীৰ সৃষ্টি হ'ল। কিন্তু সৈন্যদল বিফল হ'ল। বিফল হ'ল ভিনিচিয়াচৰ আঁচনি, আত্মসন্মানৰ বাবে পেট্ৰনিয়াচেও যিমান পাৰে কৰিলে। কোন অজ্ঞান্তিমুলুকত লিগিয়াক ৰাখিলে তাৰ শুংসূত্ৰ কিন্তু কোনেও উলিয়াব নোৱাৰিলে। ৰাতি পাৰ হৈ দিন হ'ল। এনেকৈ কেইবাদিনো গ'ল। ইতিমধ্যে গোপন কথা অহ্নকাণে-পহ্নকাণে সৰ্বত্ৰে প্ৰচাৰিত হ'ল। ভিনিচিয়াচৰ পৰাজয়ৰ সুযোগ বিচাৰি ফুৰা চিলো নামৰ গ্ৰীক যুৱক এজনে এদিন ভিনিচিয়াচক দেখা কৰি ভিনিচিয়াচৰ দুখত দুখী হৈ সহায়ৰ হাত আগবঢ়ালে। বিপদত খেৰকুটাই সম্বল যেন ভাবি ভিনিচিয়াচে চিলোৰ সৈতে কূট-কৌশল ৰচনাত ব্যস্ত হ'ল। সেই বন্ধুত্বৰ অন্তৰালত থকা চিলোৰ ষড়যন্ত্ৰ ভিনিচিয়াচে বুজিব পৰা নাছিল।

কূট-কৌশলী চিলোয়ে নিজকে এজন খ্ৰীষ্টধৰ্মী সেৱক বুলি পৰিচয় দি খ্ৰীষ্টিয়ানসকলে বাস কৰা অঞ্চলবোৰত সোমাই লিগিয়াক উদ্ধাৰৰ বাবে আপ্ৰাণ চেষ্টা কৰি উদ্ধাৰ কৰোঁতাজনক শকত অংকৰ মুদ্ৰাৰে পুৰস্কৃত কৰিব বুলিও ঘোষণা কৰিলে। চিলোয়ে বুজি পাইছিল অ-খ্ৰীষ্টিয়ান ৰাজকুমাৰীক হয়তো খ্ৰীষ্টিয়ানসকলেই অপহৰণ কৰিব পাৰে। তেওঁ লিগিয়াও ৰজাঘৰীয়া পৌত্তলিক ধৰ্মেৰে দীক্ষিতা বুলিয়ে ভাবিছিল। খ্ৰীষ্টধৰ্ম প্ৰচাৰ, পুৰণি পৰম্পৰা, ধৰ্ম নিপাত কৰাই হয়তো এই অপহৰণ নাটকৰ মুল কথা। যদিও বিভিন্ন ঠাইত চিলোয়ে ৰাজকুমাৰীক বিচৰাৰ নাটক কৰিছিল, তেওঁ কিন্তু তেওঁৰ শেন দৃষ্টি আছিল খ্ৰীষ্টিয়ান অঞ্চলতহে। ভিনিচিয়াচৰ মুখত চিলোয়ে লিগিয়াৰ দেহৰক্ষীজনৰ বিৱৰণো শুনিছিল। হয়তো লিগিয়াৰ সৈতে দেহৰক্ষীজনো একেলগে থাকিব পাৰে। সেই ৰক্ষীজন হেনো হাৰ্কিউলিচৰে সংস্কৰণ। আগন্তুক বিপদৰ সম্ভাৱনা জানিয়ে তেৰোঁ দুজনমান শক্তিমন্ত পালোৱান লগত লৈছিল। যি অনুমানৰ ভিত্তিত চিলোয়ে অভিযান চলাইছিল সেই অনুমান সঠিক আছিল। এদিন চিলোয়ে তালাচি কৰোঁতে হঠাতে এঘৰ মানুহৰ সন্মুখত অদ্ভুত চেহেৰাৰ দেহৰক্ষী আৰচাচক দেখা

পালে। মানুহটোৰ অদ্ভুত আকৃতি দেখিয়েই চিলোয়ে লিগিয়াৰ অৱস্থিতি বুজ পালে। তেওঁ সময় নষ্ট নকৰি পালোৱান দুটাক সেই ঘৰলৈ পঠালে। আগ চোতালত তহল দি থকা আৰচাচে পালোৱান দুটাক ধৰি থেকেচা মাৰি দলিয়াই দিলে। বাটত ৰৈ থকা চিলো পলাল। তেওঁ ভিনিচিয়াচক সমস্ত ঘটনা বৰ্ণনা কৰিলে। মৰসাহেৰে ভিনিচিয়াচ আহি আৰচাচৰ সন্মুখীন হ'ল। কিন্তু আৰচাচৰ অসীম প্ৰতাপত তিষ্ঠিব নোৱাৰি আহত হ'ল। মাটিত বাগৰি থকা আৰ্তজনক চিকিৎসা কৰা খ্ৰীষ্টিয়ানসকলৰ ধৰ্ম। ভিনিচিয়াচৰ সেই অৱস্থা দেখি তেওঁলোকে আলহী ঘৰলৈ নি শুশ্ৰূষা কৰিলে। গুৰুতৰভাৱে আহত হোৱা বাবে তেওঁ কেইবাদিনো সেই গাঁৱত থাকিবলগীয়া হ'ল। আৰচাচে আহত কৰা যুৱকজনক দেখা কৰিবলৈ আহি লিগিয়াই ভিনিচিয়াচৰ অৱস্থা দেখি মৰ্মান্তিক দুখ অনুভৱ কৰিলে। ভিনিচিয়াচেও লিগিয়াক দেখি শাৰীৰিক বেদনা পাহৰিলে। দুয়োৰে মিলন ঘটিল। ষড়যন্ত্ৰ, মন্ত্ৰণা, খ্ৰীষ্টিয়ান, অ-খ্ৰীষ্টিয়ান, অপহৰণ আদি ভাববোৰ প্ৰেমে যেন উটুৱাই নিলে। তেওঁলোকৰ মনত কেৱল প্ৰেমৰহে নিজৰা ব'বলৈ ধৰিলে কিন্তু সেই প্ৰেম নিজৰাৰ সোঁতৰ মাজতে লিগিয়া সচকিত হ'ল। ধৰ্ম সংস্কাৰৰ প্ৰশ্নই তেওঁক জুমুৰি ধৰিলে। নিজৰাৰ সোঁত যেন গতি স্থবিৰ হৈ পৰিল। ভিনিচিয়াচৰ জীৱন সঙ্গিনী হ'ব পাৰিবনে? বিধৰ্মী ভিনিচিয়াচৰ তেজত যদি খ্ৰীষ্টিয়ান বিৰোধী ঢৌ প্ৰবাহিত হয়? হয়তো এই প্ৰেমৰ মাজত চক্ৰান্তৰ গোন্ধো থাকিব পাৰে। লিগিয়া সচকিত হ'ল। অকলে গোটেই কথাবোৰ চিন্তা কৰিলে। ভিনিচিয়াচৰ প্ৰকৃত প্ৰেম নে চক্ৰান্তৰ প্ৰেম নে ৰাজনৈতিক উদ্দেশ্য জড়িত। তেওঁ সকলো দিশ চিন্তা কৰি শেষত ভিনিচিয়াচৰ পৰা আঁতৰি যোৱাকে সিদ্ধান্ত ল'লে। ইফালে খ্ৰীষ্টিয়ানসকলৰ শুশ্ৰূষাত দিনক দিনে ভিনিচিয়াচে আৰোগ্য লাভ কৰিলে। ঘোৰ বিৰোধী হ'লেও খ্ৰীষ্টিয়ানসকলৰ মৰম চেনেহত তেওঁ অভিভূত হৈ পৰিল। তেওঁ যীশুখ্ৰীষ্টৰ কাহিনী শুনি, তেওঁৰ কাৰ্য, মানৱ সেৱা, প্ৰেম, কৰুণা বিভিন্ন দিশবোৰ জানি সেই ধৰ্মৰ প্ৰতি আকৃষ্ট হ'ল। মানুহৰ অন্তৰো যে পশু-দানৱৰ দৰে হ'ব পাৰে ক্ৰুছবিদ্ধ যীশুৰ কাহিনী শুনি তেওঁ, তেওঁৰ মন সেমেকি উঠিল। প্ৰেমৰ অধিকাৰী যীশুক বিৰোধিতা কৰাৰ অৰ্থও বিচাৰি নেপালে। যীশুৰ নামত নিজকে উৎসৰ্গিত লিগিয়াকো তেওঁ সাধাৰণ গাভৰু বুলি নেভাবিলে। ৰাজ হৰ্ম্যৰ সুখকো তেওঁ ত্যাগ কৰি নিলগে থকাৰ কথা চিন্তা কৰি ভিনিচিয়াচে লিগিয়াৰ মাজেদি দেখিবলৈ পালে মানৱ-জ্যোতিৰ অপূৰ্ব পোহৰ। ভিনিচিয়াচে পূৰ্বৰ সকলো কথা পাহৰি খ্ৰীষ্ট ধৰ্মত দীক্ষিত হৈ সেই গাঁৱতে এজন সাধাৰণ খ্ৰীষ্টিয়ান হিচাপে থাকিবলৈ সিদ্ধান্ত গ্ৰহণ কৰিলে। লিগিয়াৰ মনৰ পৰাও আশংকা দূৰ হ'ল। তেওঁ ভিনিচিয়াচক জীৱন-লগৰী কৰাৰ বাধাও আঁতৰিল।



(৪)

টিজেনলিয়াচ ৰাজনৈতিক খেলত পাকৈত খেলাৰু। কাক কেনে ব্যৱহাৰ কৰিব লাগে ভালদৰে জানে। অভিজ্ঞ ৰাজনৈতিক খেলুৱৈ হিচাপে তেওঁ বন্ধুত্বৰ চলেৰে সম্ৰাট নীৰোৰ ওচৰ চাপিল, নীৰোৰ দুৰ্বলতা তেওঁ ভালদৰে জানিব পাৰিলে। নীৰোৰ ল'ৰালি স্বভাৱৰ সুযোগো গ্ৰহণ কৰি নিজৰ অভীষ্ট সিদ্ধিও নকৰাকৈ নেথাকিল। নীৰোৰ কান্ধত বন্দুক থৈ তেওঁ বন্ধুত্বৰ চলেৰে চলাই গ'ল নিজৰ কাম। দুষ্ট প্ৰকৃতিৰ টিজেন লিয়াচে খ্ৰীষ্টিয়ানৰ বিৰুদ্ধে মাৰাত্মক ঘটনা ঘটাবৰ বাবে চলবুদ্ধি বিচাৰি ফুৰি নীৰোৰ যোগেদিয়ে সেই ধ্বংসযজ্ঞ কৰাৰ মন্ত্ৰণা কৰিলে। কিন্তু তাৰ বাবে তেওঁ কষ্টও কৰিব নেলাগিল। ৰাজকীয় পদ-মৰ্যাদা, নিয়ম-কানুন নেমানি এদিন স্বয়ং সম্ৰাট নীৰো টিজেনলিয়াচৰ ঘৰত উপস্থিত হলেগৈ। বিচৰা ধন আলাসত পোৱাৰ দৰে টিজেনলিয়াচে ৰজাৰ আদৰ-অভ্যৰ্থনাত ব্যস্ত হ'ল, বিভিন্ন খাদ্য-পানীয়ৰে আপ্যায়ন কৰিলে। সম্ৰাট নীৰো সুৰাৰ ৰাগীত বিভোৰ হৈ হিতাহিত জ্ঞান হেৰুৱালে। কিছু সময়ৰ পিছত সংজ্ঞা ঘূৰি অহাত বন্ধুৰ পৰা বিদায় লোৱা মুহূৰ্ততে সময়ৰ শৰ নিক্ষেপ কৰা কৌশলৰ পাকৈত টিজেনলিয়াচে জুইৰ লেলিহানৰ মনোৰম দৃশ্যৰ এটি সুন্দৰ বৰ্ণনা শুনালে। কল্পনাপ্ৰৱণ নীৰোয়ে সেই বৰ্ণনা শুনি জুইৰ সেই মনোৰম দৃশ্য উপভোগ কৰি বেহেলা বজোৱাৰ বাবে ব্যাকুল হৈ পৰিল। সঙ্গীতপ্ৰিয় নীৰো এজন বেহেলাবাদকো। জুই জ্বলা, জুই শিখা আৰু শব্দৰ কল্পনাত বিভোৰ হৈ তেওঁ সেই দৃশ্য উপভোগ কৰাৰ ইচ্ছা প্ৰকাশ কৰিলে। টিজেনলিয়াচে পিছত ব্যৱস্থা কৰা হ'ব বুলি আশ্বাস দিয়াত সম্ৰাট ৰাজধানীলৈ যাত্ৰা কৰিলে। প্ৰাসাদতো তেওঁৰ মন সেই জুইৰ মনোৰম দৃশ্যৰ কল্পনাতে নিমগ্ন হ'ল। বেহেলাখন হাতত লৈ কেইবাবাৰো সুৰ জুৰিলে— কল্পনাৰ জুইৰ শিখাৰ কথা ভাবি। কিন্তু তেনে কাম কোনে কৰিব, ৰজা হৈ তেওঁ সেই সৰ্বনাশী কাম কেনেকৈ কৰিব? অগ্নিয়ে দাহ কৰা মানুহৰ কি অৱস্থা হ'ল এনেবোৰ প্ৰশ্নই তেওঁক বিতত কৰিলেও কল্পনাৰ আৱেশত তেওঁ সেই দৃশ্য চাই বেহেলা বজোৱাৰ হেঁপাহ দমন কৰিব নোৱাৰিলে। নীৰো ৰজা হৈ নিজে সেই কাম কৰিব নোৱাৰে, সেইবাবে তেওঁৰে বিশ্বাসী মানুহৰ হতুৱাই জুই জ্বলোৱাৰ দায়িত্ব দিয়াৰ কথা ভাবিলে। জনবসতিশূন্য অঞ্চলত খৰি-খেৰ গোটাই জুই লগোৱাত আনন্দ নেথাকে। সেইবাবে জনবসতি অঞ্চলতে জুই দিব লাগিব, দপদপাই জ্বলিব ঘৰ-দুৱাৰ। লেলিহানে আকাশ চুব। মানুহে আৰ্তনাদ কৰিব আৰু তাতে চাই তেওঁ বেহেলাত ফুটাই তুলিব কল্পনাৰ পঞ্চম সুৰ। নীৰোয়ে সেই কামৰ বাবে অৱশেষত বিচাৰি পালে তেওঁৰে আনুগত্য লাভ কৰা বিশ্বস্ত দুজন ইহুদীক। ইহুদী দুটাক মন্ত্ৰণাকক্ষলৈ মাতি নি তেওঁৰ মনৰ ইচ্ছা প্ৰকাশ কৰিলে। সিহঁত দুটায়ো ৰজাক

দুগুণ উৎসাহ দি নগৰৰ ঘন জনবসতি অঞ্চল এটাত জুই দিয়াৰ কথা জনালে। সিহঁতে ইয়াকো জনালে যে ৰাজভৱনৰ কিছু দূৰৈত থকা অঞ্চলত জুই দিলেই ৰজাই নিজৰ শোৱনি কোঠাৰ পৰাই সেই মনোৰম দৃশ্য উপভোগ কৰিব পাৰিব। ৰজা আনন্দত মতলীয়া হৈ পৰিল। সেই ৰাতিয়েই যাতে কাম সম্পন্ন কৰা হয় তাৰবাবে নির্দেশ দি আগতীয়াভাৱে কিছু উপহাৰো দিলে।

কথামতে কাম। ৰাতি নগৰৰ একাংশত জুই জ্বলিল। খন্তেকতে জুইৰ শিখাই জনবসতি অঞ্চল আগুৰি পেলালে। দপ্‌দপাই জ্বলি উঠা জুইত মানুহে দিক্-বিদিক হেৰুৱাই আৰ্তনাদ কৰিলে। কিছুমান মানুহ, জীৱ-জন্তু দগ্ধ হ'ল, কিছুমান অৰ্ধদগ্ধ হৈ যেনি-তেনি ঢাপলি মেলিলে। মানুহৰ জীয়াই থকা মোহ। বাহিৰত মহাপ্ৰলয়। শোৱনি কোঠাৰ খিৰিকীৰ কাষত বহি সম্রাট নীৰো নিমগ্ন বেহেলা বজোৱাত, মানুহৰ আৰ্তনাদ জুইৰ লেলিহান আৰু শব্দত কোনো উদ্বেগ প্ৰকাশ নকৰাকৈয়ে নীৰোয়ে বজাই গ'ল বেহেলা, সুৰ-তালৰ প্ৰতি ভ্ৰূক্ষেপ নাই কেৱল বেহেলাত বেঙণিৰ বুলন, চকুত আত্মতৃপ্তি। মাজে মাজে পান কৰিছিল জীৱন ভুলোৱা মদিৰা। তেওঁৰ মনৰ কল্পনাৰ ৰথখন থমকি বোৱা নাছিল। এনেকৈ পাৰ হ'ল ৰোমৰ এটা ভয়াবহ ৰাতি। পিছদিনা পুৰা দেখা গ'ল ধ্বংসাত্মক ভগ্নস্তূপ। উজাগৰী ৰাতিৰ সুখ নিদ্ৰাত ৰজা। যেন তেওঁ সপোনহে দেখিছিল। জীৱিত নাগৰিকসকলে পুৰাই ৰাজহুৱা স্থানত একগোট হৈ সৰ্বনশীয়া ৰাতিৰ ঘটনা আলোচনা কৰিলে। অত্যাচাৰী ৰজাৰ বিৰুদ্ধে তেওঁলোকে সংগবদ্ধ হৈ বিদ্ৰোহ কৰা সম্পৰ্কত সিদ্ধান্ত ল'লে। ৰজাৰ বিৰুদ্ধে প্ৰজাৰ বিদ্ৰোহ সূচনাৰ বাতৰি ৰজাঘৰত প্ৰচাৰ হোৱাত সকলোৰে কাছুটিহে এৰোৱা অৱস্থাৰ সৃষ্টি হ'ল। দেশৰ প্ৰজাসকল যদি একমুঠ হয়, সাধাৰণ সৈন্যবিলাকে যদি সেই বিদ্ৰোহত যোগ দিয়ে দেশত ভয়াবহ পৰিস্থিতিৰ সৃষ্টি হ'ব। সম্রাটে ৰাজ সিংহাসনেই হেৰুৱাব এনে নহয়, হয়তো তেওঁৰ হত্যাও হ'ব পাৰে। সেই আশংকাতে ইহুদী দুটাই ৰাজৰাণীৰ সৈতে কূট-মন্ত্ৰণাত মিলিত হ'ল। বিপদৰ আগজাননী বুজি কি উপায়েৰে ৰজাঘৰক ৰক্ষা কৰিব পাৰে বিভিন্ন উপায় চিন্তা কৰিলে। এটা ইহুদীয়ে উপায় বিচাৰি পালে। তাৰ বুদ্ধিমতে ৰজাঘৰৰ পৰা ঘোষণা কৰিলে যে, যোৱা ৰাতি নগৰত জুই লগাই নাগৰিকক হাৰাশাস্তি কৰাখিনি নগৰৰ সীমাত থকা খ্ৰীষ্টিয়ানবিলাক, খ্ৰীষ্টিয়ানবিলাকে নিজৰ ধৰ্ম প্ৰচাৰৰ বাবে, পৰম্পৰা পৌত্তলিক ধৰ্মাৱলম্বীসকলক উচ্ছেদ কৰিবৰ বাবেই বৰ্বৰোচিত কাম কৰি নিৰীহ জনতাক মৰিয়াই মাৰিলে। ৰজাই ৰাজসভা আহ্বান কৰি দেশৰ গণ্যমান্য লোকক নিমন্ত্ৰণ কৰিলে। অ-খ্ৰীষ্টিয়ান পুৰোহিত শ্ৰেণী, ধ্বংসলীলাত সৰ্বস্বান্ত হোৱাসকল আৰু প্ৰজা বিদ্ৰোহৰ বাবে গঠন কৰা মুখিয়ালসকলকো বিশেষভাৱে নিমন্ত্ৰণ কৰিলে।



ৰাজসভাত সকলোৱে একেমুখে খ্ৰীষ্টিয়ানসকলক বিতাৰণৰ বাবে সিদ্ধান্ত ল'লে। ৰজাঘৰৰ সৈন্য-সামন্তকো সেই বিতাৰণৰ বাবে পঠোৱাৰ অনুমতি প্ৰদান কৰা হ'ল। আৰম্ভ হ'ল খ্ৰীষ্টিয়ান গাঁওবোৰ ধ্বংস কৰাত লাগিল। নিৰ্মমভাৱে হত্যা কৰা হ'ল খ্ৰীষ্টধৰ্মীসকলক, সাৰি নগ'ল বৃদ্ধ, নাৰী আৰু শিশুসকল। প্ৰাণৰ মমতাত তেওঁলোক পলাল যদিও সাৰি যাব নোৱাৰিলে। সেই অভিযানত চিলো আৰু ইহুদীবিলাক একো একোটা দানৱৰ দৰে হৈ খ্ৰীষ্টিয়ানসকলৰ ঘৰবোৰ তন্ন তন্ন কৰি চলাথ কৰি যিহকে পায় তাকে লুটিবলৈ ধৰিলে। নাৰী আৰু কিশোৰীবোৰক ধৰ্ষণ কৰি মাৰি পেলাই ৰং চাইছিল। শিশুবোৰক গছৰ ওপৰলৈ দলিয়াইছিল। মতা মানুহক তৰোৱালে কাটি ,যাঠিৰে হানি পেলাইছিল। ৰজাৰ ৰংঘৰত হিংস্ৰ জন্তুৰ আগত মানুহ পেলাই ৰংচাইছিল। শাৰী শাৰী কৈ খ্ৰীষ্টিয়ানক ক্ৰুছবিদ্ধ কৰি প্ৰাণদণ্ড বিহা যন্ত্ৰণা চাই তোষামোদকাৰীসকলৰ সৈতে ৰজায়ো মদিৰা পি আনন্দ-লভিছিল, এক নিষ্ঠুৰ অৰাজকতাৰ পৰিৱেশে ৰোমৰ আকাশ-বতাহ কলুষিত কৰিছিল।

(৫)

নীৰো বাহিনীৰ নিৰ্মমতাৰ কথা ভিনিচিয়াচে জানিব পাৰিলে। তেওঁৰ প্ৰেমিকা লিগিয়াও সেই নিৰ্মমতাৰ বলি হোৱাৰ কথা শুনি মৰ্মান্তিক দুখ পালে। সেই নিৰ্মম অত্যাচাৰৰ অন্ত পেলাবৰ বাবে অচিৰে অভিযান চলোৱাৰ বাবেও সিদ্ধান্ত ললে। ইফালে পেট্ৰনিয়াচেও বন্ধুৰ অত্যাচাৰ সহি থাকিব নোৱাৰি সেই নিৰ্মম খেল বন্ধ কৰিবলৈ অনুৰোধ জনালে। মানুহৰ সহ্যৰ এটা সীমা থাকে। বন্ধু বুলি নীৰোৰ কাৰ্যত সদায় তেওঁ সমৰ্থন কৰিব নোৱাৰে। খ্ৰীষ্টিয়ান হ'লেও সেইবিলাকো মানুহহে, মানুহৰ প্ৰতি মানুহৰ এনে ব্যৱহাৰ কিয়? তেওঁ ৰজাক কেইবাবাৰো তেনে নিৰ্মম অত্যাচাৰ বন্ধ কৰিবলৈ অনুৰোধ জনলে। কিন্তু নৰমেধ যজ্ঞত আপোন পাহৰা ৰজাই বন্ধুৰ অনুৰোধো প্ৰত্যাখান কৰি দুগুণে অত্যাচাৰ চলাবলৈ আদেশ দিলে। দুষ্ট চিলোয়ে যি ধৰণেৰে পৰামৰ্শ দিয়ে, ৰজাই সেইদৰেই খ্ৰীষ্টিয়ান নিপীড়ন চলালে। ৰজাৰ বাবে পেট্ৰনিয়াচ এলাগী হ'ল। চিলো আৰু ইহুদীবোৰ হ'ল লাগী বন্ধু। এইবাৰ আৰম্ভ কৰিলে নতুন অভিযান। মহিলাসকলক বিবস্ত্ৰা কৰি ৰাজপথেদি শোভাযাত্ৰা কৰোৱালে। তোষামোদকাৰীসকলৰ গণ ধৰ্ষণৰ মাত্ৰা চৰিল, পুৰুষবোৰক জ্বলি থকা অগ্নিকুণ্ডত নিক্ষেপ কৰি আত্মহাস্য কৰা ইত্যাদি। নীৰো সকলোবোৰৰে নীৰৱ দৰ্শক, কেৱল বেহেলাখনত সুৰ তোলাত ব্যস্ত।

সেইদিনা ৰাজহুৱা খেল পথাৰত লোকাৰণ্য হৈ পৰিছিল। ভিতৰ আৰু বাহিৰত মানুহৰ ভিৰ। কিনো খেল হ'ব তাৰবাবে উৎকণ্ঠাৰ সীমা নোহোৱা হৈছিল। কোনোৱে

ক'লে যে ষাঁড় খেল হ'ব। ষাঁড় গৰু যুঁজ ৰোমানসকলৰ প্ৰিয় খেল। মানুহ আৰু ষাঁড় গৰুৰ মাজত হোৱা খেল আসুৰিক যদিও সেই খেল চাবৰ বাবে সকলোৰে আগ্ৰহ। সাহসী ৰোমান ডেকাসকলো সেই খেলৰ বাবে আগবাঢ়ি যায়। খেল পথাৰত দৰ্শকৰ অভাৱনীয় ভিৰ। সকলোৱে ৰজা-ৰাণী আৰু পৰিয়ালবৰ্গ অহাৰ বাবে বাট চাই আছিল। অলপ পিছতে শিঙা বজোৱা শব্দ হ'ল। ঘোষকে ৰজা-ৰাণী আগমনৰ ঘোষণা কৰিলে। যথা সময়ত ৰাজন্যবৰ্গ আৰু তোষামোদকাৰী বিলাক আহি নিৰ্দিষ্ট আসনত বহিলেগৈ। সমবেত জনতাই থিয় হৈ অভিবাদন জনালে। ৰজা ৰ অনুমতিত ঘোষকে যি খেলৰ ঘোষণা কৰিলে সেই বিধ খেলৰ নাম শুনিয়ে জনতা উচপ খাই উঠিল। হৃদয় বিদাৰক সেই খেলবিধ হ'ল, এজাক উন্মত্ত সৈনিকে ৰাজকুমাৰী লিগিয়াক বেৰি ধৰি খেল পথাৰৰ মাজত ৰাখিলে। দুজনী দাসীয়ে ৰাজকুমাৰীৰ গাৰ কাপোৰবোৰ খুলি বিবসনা কৰিলে। ৰাজ আজ্ঞাৰ সেই দৃশ্য দেখিও যেন কোনেও মতামত নিদিয়ে। দৰ্শকে কৌতুহলেৰে মাত্ৰ চাই থাকিল। বস্ত্ৰ হৰণৰ পিছত কি পৰ্ব আৰম্ভ হ'ব মুখৰ মাত কাৰোৰে নাছিল। কেৱল তোষামোদকাৰীৰ বিকট অট্টহাস্যৰ শব্দহে ধ্বনিত হৈছিল। লিগিয়াই দুটা হাতেৰে চকু ঢাকি বৈ থাকিল। কিছু সময়ৰ পিছত তেওঁৰ চকুত এখন কাপোৰ বান্ধি দিয়া হ'ল। গড়ালৰ পৰা এটা প্ৰকাণ্ড ষাঁড় গৰু আনি তাৰ ওপৰত লিগিয়াক তুলি ৰছিৰে বান্ধি দিলে। বৰকাঁহত কোব দিয়াৰ লগে লগে ষাঁড় গৰুটো মুকলি কৰি দিয়া হ'ল। খেল পথাৰৰ মাজত সি দৌৰি ফুৰিবলৈ ধৰিলে। ৰাজকুমাৰী বিবসনা দেহেৰে ওলমি থাকিল। চন্তৰীয়ে ষাঁড়টোক মাজে মাজে যাঁঠীৰে খুচি দিছে— সি হিংস্ৰ হৈ লিগিয়াক খুচিবলৈ ধৰে। খেল চাবলৈ অহা বহুতৰে চকু মুদা অৱস্থা যদিও উন্মত তোষামোদকাৰীৰ অট্টহাস্যই বিকট শব্দৰ সৃষ্টি হ'ল। ভয়াবহ খেল। অসহায় ৰাজকুমাৰী। অসহায় জনতা। উঠি যোৱাৰ বাবেও খেল উদ্যানৰ দুৱাৰ বন্ধ। সেই পৰিস্থিতি অবৰ্ণনীয়। উদ্যানৰ বাহিৰত অপেক্ষাৰত লিগিয়াৰ দেহৰক্ষী মানৱ, দৈত্য আৰচিয়াচে কোনোবকৈ সেই নিৰ্মম কথা জানিব পাৰি উদ্যানৰ ৰাজদুৱাৰ ভাঙি খেলপথাৰত সোমাল। সি প্ৰকাণ্ড ষাঁড়টোৰ দীঘল-জোঙাল শিং দুটা শৰীৰৰ সমস্ত শক্তিৰে ধৰি বাধা দিলে। উন্মাদ ষাঁড়ৰ সৈতে আৰচিয়াচৰ এখন থৈয়া-নথৈয়া যুঁজ হ'ল। মানৱ দৈত্যৰ হাতত পশু দৈত্য পৰাভূত হ'ল। আৰচিয়াচৰ কাৰ্যত মৌন জনতা যেন জাগ্ৰত হ'ল। সমস্বৰে আৰচিয়াচক ভূয়সী প্ৰশংসা কৰাত ৰাজপক্ষ সংকিত হ'ল। স্তাৱকৰ দুই-তিনিজনকৈ উদ্যানৰ পৰা আঁতৰিল। ৰজা নীৰোৱে অসহায় যেন হৈ আৰচিয়াচৰ ফালে চাই থাকিল, জনতাই যেন সাৰ পালে। অসহায় নীৰোৰ অৱস্থা দেখি জনতাই ৰাজকুমাৰী লিগিয়া আৰু আৰচিয়াচৰ মুক্তিৰ দাবী কৰিলে। নীৰো নিৰুপায়। কথা বিষম যেন



দেখি দুয়োৰে মুক্তিৰ কথা ঘোষণা কৰিলে। কিন্তু চিলোৱে সেই ঘোষণা শুনি ৰজাৰ কাণে কাণে কিবা কোৱা পেট্ৰনিয়াচে লক্ষ্য কৰিলে। যোৱা কেইবাদিন ধৰি ৰজাৰ সৈতে চিলো, ইহুদীৰ পৰামৰ্শদাতা আৰু আন কেইজনমানৰ গোপন আলোচনাৰ সম্ভেদো তেওঁ পাইছিল। তেওঁ যেন লক্ষ্য কৰিছিল ৰজাই আগৰ দৰে তেওঁৰ সৈতে হলি গলি কৰিবলৈ এৰি দিছে। চিলো আৰু ইহুদীৰ সৈতেহে তেওঁৰ সম্পৰ্ক বেছি হোৱাত এক গোপন সাঁথৰ যেন ভাব হ'ল। নগৰৰ অগ্নিদাহ কাণ্ডত যেন সেই সাঁথৰৰে এটি হ'ল। তেওঁৰ অন্তৰাত্মাই ৰোমৰ অশনি সংকেতৰো যেন আগজাননী জানিবলৈ পাইছে। পেট্ৰনিয়াচে ভতিজাক ভিনিচিয়াচক লিগিয়াক লৈ সেই স্থান এৰি অন্য স্থানলৈ যাবৰ বাবে পৰামৰ্শ দিলে। তেওঁ ভালদৰে বুজাই দিলে যে শিশুমতি ৰজাক চিলোৰ সঙ্গীসকলে কু-মন্ত্ৰণাৰে অধিক বেয়া পথলৈ নিয়াৰ পৰিকল্পনা কৰিছে। হয়তো তাৰ ফলত কেৱল নীৰোৱে নহয় সমগ্ৰ দেশৰে অঘটন ঘটিব পাৰে। ইতিমধ্যে তেওঁ চোৰাংচোৱাই খবৰ দিলেহি যে ইহুদীৰ পৰামৰ্শত ৰজাই লিগিয়া আৰু আৰচিয়াচক বন্দী কৰি প্ৰাণদণ্ড বিহাৰ বাবে সাজু হৈছে। পেট্ৰনিয়াচে তেতিয়াহে ৰজাক চিলোৱে কাণে কাণে কোৱা কথাৰ মৰ্ম বুজি পালে। কথা শুনি ভিনিচিয়াচ বৈ নেথাকিল। শেনৰ দৰে ক্ৰীড়াৰংগত সোমাই লিগিয়াক থাপ মাৰি লৈ সেই স্থানৰ পৰা কোনোৱে তৰ্কিব নোৱাৰাকৈ উধাও হ'ল। কি দৈব্য শক্তি লাভ কৰি মুহূৰ্তৰ ভিতৰতে তেওঁ অদৃশ্য হ'ল কোনেও নুবুজিলে।

(৬)

খেল উদ্যানত তেতিয়াও মানুহৰ ভিৰ। কিবা নতুন খেল হ'ব বুলি কিৰিলি পাৰি বাট চাই আছিল। ভিনিচিয়াচৰ কাণ্ডও তেওঁলোকে নতুন খেলৰে অংগ বুলিহে ভাবিছিল। অধৈৰ্য হৈ কোনোৱে চিঞৰি ক'লে যে নতুন খেল আৰম্ভ কৰক, আমি বাট চাই থাকিব নোৱাৰোঁ। আকৌ জনতাৰ মাজত গুণ্‌গুণনিৰ সৃষ্টি হ'ল। এফালে নতুন খেল চাবলৈ আগ্ৰহীৰ চিঞৰ আনফালে গুণ্‌গুণনিৰ সৃষ্টি হ'ল। চিলো আৰু ইহুদী দুটা ৰজাৰ কাষত। ৰাণীয়ে কিবা কৈছিল কিন্তু শুনা নগ'ল। হঠাৎ গুণ্‌গুণনি হোৱা ঠাইৰ পৰা কোনোবা পুৰুষৰ কণ্ঠস্বৰ শুনা গ'ল। তেওঁ উদাত্ত কণ্ঠেৰে ক'বলৈ ধৰিলে যে ৰজাঘৰীয়া শোষণ আৰু অত্যাচাৰে ৰোমবাসীক অতিষ্ঠ কৰি তুলিছে। নাৰী নিৰ্যাতনে জাতিৰ মৰ্যাদা ম্লান কৰিছে। ৰাজকুমাৰী লিগিয়াক কৰা নিৰ্মম ব্যৱহাৰ আৰু সহ্য কৰা নহ'ব। দেশত নৱ প্ৰতিষ্ঠিত খ্ৰীষ্টধৰ্ম প্ৰচাৰত বাধা দিয়া বন্ধ কৰিব লাগিব। ধৰ্ম সকলোৰে সম অধিকাৰ। খ্ৰীষ্টধৰ্মীসকলক কৰা অমানুষিক অত্যাচাৰ, নগৰত জুই দি খ্ৰীষ্টিয়ানসকলৰ ওপৰত দোষ জাপি দিবলৈ বিচৰাৰ বাবে ৰজা

নীৰো হ'ল একমাত্ৰ দোষী। তেওঁৰ বাবেই আজি শান্তিপ্ৰিয় ৰোমত হিংসাৰ দাবানল জ্বলিছে। তেওঁ সমুচিত শাস্তি পাবৰ যোগ্য। ৰজাঘৰীয়া অত্যাচাৰ আৰু সহ্য কৰা নহ'ব, আমি তাৰ বিৰুদ্ধে একত্ৰ হৈ বিদ্ৰোহ কৰিম। সেই কণ্ঠস্বৰে যেন কদো বাঁহত জুইহে দিলে। মনৰ মাজত জ্বলি থকা অত্যাচাৰী ৰজাৰ কাৰ্য-কলাপৰ বিৰুদ্ধে জুইকুৰা ভমক হৈ জ্বলি উঠিল অগণন প্ৰজাৰ। উদ্যানৰ চাৰিওফালে তেতিয়া ৰজা বিৰোধী ধ্বনি নিনাদিত হৈছিল। ৰজাৰ কাষতে বহি থকা চিলোৱে কথা বিষম যেন দেখি নিজকে বচোৱাৰ বাবে উপায় চিন্তা কৰিলে। বতাহৰ গতি, প্ৰবল যেন দেখি তেওঁ ৰজাৰ কাষৰ পৰা আঁতৰি গৈ নীৰোৰ ওপৰতে সকলো দোষ জাপি দিবলৈ বিচাৰি চিঞৰি ক'বলৈ ধৰিলে যে, খ্ৰীষ্টিয়ানসকলক নিৰ্মম অত্যাচাৰ কৰা, লিগিয়াক বস্ত্ৰ হৰণ কৰি ষাঁড় খেলৰ আচিলাতে বধ কৰাৰ ষড়যন্ত্ৰ আদি ৰজাৰ খাম-খেয়ালি মনৰ কাম। কেইদিনমানৰ আগত জুই দি ৰঙত বেহেলা বজাই আনন্দ পোৱা ল'ৰামতীয়া ৰজাৰ কাণ্ডই চৰম সীমা চুইছেগৈ। সম্ৰাটৰ এনে পৰিকল্পিত গৰ্হিত কাম কোনে বাধা দিব পাৰিব? চিলোৱে অনৰ্গল ৰজাৰ দোষ কৈ গ'ল। সেই কথাই যেন জ্বলা জুইত ঘিঁউহে ঢালিলে। জনতাই নীৰো যে অত্যাচাৰী আৰু ৰজা নামত কলংক স্বৰূপ সেই সম্পৰ্কে বিভিন্ন মত দাঙি ধৰি উচ্চস্বৰত হুলস্থূল কৰিলে। সম্ৰাট নীৰোৱে ধৈৰ্যসহকাৰে সেই সকলোবোৰ মন্তব্য শুনি আছিল। এটা সময়ত সুযোগ বুজি বিষয়াসকলৰ সৈতে সেই স্থান পৰিত্যাগ কৰিলে। চিলো কিন্তু ৰজাৰ সৈতে নগৈ অন্য পথেৰে গুচি গ'ল।

খ্ৰীষ্টিয়ানসকলক কৰা নিৰ্মম অত্যাচাৰ আৰু সাধাৰণ জনতাক কৰা উৎপীড়নৰ বাবে, বিশেষকৈ চিলোৰ বিশ্বাসঘাতকতাৰ বাবে ৰজা নীৰো অনুশোচনা কৰি মৌন হ'ল। তেওঁ আগৰ দৰে ৰাজসভাতো উপস্থিত নেথাকে, খোৱা-লোৱাতো অনিয়ম আৰু প্ৰিয় বাদ্য বেহেলাখনৰ পৰাও নিলগত থাকিবলৈ ধৰিলে। ৰজাৰ তেনে অৱস্থাত বৈদ্যসকলে চিকিৎসা কৰিলেও মানসিক চিকিৎসাৰ বাবে নগৰৰ বাহিৰত বিশ্ৰামৰ বাবে পৰামৰ্শ দিলে। তেওঁ চিলোৰ সঙ্গ পৰিত্যাগ কৰি ইহুদী কেইটাকো খেদালে। নগৰৰ বাহিৰৰ এখন নিৰিবিলি ঠাইত বিশ্ৰাম লোৱাৰ বাবে সঙ্গী হ'বলৈ পেট্ৰনিয়াচক ল'লে। পেট্ৰনিয়াচো সন্মত হ'ল। কিন্তু যোৱাৰ দুদিনমানৰ আগত চোৰাংচোৱাযোগে জানিব পাৰিলে যে সেয়া আছিল পেট্ৰনিয়াচক হত্যা কৰা এক সু-পৰিকল্পিত আঁচনিহে। ৰজাই বুদ্ধি কৰিছিল নিৰিবিলি স্থানত পেট্ৰনিয়াচক হত্যা কৰি ভিনিচিয়াচক প্ৰতিশোধ লোৱা। চতুৰ পেট্ৰনিয়াচ ৰাজনীতিৰ দবা খেলত অভ্যস্ত। সেইবাবে এৰাতি তেওঁৰ অস্থায়ী শিবিৰত ভোজ মেল পাতি দেশৰ গণ্যমান্য লোকসকলক নিমন্ত্ৰণ কৰিলে। ভোজ মেলতে তেওঁ সম্ৰাটৰ জঘন্যতম আঁচনিৰ বিশদ বিৱৰণ জনাই ৰজাৰ বিৰুদ্ধে



বিদ্ৰোহৰ কথাও ঘোষণা কৰিলে। চিলোৱেও ৰজাৰ মন্ত্ৰণা আৰু অভিপ্ৰেত আঁৰ নোহোৱাকৈ প্ৰকাশ কৰাত নিমন্ত্ৰিত লোকসকলে ভৱিষ্যত ৰোমৰ অস্তিত্ব সম্পৰ্কে ভাবিবলৈ বাধ্য হ'ল। বহুতো নাগৰিকেও ৰজাৰ প্ৰতি ভাল ভাব নাছিল। ৰজাৰ শিশুসুলভ অপৈণত কথা-কামত তেওঁলোক বিতুষ্ট হৈছিল। গতিকে ৰজাৰ বিৰুদ্ধে ঘোষণা কৰা প্ৰস্তাৱত সমৰ্থন জনালে। সেইকথা গোপনে ৰখা হ'ল। নিশা এপৰ হোৱাত ভোজ-ভাতৰ পৰ্ব শেষ হ'ল। মানুহ ঘৰা-ঘৰি যোৱাৰ পিছতে এটা অঘটন ঘটিল। ভোজ মেলৰ আয়োজক আৰু বিদ্ৰোহ সূচনা কৰা নায়ক পেট্ৰনিয়াচে নিজৰ শাণিত অস্ত্ৰ পেটত খুঁচি আত্মহত্যা কৰিলে।

পিছদিনা পুৱাতে পেট্ৰনিয়াচৰ মৃত্যুৰ বাতৰি সদৰি হ'ল। বন জুইৰ দৰেই শোকাবহ ঘটনাটো বিয়পিল। ৰজাই বন্ধুৰ আকস্মিক মৃত্যুত দুখ প্ৰকাশ কৰিলে। ভোজ সভালৈ নিমন্ত্ৰিতসকলে সেই মৃত্যুত আশ্চৰ্য প্ৰকাশ কৰিলেও পেট্ৰনিয়াচৰ বিদ্ৰোহৰ আঁচনি প্ৰকাশ নকৰিলে। ৰজাই তাৰ পিছতে অৱসৰ বিনোদনৰ কাৰ্যসূচী সমাপ্ত কৰি ৰাজধানীলৈ উভতিল।

(৭)

সেই ঘটনাৰ পিছতেই ৰোমত নীৰো বিৰোধী আন্দোলন আৰম্ভ হ'ল। জনতাৰ মনৰ মাজত উমি উমি জ্বলি থকা বিদ্ৰোহৰ জুই ভমক কৰি জ্বলি উঠিল। সৰ্বত্ৰে অনাচাৰী ৰজাক উচিত শিক্ষা দিয়াৰ কথা প্ৰচাৰিত হ'ল। পেট্ৰনিয়াচৰ মৃত্যুত ষড়যন্ত্ৰৰ গোন্ধ পালে দেশবাসীয়ে। ৰোমত প্ৰজা বিদ্ৰোহে ভীষণ ৰূপ ল'লে, বিদ্ৰোহীসকলে ৰজাক মৃত্যুদণ্ডৰ আদেশ জাৰি কৰিলে। খবৰ বিয়পি পৰাৰ লগে লগে ৰজাৰ অনুগতসকল পলাল। ৰজাৰ ছাঁৰ দৰে থকা ইহুদীয়ে কূট-কৌশল ৰচনা কৰি নীৰোক ৰাতিৰ ভিতৰতে আন্ধাৰৰ মাজত পলুৱাই নিয়াৰ কথা জনোৱাত ৰজাই ৰাজপ্ৰাসাদ ত্যাগ নকৰে বুলি জনোৱাত ইহুদীয়ে বিভিন্ন প্ৰকাৰৰ ভয় দেখুৱাই পলোৱাৰ সম্পৰ্কত পৰামৰ্শ দিলে। শেষত তেওঁ পলাই যোৱাত সন্মতি প্ৰকাশ কৰিলে। কিন্তু নীৰো পলাব নোৱাৰিলে। বিবেক বুদ্ধিহীন ৰজাই উৱাদিহ নেপাই প্ৰাসাদৰ নিৰাপদ ঠাইত লুকাই থাকিল। 'হলা গছ দেখিলে সকলোৱে বাগী কুঠাৰ মাৰে'। সম্ৰাট নীৰোৰ ক্ষেত্ৰতো তেনে দশাই হ'ল। সাধাৰণ চন্তৰী এটাই ৰাজপ্ৰাসাদৰ ভিতৰত পহৰা দি ঘূৰি ফুৰোঁতে আন্ধাৰ কোঠাৰ এচুকত কোনোবা এটাই চুচুক-চামাককৈ জুপুকা মাৰি বহি থকা দেখা পালে। সি কোনোবা হত্যাকাৰীয়ে ৰজাক হত্যা কৰিবলৈ সোমাই থকা যেন ভাবি গৱা মাৰি ধৰি বন্দী কৰিলে। জোঁৰ পোহৰত সি ৰজাৰ মুখৰ আগ অংশহে দেখা পালে। ৰজাই সহায়ৰ বাবে স্তাৱকসকলক, সৈন্যবোৰক

মাতিলে যদিও কোনেও সঁহাৰি নিদিলে। চন্তৰীটোৱে ৰজাক নি এটা লোহাৰ খুঁটাত বান্ধি থ'লৈগে। অসহায়, অপমানত জৰ্জৰিত ৰজাই কঁকালত বান্ধি থোৱা চোকা খঞ্জৰ খনেৰে আত্মহনন কৰিবলৈ উদ্যত হৈছিল যদিও ব্যৰ্থ হ'ল। তেওঁ বন্দিত্ব স্বীকাৰ কৰিলে। সেই ৰাতিয়েই তেওঁক পোতাশালত থোৱা হ'ল।

পোতাশালৰ এচুকত বিষাদ মনে বহি থকা ৰজা নীৰোক, তেওঁৰে আলপৈচান ধৰা এটা ক্ৰীতদাসে অন্তৰত দুখ অনুভৱ কৰি পাত্ৰ এটাত পানীৰ যোগান ধৰিলে। কেৱল কেইঘণ্টামানৰ আগলৈকে সসাগৰা ৰোম সাম্ৰাজ্যৰ অধীশ্বৰ, কোনোকালে সেও নমনা, মহাগৰ্বী নীৰোৰ বন্দিত্ব জীৱন সহ্য কৰিব নোৱাৰি ক্ৰীতদাসটোৱে তাৰ হাতত থকা শাণিত খঞ্জৰখন তাৰ স্বামী, ৰোম সাম্ৰাজ্যৰ সম্ৰাট নীৰোৰ ডিঙিত সুমাই দিলে। নীৰোৰ নিঠৰ দেহা সেই অন্ধকাৰ পোতাশালতে পৰি থাকিল।

(৮)

'কুভেডিচ'ৰ ঐতিহাসিক কাহিনীত ঔপন্যাসিকে কিছু কল্পনাৰো আশ্ৰয় লৈছে। প্ৰকৃততে কথা-সাহিত্যক ৰসোতীৰ্ণ কৰিবৰ বাবে ইতিহাসৰ বাস্তৱ ৰূপত কল্পনাৰ প্ৰয়োজন। এনে ক্ষেত্ৰত চৰিত্ৰ চিত্ৰণতো লেখকৰ নিজা দৃষ্টিভংগী থাকে। ৰোম সম্ৰাট নীৰো ক্লডিয়াচ চিজাৰৰ (৩৭-৬৮) ৰাজত্বকাল খ্ৰী° ৫৪-৬৮, মুঠ ১৪ বছৰ। তথ্যমতে, নীৰোৱে (এই নামেই বিখ্যাত) মেজাজী আৰু ল'ৰামতীয়া অথচ ক্ৰুৰ স্বভাৱ তেওঁৰ মাতৃৰ পৰা লাভ কৰিছিল। মাক ক্লডিয়াচৰ চতুৰ্থগৰাকী ৰাণী আছিল। ৰজা নীৰোৰ প্ৰথমছোৱা শাসনকালত দেশত কোনো ঘটনা ঘটা নাছিল। কিন্তু মাকৰ মৃত্যুৰ পিছৰে পৰা তেওঁ এজন স্বেচ্ছাচাৰী ৰজাত পৰিণত হয়। নিজৰ খেয়াল খুচিমতে কামবোৰ কৰিছিল। সৌন্দৰ্য চৰ্চাত মগ্ন নীৰোৱে নিজৰ ৰূপ সাধনাৰ বাবে বহুতো সময় অপব্যয় কৰিছিল। সু-বেহেলাবাদক হিচাপে তেওঁ যশ আছিল। তেওঁ এজন সু-নিপুণ ৰথচালকো আছিল। কিন্তু সুৰা, নাচ-গানত মত্ত হোৱা বাবে তেওঁৰ ভাল গুণবোৰ বিকাশ নঘটিল। ইতিহাসৰ ক'লা অধ্যায় স্বৰূপ ৰোম নগৰ দাহ (৬৫ খ্ৰীঃ) নীৰোৰ জীৱনকালৰ এক মচিব নোৱৰা কলংক। উপন্যাসখনত উক্ত অধ্যায়ত বহল বৰ্ণনা দিয়া হৈছে। ইতিহাসৰ মতে নীৰোৰ মৃত্যুও চন্তৰীৰ হাতত নহয়, তেওঁ আত্মহত্যাহে কৰিছিল। নীৰোৰ আগৰজন ৰজাৰ দিনতে ৰোমত খ্ৰীষ্টধৰ্ম প্ৰচাৰৰ আৰম্ভ হয়, কিন্তু সাধাৰণ ভাবেহে। নীৰোৰ অত্যাচাৰ আৰু দেৱতাৰ নামত হোৱা উৎপীড়নত সাধাৰণ মানুহৰ জীৱন-ধাৰণত বাধাৰ সৃষ্টি হৈছিল। তেওঁলোকে সেই বিপদৰ পৰা পৰিত্ৰাণ পাবৰ বাবে চিন্তা কৰোঁতে জানিব পাৰিলে যে গ্ৰীচ দেশত ইউচুচ খ্ৰীষ্টোচ নামৰ এজনা দেৱতা প্ৰেৰিত মহাপুৰুষৰ আবিৰ্ভাৱ হৈ মানৱ প্ৰেমৰ



বাণী প্ৰচাৰ কৰা ধৰ্ম প্ৰৱৰ্তন কৰিছে। সেইজন খ্ৰীষ্টোচেই যীশুখ্ৰীষ্ট। প্ৰথমে সাধাৰণ দৰিদ্ৰসকল সেই ধৰ্মত দীক্ষিত হৈছিল— পিছত ধনী ব্যক্তিসকলেও খ্ৰীষ্টধৰ্মত দীক্ষিত হয়। ভিনিচিয়াচ-লিগিয়াৰ প্ৰেম কাহিনী প্ৰকৃততে খ্ৰীষ্টধৰ্ম প্ৰচাৰৰহে কথা। ৰজাঘৰৰ ভয়ত খ্ৰীষ্টধৰ্মীসকলে উপাসনা বা আলোচনাৰ বাবে সমবেত হ'বৰ বাবে ভূ-গৰ্ভত গৃহ নিৰ্মাণ কৰিছিল। প্ৰাচীনপন্থীসকলে আলেকজেন্দ্ৰিয়াৰ ৰাজপথত খ্ৰীষ্টধৰ্মী বিদুষী মহিলা ইপাচিয়াক খণ্ড-বিখণ্ডকৈ কাটি বধ কৰিছিল। লিগিয়া কাহিনীৰ উৎস সেয়ে, সম্ৰাট নীৰোৰ সময়ৰ ৰোম ইতিহাসৰ কাহিনী 'কুভেডিচ্' উপন্যাসৰ বাবে হেনৰিক চিনকিউয়েচে ১৯০৫ চনত সাহিত্যৰ নোবেল বঁটা লাভ কৰে।

*হলিউদৰ বিখ্যাত পৰিচালক এম. এল ৰয়ৰ কথাছবিখনৰ আধাৰত প্ৰকাশ হোৱা 'কুভেটিচ' সংক্ষিপ্ত উপন্যাসিকাৰ আধাৰত লেখা হৈছে।*

বিশ্ব উপন্যাসৰ কথা-কাহিনী

ড° অমল ৰাজখোৱা

পুনৰ মুদ্ৰণ কৰিবলগীয়া গ্ৰন্থ

(২৮-১২-২০১৫ খ্ৰীষ্টাব্দ)

